# অসম লেখক কোষ

তৃতীয় খণ্ড (আধুনিক ভাগ)
(বেজবৰুৱা, জোনাকী-আৱাহন যুগ)

*মুখ্য সম্পাদক*
ড° নমিতা ডেকা

*সম্পাদক*
মঞ্জু দত্তবৰুৱা



অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট-১

**Asom Lekhok Kosh** : Encyclopeadia on Assamese writer, published by Dr. Paramananda Rajbongshi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-1 Price ₹160/- only

গ্ৰন্থস্বত্ব
অসম সাহিত্য সভা
প্ৰথম প্ৰকাশ
২০১২ খ্ৰীষ্টাব্দ
প্ৰকাশক ঃ ড° পৰমানন্দ ৰাজবংশী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-১

এই খণ্ডৰ সম্পাদনা সমিতি ঃ
মুখ্য সম্পাদক ঃ ড° নমিতা ডেকা
সম্পাদক ঃ মঞ্জু দত্তবৰুৱা
সহযোগী ঃ মনোজকুমাৰ দাস, ড° বিনীতা নাথ
সহকাৰী ঃ অপৰাজিতা চক্ৰৱৰ্তী মিশ্ৰ

বেটুপাত
মনজিৎ ৰাজখোৱা

অক্ষৰ বিন্যাস
কৰিতা বৰা নেওগ

মূল্য ঃ ১৬০.০০ টকা

মুদ্ৰণ ঃ
ভৱানী প্ৰিণ্ট এণ্ড পাব্লিকেশ্যনচ্
ৰাজগড় ৰোড, গুৱাহাটী-৭৮১০০৭

# সূচীপত্ৰ

# প্ৰধান সম্পাদকৰ এষাৰ

অসমীয়া সাহিত্যৰ প্ৰকৃতাৰ্থত সম্পূৰ্ণ তথা বিজ্ঞানসন্মত বুৰঞ্জী তেতিয়াহে সম্ভৱ যেতিয়া প্ৰত্যেকগৰাকী লেখকৰ জীৱন-পঞ্জী তথা সাহিত্যকৃতিক সামৰিব পৰা যায়। ইয়াৰ লগত জড়িত হৈ আছে প্ৰাচীন সাহিত্যখিনিৰ পাঠ সমীক্ষিত (Textual Criticism) ৰূপটো।

যেতিয়া পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে সম্পূৰ্ণ একক প্ৰচেষ্টাৰে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ অসমীয়া প্ৰাচীন গ্ৰন্থৰ পাণ্ডুলিপি বিচাৰি ফুৰিছিল সেয়াই আছিল অসমীয়া সাহিত্যৰ বুৰঞ্জী সৃষ্টিৰ পাতনি। অসমীয়া সাহিত্যৰ চানেকি সেয়ে আমাৰ বাবে পৰম সম্পদ। তাৰ পাছত দেবেন্দ্ৰনাথ বেজবৰুৱা, ডিম্বেশ্বৰ নেওগে একক প্ৰচেষ্টাৰে অসমীয়া সাহিত্যৰ বুৰঞ্জী লিখিলে যদিও ড° সত্যেন্দ্ৰনাথ শৰ্মা আৰু ড° মহেশ্বৰ নেওগে প্ৰকৃতাৰ্থত পৰিপূৰ্ণ নহ'লেও গ্ৰহণযোগ্য অসমীয়া সাহিত্যৰ বুৰঞ্জী আমাক উপহাৰ দিলে। এইসকল ব্যক্তিয়ে সম্পূৰ্ণ একক প্ৰচেষ্টাৰে এই কামখিনি সম্পূৰ্ণ নকৰিলে আজি অসমীয়া সাহিত্যক আমি এনে প্ৰণালীবদ্ধ, সমৃদ্ধিশালী ৰূপত নাপালোহেঁতেন। সেয়ে উল্লিখিত ব্যক্তিসকল আমাৰ বাবে চিৰ নমস্য সৰ্বকালৰ বাবে।

আটাইতকৈ গুৰুত্বপূৰ্ণ কথা এচাম প্ৰচাৰ বিমুখ নীৰৱ ব্যক্তিয়ে অসমৰ চুকে-কোণে সাহিত্যৰ সাধনা কৰিয়েই আছে। ইয়াৰ মাজত বহু মানদণ্ডসম্পন্ন সাহিত্যকৰ্মও আছে। তেনে সকলো ব্যক্তিক একক প্ৰচেষ্টাৰে সাহিত্যৰ বুৰঞ্জী লিখোঁতাসকলে ঢুকি পোৱাটো যথেষ্ট কষ্টসাধ্য।

অসম সাহিত্য সভা বিশ্বৰ সৰ্ববৃহৎ সু-সংগঠিত সাহিত্য সংগঠন। অসমৰ চুকে-কোণে থকা এই নীৰৱ সাধকসকলক ঢুকি পোৱাটো সম্ভৱ কেৱল শাখা সভাৰ জৰিয়তেহে।

ভৱিষ্যতে এখন বিজ্ঞানসন্মত পৰিপূৰ্ণ অসমীয়া সাহিত্যৰ বুৰঞ্জী প্ৰণয়নৰ স্বাৰ্থত অসম সাহিত্য সভাৰ এইবেলিৰ মাননীয় সভাপতি পদ্মশ্ৰী ৰংবং তেৰাঙৰ নেতৃত্বত কাৰ্যনিৰ্বাহকখনে **অসম লেখক-কোষ** প্ৰকল্প আৰম্ভ কৰে। এই প্ৰকল্পক বাস্তৱ ৰূপ দিয়াৰ বাবে সভাই নিম্নলিখিত ব্যক্তিসকলক লৈ এখন সম্পাদনা সমিতি গঠন কৰি দিছিল। সভাপতি ঃ হৰিশ সোণোৱাল, কাৰ্যকৰী সভাপতি ঃ তবিউল হুছেইন, উপ-সভাপতি ঃ হৰিপ্ৰসাদ চলিহা, ভুৱনেশ্বৰ ডেকা, ড° প্ৰফুল্ল কুমাৰ নাথ, ড° ইব্ৰাত আলী।

**অসম লেখক-কোষৰ** প্ৰথম খণ্ডটিৰ কাম কাজ আগবঢ়াই নিয়াৰ পাছত দেখা গ'ল প্ৰায় পাঁচটা খণ্ডতহে সমগ্ৰ লেখক-কোষৰ প্ৰাথমিক পৰ্যায়ৰ কাম সম্ভৱ কৰিব পৰা হ'ব। কামবোৰ যাতে সোনকালে নিয়াৰিকৈ সম্পন্ন কৰিব পৰা যায় ইয়াৰ বাবে প্ৰথম খণ্ডটিৰ মুখ্য সম্পাদক পৱন কুমাৰ বৰুৱা, সম্পাদক অৰূপা বৰুৱা, দ্বিতীয় খণ্ডৰ মুখ্য সম্পাদক কনক চন্দ্ৰ শৰ্মা, সম্পাদক ড° প্ৰফুল্ল কুমাৰ নাথ, তৃতীয় খণ্ডৰ মুখ্য সম্পাদক ড° নমিতা ডেকা, সম্পাদক মঞ্জু দত্তবৰুৱা, চতুৰ্থ খণ্ডৰ মুখ্য সম্পাদক ভবানী প্ৰসাদ আধিকাৰী, সম্পাদক ড° ইব্ৰাত আলী, পঞ্চম খণ্ডৰ মুখ্য সম্পাদক ড° পৰমানন্দ ৰাজবংশী, সম্পাদক ড° লিপিকা তালুকদাৰক দায়িত্ব দিয়া হয়। এইসকল মুখ্য সম্পাদক আৰু সম্পাদকৰ অধীনত কেইবাগৰাকী সহযোগী সম্পাদক, সহকাৰী সম্পাদকক নিযুক্তি দিয়া হয়। প্ৰতিটো খণ্ডৰ কাম নিয়াৰিকৈ চলিছিল যদিও চতুৰ্থ খণ্ডটিৰ কামত বিশেষ মনোযোগ নিদিলে শ্ৰী অধিকাৰীয়ে। ইতিমধ্যে সভাৰ নিয়মাৱলীৰ বিৰুদ্ধ কাম কৰাৰ বাবে তেখেতক সভাৰ পৰা অপসাৰণ কৰাৰ লগতে মুখ্য সম্পাদকৰ পৰাও আঁতৰাই দিয়াত সেই খণ্ডৰ সম্পাদক ড° ইব্ৰাত আলী আৰু দৰ্পণা বৰা নেওগক দিয়া হৈছে।

সভাই এখন প্ৰ-পত্ৰ প্ৰস্তুত কৰি প্ৰত্যেকখন জিলা সভাৰ জৰিয়তে লেখকসকলৰ বিৱৰণ সংগ্ৰহ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰিছিল। বহু জিলাই নিষ্ঠা সহকাৰে এই কামখিনি কৰিলে যদিও আন কেইবাখনো জিলাই নিয়াৰিকৈ কামখিনি নকৰাত অসমৰ ভিতৰুৱা স্থানৰ বহু লেখকৰ নাম হয়তো সন্নিৱিষ্ট নহ'বও পাৰে।

অকল এয়ে নহয় সভাই বিভিন্ন সংবাদ মাধ্যমত বিজ্ঞাপন, বাতৰি প্ৰকাশেৰে লেখকসকলৰ নাম সংগ্ৰহৰো প্ৰচেষ্টা চলাইছিল।

এচাম প্ৰতিষ্ঠিত লেখকে এই লেখক কোষৰ প্ৰতি কৰা অনিহাও প্ৰসংগক্ৰমে উল্লেখযোগ্য।

প্ৰাৰম্ভিক পৰ্যায়ত সম্পাদনা সমিতিয়ে নিজস্বভাৱে লেখকৰ জীৱন-পঞ্জী সংগ্ৰহ কৰিছে।

**অসম লেখক-কোষ পাঁচটা খণ্ড সদ্যহতে আমি প্ৰকাশ কৰিছোঁ যদিও অতি শীঘ্ৰে এবছৰৰ ভিতৰতে পৰিবৰ্ধিত আৰু সংশোধনী ৰূপত দ্বিতীয় সংস্কৰণ প্ৰকাশৰ বাবে সভা প্ৰস্তুত।**

**সেয়ে যিসকলৰ নাম ইয়াত সন্নিৱিষ্ট নহ'ল অথবা ভুল তথ্য সংযোজিত হ'ল, সেয়াও সহৃদয় পাঠকে আঙুলিয়াই দিলে আমি পৰৱৰ্তী সংস্কৰণত অন্তৰ্ভুক্ত তথা শুধৰণি কৰিম।**

এই লেখক-কোষ সম্পূৰ্ণভাৱে ৰাইজৰ হাতত তুলি দিয়াৰ বাবে সম্পাদনা সমিতিৰ প্ৰত্যেকগৰাকী ব্যক্তি, সংগ্ৰহকাৰী সংশ্লিষ্ট জিলা সভাৰ কৰ্মকৰ্তা, সভাৰ গুৱাহাটী কাৰ্যালয়ৰ কৰ্মচাৰীবৃন্দ, সমন্বয়ক মনোজ কুমাৰ দাস প্ৰমুখ্যে আটাইলৈ শলাগ জ্ঞাপন কৰিলোঁ এই ছেগতে।

**চিৰ চেনেহী মোৰ ভাষা জননী!**

**পৰমানন্দ ৰাজবংশী**
**প্ৰধান সম্পাদক**
**অসম সাহিত্য সভা**

# মুখ্য সম্পাদকৰ একাষাৰ

অসমীয়া সাহিত্যৰ ১৮৮৯ খ্ৰীষ্টাব্দৰ পৰা ১৯৪০ খ্ৰীষ্টাব্দলৈ এই সময়ছোৱা জোনাকে ধলফাট দিয়াৰ সময়। এইখিনি সময়তে অসমীয়া সাহিত্যই নতুন সাজেৰে আত্মপ্ৰকাশ কৰিছে, সৃষ্টি হৈছে ন ন লেখকৰ, নতুন বিষয় বস্তুৰ, নতুন নতুন আলোচনীৰ। ইয়াৰ পূৰ্বে হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা আৰু আন আন সাহিত্যপ্ৰেমীৰ সহযোগত অসমীয়া সাহিত্যৰ এটি মজবুত ভেটি স্থাপন হৈছিল। সেই ভেটিত অসমীয়া সাহিত্যৰ বৰঘৰ নিৰ্মাণ কৰিবলৈ হাতুৰি-বটালীৰে আগবাঢ়ি আহিল সেই সময়ৰ কলিকতাত (কলকাতা) অধ্যয়নৰত এচাম অসমীয়া শিক্ষিত ডেকা। অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ অৰ্থে ১৮৭২ খ্ৰীষ্টাব্দত স্থাপিত হৈছিল 'অসমীয়া সাহিত্য চ'ৰা' (Assamese Literary Society)। অসমীয়া ছাত্ৰৰ এই প্ৰচেষ্টাই জীপ লৈ উঠিছিল যদিও ক্ৰমান্বয়ে সি লেৰেলি আহিবলৈ ধৰিলে। কিন্তু সাহিত্য চ'ৰাৰ সজীৱতাক মৰহি যাবলৈ নিদি অসমীয়া ছাত্ৰসকলে নতুন নামকৰণেৰে লক্ষ্যত উপনীত হ'বলৈ প্ৰচেষ্টা অব্যাহত ৰাখিলে। ফলস্বৰূপে সৃষ্টি হ'ল 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' (১৮৮৮), সংক্ষেপে 'অ. ভা. উ. সা সভা'। এই সভাৰ বিভিন্ন বৈঠকে কিছুমান গুৰুত্বপূৰ্ণ কাৰ্য সাধনৰ বাবে সংকল্প হাতত ল'লে। 'অ. ভা. উ. সা. সভা'ই অপসাৰিত হোৱা অসমীয়া ভাষা অসমৰ সকলো শিক্ষানুষ্ঠানত প্ৰচলনৰ বাবে চেষ্টা চলালে, অশুদ্ধ ব্যাকৰণ আৰু বৰ্ণবিন্যাসৰ ঠাইত শুদ্ধ ব্যাকৰণ, বৰ্ণবিনাসৰ প্ৰচলন কৰিলে, পুৰণি পুথি সংগ্ৰহ কৰি প্ৰকাশৰ দায়িত্ব ল'লে, অনুবাদৰ কথা চিন্তা কৰিলে, বুৰঞ্জী প্ৰণয়নত গুৰুত্ব দিলে, সাহিত্যৰ ভঁৰাল চহকী কৰিবলৈ আৰু পাঠ্যপুথিৰ অভাৱ দূৰ কৰিবলৈ প্ৰচেষ্টা হাতত ল'লে। এনেবোৰ সংকল্প কাৰ্যকৰী কৰিবলৈ তেওঁলোকৰ প্ৰয়োজন হ'ল এখন মুখপত্ৰৰ। ফলস্বৰূপেই ১৮৮৯ খ্ৰীষ্টাব্দত সৃষ্টি হ'ল মাহেকীয়া কাকত 'জোনাকী', যাৰ জোনাকত অসমীয়া সাহিত্যই অৱগাহন কৰি নতুন ৰূপ লাভ কৰিলে। 'জোনাকী'ৰ জীৱনকাল ১৮৮৯ খ্ৰীষ্টাব্দৰ পৰা ১৮৯৮ খ্ৰীষ্টাব্দলৈ। 'জোনাকী' অসমীয়া ভাষাৰ চতুৰ্থ পত্ৰিকা। ইয়াৰ পূৰ্বে মিছনেৰীসকলৰ 'অৰুণোদই' (১৮৪৬-৮০), গুণাভিৰাম বৰুৱাৰ 'আসাম বন্ধু' (১৮৮৫-১৮৮৬) আৰু বলিনাৰায়ণ বৰাই ভাতৃ হৰনাৰায়ণ বৰাৰ নামত সম্পাদনা কৰা 'মৌ' (১৮৮৬-১৮৮৭) প্ৰকাশ পাইছিল। সাহিত্য পত্ৰিকা হিচাপে 'আসাম বন্ধু' আৰু 'জোনাকী'ৰ স্থান ক্ৰমে প্ৰথম আৰু দ্বিতীয়ত। জাতীয়তাবোধকেই ঘাই চালিকা শক্তি হিচাপে লৈ 'দেশৰ উন্নতি', 'জোনাক'কে ঘাই উদ্দেশ্য হিচাপে সাৱটি আন্ধাৰৰ বিপক্ষে যুঁজ দিবলৈ 'জোনাকী' আগবাঢ়ি আহিল। অসমীয়া সাহিত্যৰ ইতিহাসত তেতিয়াৰে পৰা 'জোনাকী'য়ে একাজলি উজ্জ্বল পোহৰ হৈ কাম কৰি থাকিল।

'জোনাকী'ৰ পাখিত উঠি ৰোমাণ্টিক ভাৱ ধাৰাই আধুনিক সাহিত্যৰ বৰঘৰত প্ৰৱেশ কৰিলে। ৰমন্যাসবাদৰ অন্তৰ্গত প্ৰকৃতিমূলক, প্ৰেমবিষয়ক, চনেট, শোক কবিতা, ৰহস্যবাদমূলক, ব্যংগ কবিতা আদি বিষয়ক কবিতাৰ সৃষ্টিৰ যোগেদি অসমীয়া কবিতাত এক নতুন ধাৰাৰ সৃষ্টি হ'ল। গদ্য সাহিত্যৰ ক্ষেত্ৰতো বৈচিত্ৰ্য আহি পৰিল। বিবিধ বিষয়ক কেন্দ্ৰ কৰি গদ্য সাহিত্যৰ সৃষ্টি হ'ল। ইংৰাজী নাটৰ আৰ্হিত অসমীয়া নাটকতো ট্ৰেজেডী, কমেডি, প্ৰহসন আদি সোমাই পৰিল। সাহিত্য-সংস্কৃতিৰ প্ৰতি মানুহৰ আগ্ৰহ বৃদ্ধি পালে। ফলস্বৰূপে সৃষ্টি হ'ল ন ন লেখক আৰু সাহিত্য অনুৰাগীৰ। ৰমন্যাসবাদৰ ভাৱধাৰাবোৰ তেওঁলোকে অতি আগ্ৰহেৰে সৃষ্টি কৰ্মৰ ভিতৰুৱা কৰি ল'লে। এই ভাৱধাৰাক আদৰি লোৱাত আগভাগ ল'লে লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ বৰুৱা, সত্যনাথ বৰা, কনকলাল বৰুৱা আদিয়ে। ড° সত্যেন্দ্ৰনাথ শৰ্মাৰ ভাষাত—'জোনাকী কাকতৰ জৰিয়তে এটা নৱ জাগ্ৰত সাহিত্যিক চেতনাৰ উদ্ভৱ ঘটিছিল, যাৰ ফলত অসমীয়া সাহিত্য প্ৰগতিৰ পথত আগুৱাই যাবলৈ সক্ষম হৈছিল।' অসমীয়া সাহিত্যৰ বাবে 'জোনাকী' হৈ

পৰিল প্ৰাচ্য আৰু পাশ্চাত্যৰ ভাৱধাৰাৰ মিলন সেতু। ইয়াৰ ফলত অসমীয়া সাহিত্যই লাভ কৰিলে 'পদুমকুঁৱৰী', 'লাহৰী' আদি উপন্যাস। এই সময়ৰ 'লিটিকাই', 'প্ৰহসনসমূহ', 'ভ্ৰমৰংগ' নামৰ অনূদিত নাট আদি অমৰ ৰচনা। এই সময়তে অসমীয়া কবিতাই ছন্দৰ পুৰণি বান্ধোন ছিঙি নতুনত্বৰ নূপুৰ পিন্ধিলে। ভিন ভিন দিশ সামৰি গধুৰ ভাৱাপন্ন প্ৰবন্ধই 'জোনাকী'ৰ বুকুত ঠাই পালে। জোনাকীয়ে জনসাধাৰণৰ মাজলৈ জাতীয় চেতনাযুক্ত জোনাকৰ প্লাৱন নমাই আনিলে। 'শ্ৰীক' অৰ্থাৎ কমলাকান্ত ভট্টাচাৰ্যৰ 'জাতীয় উন্নতি', 'অসমৰ উন্নতি', 'পানীন্দ্ৰনাথ গগৈৰ 'জাতীয় প্ৰেম', হেমচন্দ্ৰ গোস্বামীৰ 'অসমীয়া ভাষা', কনকলাল বৰুৱাৰ 'আমাৰ শিল্পী', বেজবৰুৱাৰ 'অসমীয়া ভাষা' আদি জাতীয় চেতনাযুক্ত প্ৰবন্ধৰে উৎকৃষ্ট উদাহৰণ।

'জোনাকী' কাকতৰ সমসাময়িক 'বিজুলী' (১৮৯০) আলোচনীৰ বুকুত আশ্ৰয় লৈও অসমীয়া সাহিত্যই তাৰ সুঁতি সলনি কৰিলে। এই কাৰ্যত কবিতাৰ ক্ষেত্ৰত সহায় কৰিলে চন্দ্ৰকুমাৰ আগৰৱালা, বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামীৰ লগতে কমলাকান্ত ভট্টাচাৰ্য, আনন্দচন্দ্ৰ আগৰৱালা, ৰঘুনাথ চৌধাৰী, হিতেশ্বৰ বৰবৰুৱা আদিয়ে। উপন্যাসৰ ক্ষেত্ৰত গোহাঁই বৰুৱা, বেজবৰুৱা, ৰজনীকান্ত বৰদলৈ আদিয়ে। নাটৰ ক্ষেত্ৰত বেজবৰুৱা, পূৰ্ণকান্ত দেৱশৰ্মা, দেৱনাথ বৰদলৈ, গোহাঁই বৰুৱা, বেণুধৰ ৰাজখোৱা, দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা আদিয়ে। সেইদৰে বুৰঞ্জী আৰু প্ৰত্নতত্ত্বৰ ক্ষেত্ৰত সোণাৰাম চৌধুৰী, কনকলাল বৰুৱা, আলোচনাৰ ক্ষেত্ৰত সত্যনাথ বৰা, ৰত্নেশ্বৰ মহন্ত আৰু সংগীতৰ ক্ষেত্ৰত লক্ষ্মীৰাম বৰুৱা, কীৰ্তিনাথ বৰদলৈৰ নাম চিৰস্মৰণীয়। আধুনিক অসমীয়া সাহিত্যত জোনাকী-বিজুলীৰ যুগ ৰোমাণ্টিক যুগ; গীতি কবিতাৰ যুগ। অসমীয়া সাহিত্যৰ বাবে এয়া এক নতুন সম্পদ। সেই কথালৈ লক্ষ্য কৰিয়ে বেজবৰুৱাই কৈছিল—'এবছৰৰ জোনাকীৰ চেষ্টাই অসমীয়া ভাষাৰ কঁকালত অনেক বল দিলে আৰু ভাষা-আকাশত পুৱাৰ পোহৰ পৰিল। অসমীয়া ভাষাটো আমাৰ অলাগতিয়াল বস্তু, কিছুমান ইংৰাজী শিক্ষিত অসমীয়াৰ যেন এনে এটা অদ্ভুত সংস্কাৰ আছিল, সেইটোৱে বৰকৈ জোঁকাৰ খালে। ড° মহেশ্বৰ নেওগদেৱে এয়া ভাৱ আৰু অনুভূতিৰ সুকুমাৰ বাহনৰূপে অসমীয়া ভাষাৰ উপযোগিতাৰ ৰোমাণ্টিক প্ৰত্যয় বুলি অভিহিত কৰিছে। মুঠতে, 'জোনাকী'য়ে অসমীয়া সাহিত্যত এক সাহিত্যিক জাগৰণৰ সৃষ্টি কৰি অসমীয়া সাহিত্যক সমৃদ্ধিশালী কৰি তুলিলে।

'জোনাকী'ৰ পিছত অসমীয়া সাহিত্যই বিভিন্ন আলোচনীৰ জৰিয়তে খৰতকীয়া গতি লাভ কৰিছিল যদিও জগত জোৰা মহাযুদ্ধই সেই গতিত কিছু বাধাৰ সৃষ্টি কৰিলে। 'বাঁহী', আৰু 'আন কেইখনমান আলোচনীৰ প্ৰচলন আছিল যদিও 'সাদিনীয়া অসমীয়া' আৰু 'চেতনা'হে ভালদৰে চলি আছিল। এই কাকত দুখনৰ মূল সুৰ আছিল জাতীয়তাবাদ। তদুপৰি ১৯৩৮ খ্ৰীষ্টাব্দত বেজবৰুৱাৰ মৃত্যু ঘটাত অসমীয়া সাহিত্যত পৰিৱৰ্তনৰ সংকেত ধ্বনি বাজি উঠিছিল। সেই একে খ্ৰীষ্টাব্দতে ৰঘুনাথ চৌধাৰীৰ সম্পাদনাত ১৯৩৬ খ্ৰীষ্টাব্দত জন্ম লভা 'জয়ন্তী'ৰ গতিও ৰুদ্ধ হ'ল। তাৰ বিপৰীতে তেওঁৰ সম্পাদনাতে ১৯৪০ খ্ৰীষ্টাব্দত জন্ম লাভ কৰিলে 'সুৰভি'য়ে। অসমীয়া সাহিত্যৰ ধাৰাটোক প্ৰৱাহিত কৰি ৰাখিবলৈ 'বাঁহী' 'আৱাহন' আৰু 'সুৰভি'য়ে অশেষ যত্ন কৰিছিল যদিও মহাযুদ্ধৰ চাকনৈয়াত পৰি সেই গতি স্তব্ধ হৈ গ'ল।

'জয়ন্তী'ৰ পিছতে সাম্প্ৰতিক অসমীয়া সাহিত্যক নতুন পথৰ সন্ধান দিয়া আলোচনী দুখন হ'ল 'পছোৱা' (১৯৪৮-৪৯) আৰু 'ৰামধেনু' (১৯৫১)। ইয়াৰ পিছত অসমীয়া সাহিত্যত 'মণিদীপ' (১৯৬০), 'অসমীয়া' (১৯৬৮), 'প্ৰকাশ' (১৯৭৫), 'আমাৰ প্ৰতিনিধি' (১৯৫৯), 'নৱযুগ', 'সমকালীন', 'প্ৰান্তিক', 'সূত্ৰধাৰ', 'ৰংপুৰ', 'অসম সাহিত্য সভা পত্ৰিকা' আদি আলোচনীয়ে বিশেষ ভূমিকা গ্ৰহণ কৰিছে। সত্তৰৰ দশকত প্ৰকাশিত হোৱা 'নক্সা', 'সাম্প্ৰতিক সাময়িকী', 'নতুন পৃথিৱী', 'সংলাপ' আলোচনীয়ে অসমীয়া সাহিত্যত বামপন্থী ভাৱধাৰাৰ লগতে উচ্চ চিন্তা-চৰ্চাৰ সোঁত বোৱাই দিলে। সত্তৰৰ দশকতে 'জ্ঞানদীপে' অসমীয়া সাহিত্যত বিজ্ঞানভিত্তিক আলোচনা প্ৰচাৰ কৰি পুনৰ যেন 'বাঁহী', 'চেতনা'

আদি আলোচনীৰ আদৰ্শকে জীয়াই তুলিছিল। আধুনিক অসমীয়া সাহিত্যই বিভিন্ন আলোচনী আৰু সংবাদ পত্ৰৰ বুকুত প্ৰসাৰ আৰু বিকাশ লাভ কৰাৰ লগতে সেইবোৰক ভিত্তি কৰিয়ে তাৰ সুঁতি সলনি কৰি আহিছে বুলি ক'ব পাৰি। তদুপৰি আন এটি উল্লেখনীয় কথা হ'ল আলোচনীসমূহেই সুপ্ত প্ৰতিভাক বিকশিত হোৱাৰ সুযোগ প্ৰদান কৰি এচাম লেখক সৃষ্টি কৰি উলিয়াইছিল। 'অসম লেখক কোষ'ৰ 'পৰিশিষ্ট'ত এই খণ্ডৰ লেখকসকলৰ লিখনীৰ সৈতে জড়িত কিছু আলোচনীৰ চমু পৰিচয় দাঙি ধৰা হৈছে।

'অসম লেখক কোষ'ৰ তৃতীয় খণ্ডত লেখক অন্তৰ্ভুক্তিৰ ক্ষেত্ৰত ১৮৬০ খ্ৰীষ্টাব্দৰ পৰা ১৯২০ খ্ৰীষ্টাব্দৰ ভিতৰত জন্ম গ্ৰহণ কৰা লেখকসকলক অন্তৰ্ভুক্ত কৰা হৈছে। কবিতা, গল্প, উপন্যাস, নাটক, শিশু সাহিত্য, সমালোচনা, অনুবাদ সাহিত্য আদি আটাইবোৰ বিষয়তে অৱদান আগবঢ়োৱা লেখকসকলৰ নাম সামৰিবলৈ যত্ন কৰা হৈছে। সেইদৰে মহিলা লেখকসকলৰ নাম অন্তৰ্ভুক্ত কৰিবলৈ যথেষ্ট তৎপৰতা অৱলম্বন কৰা হৈছে। অসমীয়া সাহিত্য যে কেৱল অসমীয়া লেখকৰ লিখনীৰে সমৃদ্ধ হৈছে এনে নহয়। সমন্বয়ৰ ক্ষেত্ৰ অসমত বসবাস কৰা বঙলা, নেপালী, মাৰোৱাৰী সম্প্ৰদায়ৰ লোকসকলেও অসমীয়া ভাষাতে সাহিত্য চৰ্চা কৰি অসমীয়া সাহিত্যক চহকী কৰিছে। নিৰ্দ্ধাৰিত সময়ৰ এই লেখকসকলৰ পৰিচয়ো তৃতীয় খণ্ডত অন্তৰ্ভুক্ত কৰা হৈছে।

লেখকসকলৰ পৰিচয় প্ৰদান কৰোঁতে জন্ম-মৃত্যুৰ চন, জন্ম-মৃত্যুৰ তাৰিখ, মাহ আদিৰ উল্লেখ কৰা হৈছে। সেইদৰে জন্মৰ ঠাইৰ নামো দিবলৈ যত্ন কৰা হৈছে। তাৰ পিছত লেখকগৰাকীৰ শিক্ষা-দীক্ষা, জীৱনৰ উল্লেখনীয় ঘটনা, বঁটা-বাহন প্ৰাপ্তি আৰু সাহিত্যলৈ অৱদান সম্পৰ্কে লিপিবদ্ধ কৰা হৈছে। অৱশ্যে কোনো কোনো লেখক-লেখিকাৰ ক্ষেত্ৰত তথ্যৰ অভাৱত উক্ত বিষয়বোৰ দিব পৰা হোৱা নাই। বৰ্ণৰ ক্ৰম অনুসৰি লেখকসকলৰ নাম অন্তৰ্ভুক্ত কৰা হৈছে। এই খণ্ডত অন্তৰ্ভুক্ত হোৱা লেখক-লেখিকাৰ সংখ্যা হৈছে ৪০২ গৰাকী। 'স' বৰ্ণৰ বত্ৰিশগৰাকী সৰ্বোচ্চ সংখ্যাৰ লেখক-লেখিকাৰ নাম পোৱা গৈছে। তাৰ পিছতে 'ম' বৰ্ণৰ লেখক-লেখিকাৰ সংখ্যা একত্ৰিশ গৰাকী। 'খ', 'ট'. 'ড', 'থ' বৰ্ণৰ একোজনকৈ লেখকৰ নাম পোৱা গৈছে। লেখকসকলৰ নাম বিচাৰি লওঁতে বিভিন্ন গ্ৰন্থ, আলোচনীৰ সহায় লোৱা হৈছে। এই আলোচনী, গ্ৰন্থ আদিৰ নাম 'অসম লেখক কোষ'ত দাঙি ধৰা হৈছে।

অসম সাহিত্য সভাই হাতত লোৱা 'অসম লেখক কোষ'ৰ প্ৰকাশৰ গুৰু দায়িত্বত মুখ্য সম্পাদক হিচাপে মোকো অংশীদাৰ কৰি কিছু কাম কৰাৰ সুবিধা আৰু সুযোগ প্ৰদান কৰিলে। এই দায়িত্ব পালনত অলপো হেমাহি নকৰাকৈ মহান কাৰ্য যাতে সফল হয়, তাৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিছোঁ। এই ক্ষেত্ৰত মোক সম্পাদক মঞ্জু দত্তবৰুৱা, সহযোগী সম্পাদক মনোজকুমাৰ দাস, ড° বিনীতা নাথ আৰু সহকাৰী সম্পাদক অপৰাজিতা চক্ৰৱৰ্তী মিশ্ৰই অতি আন্তৰিকতাৰে সহায়-সহযোগিতা আগবঢ়াই কৃতাৰ্থ কৰিছে। সদৌটিলৈকে মোৰ হিয়া ভৰা ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। অক্ষৰ বিন্যাসৰ কামফেৰা সুচাৰুৰূপে সমাধা কৰা কবিতা বৰা নেওগলৈও ধন্যবাদ জনালোঁ। অসম সাহিত্য সভাৰ কৰ্মীসকলৰ পৰা বিভিন্ন সময়ত লাভ কৰা সহায়ৰ শলাগ লৈছোঁ আৰু ধন্যবাদ জনাইছোঁ।

অসম সাহিত্য সভাৰ সভাপতি মাননীয় ৰংবং তেৰাং ডাঙৰীয়া আৰু প্ৰধান সম্পাদক ড° পৰমানন্দ ৰাজবংশীয়ে যি আস্থা আৰু বিশ্বাসেৰে এই মহান কাৰ্য সম্পাদনত মোক নিযুক্ত কৰিলে, তাত কিমানদূৰ সফল হ'ব পাৰিছোঁ সেয়া সুধী পাঠক সমাজে বিচাৰ কৰিব। কিন্তু এই মহান কৰ্মৰ অভিজ্ঞতা লাভ কৰাৰ সুযোগ দিয়াৰ বাবে মাননীয় সভাপতি আৰু প্ৰধান সম্পাদকলৈ ধন্যবাদ আৰু কৃতজ্ঞতা জনাইছোঁ।

**নমিতা ডেকা**

## সম্পাদকৰ একাষাৰ

এটা সময়লৈকে অসমীয়া মানুহৰ মনত ভাষাৰ উন্নতি সাধনৰ চিন্তাই ঠাই পোৱা নাছিল। প্ৰকৃততে ১৮২৬ খ্ৰীষ্টাব্দত বৃটিছে অসম লোৱাৰ সময়লৈকে বা তাৰ পিছতো অসমীয়া জন সাধাৰণৰ প্ৰাণত ভাষাভিত্তিক চিন্তা-ভাৱনাৰ উদ্ৰেক হোৱা নাছিল। হলিৰাম ঢেকীয়ালফুকনৰ 'আসাম বুৰঞ্জী'ৰ (১৮২৯ খ্ৰী.) ভাষাও অসমীয়া নাছিল, বঙলা আছিল। সেই সময়ত ধৰ্ম প্ৰচাৰ কৰিবলৈ অহা দুৰদৰ্শী আমেৰিকান ব্যাপ্টিষ্ট মিছনেৰীসকলে অসমীয়া ভাষাৰ স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰাত গুৰুত্ব আৰোপ কৰি অসমীয়া মানুহৰ প্ৰাণত ভাষাটোৰ প্ৰতি দায়িত্ববোধ জগাই তুলিলে। যদিও মিছনেৰীসকলে খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে অসমীয়া ভাষা আয়ত্ত কৰি লৈছিল আৰু ১৮৪৬ খ্ৰীষ্টাব্দত 'অৰুনোদই' নামৰ প্ৰথমখন অসমীয়া ভাষাৰ আলোচনী প্ৰকাশ কৰিছিল, এই আলোচনীখনৰ মাজেৰে অসমীয়া ভাষাৰ ঐতিহ্য আৰু স্বকীয় বৈশিষ্ট্য ৰক্ষাৰ ক্ষেত্ৰত থকা তেওঁলোকৰ মহানতা আৰু বদান্যতাৰো প্ৰকাশ ঘটিছিল। শিৱসাগৰ পৰা প্ৰকাশিত এই আলোচনীখনে সেই সময়ত অসমৰ জন-জীৱনলৈ বোৱতী সুঁতিৰ দৰে প্ৰবাহিত কৰিছিল চিন্তা-চেতনাৰ স্ৰোত। সেইবাবেই অসমীয়া ভাষাৰ কাকত-আলোচনীৰ ইতিহাসত 'অৰুনোদয়'ৰ অৱদান অতি মহৎ আৰু চিৰস্মৰণীয় হৈ ৰ'ব। 'অৰুনোদই'ত প্ৰকাশিত সেই সময়ৰ খ্যাত-অখ্যাত লেখক মণ্ডলীৰ ৰচনা সম্ভাৰে পাঠকসকলক জ্ঞান বিজ্ঞানৰ দিশত এখন বিশাল মুক্ত পৃথিৱীৰ সন্ধান দিছিল। কিন্তু এই কথা স্বীকাৰ কৰিব লাগিব যে 'অৰুনোদই'ত যিবোৰ ৰচনা প্ৰকাশ পাইছিল তাৰ বেছি ভাগৰে ভাষা মসৃণ নাছিল। শিশুৰ মুখৰ ভাষাৰ দৰে ইয়াৰ ভাষা হেনা-হুচা অৰ্থাৎ জ-য, শ-স, ই, ঈৰ পাৰ্থক্য নথকা এটা অপৈণত ভাষা আছিল। কিন্তু এনে অৱস্থাৰ পৰা উদ্ধাৰ কৰি বিজ্ঞানসন্মত এক উন্নত আৰু শুৱলা ভাষা প্ৰচাৰৰ বাবে আগবাঢ়ি আহিছিল উনবিংশ শতিকাৰ নৱম দশকত উচ্চ শিক্ষাৰ বাবে অসমৰ পৰা গৈ কলিকতা চহৰত বাহৰ পতা এমুঠি অসমীয়া দুৰদৰ্শী ছাত্ৰ। এই ক্ষেত্ৰত বিশেষভাৱে নাম ল'ব লাগিব তিনিজন ভাষা সাহিত্যৰ সেৱক তথা সাধক। তেওঁলোক হ'ল—লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামী। এই 'ত্ৰিমূৰ্তি'ৰ সদিচ্ছা, অহোপুৰুষাৰ্থ আৰু দুৰদৰ্শিতাৰ ফলতে ১৮৮৯ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহত জন্ম হৈছিল 'জোনাকী' কাকতৰ। প্ৰকৃততে 'জোনাকী'ৰ জৰিয়তেই বাক্য বিন্যাস ৰীতি পৰিশোধন কৰি এটা সাৱলীল অসমীয়া ভাষাৰ প্ৰচলন হ'ল আৰু অসমীয়া জন সাধাৰণৰ মাজত ভাষা সাহিত্য চৰ্চাৰ এক সুন্দৰ পৰিৱেশ গঢ়ি উঠিল 'জোনাকী'ৰ মাধ্যমেৰে অসমীয়া ভাষাত নতুন নতুন চিন্তা ধাৰাৰ প্ৰবন্ধ-পাতিও ৰচনা কৰা হ'ল। সামাজিক সচেতনা আনিবলৈ 'কৃপাবৰ বৰবৰুৱা' (লক্ষ্মীনাথ বেজবৰুৱা), 'সদানন্দৰ কলাঘুমটি' (লম্বোদৰ বৰা), 'কঃ পন্থা' (কমলাকান্ত ভট্টাচাৰ্য), 'কেন্দ্ৰ সভা' (সত্যনাথ বৰা) ইত্যাদি বিভিন্ন স্বাদৰ ব্যংগাত্মক, হাস্য ৰসাত্মক তথা চিন্তা গধুৰ গ্ৰন্থৰ জৰিয়তে উচ্চ মানৰ সাহিত্য নিৰ্মাণ হ'ল। সেই সাহিত্যই জন মানসত যথেষ্ট বুৰবুৰণি তুলিবলৈ সক্ষম হ'ল।

জোনাকী কাকতৰ এইসকল লেখক পৰৱৰ্তী কালত অসমীয়া সাহিত্যৰ আকাশত একো একোটি উজ্জ্বল নক্ষত্ৰৰূপে জিলিকি উঠিল। তেওঁলোকৰ ভিতৰত মুখ্যতঃ লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামীৰ নাম লোৱা হয় যদিও তেওঁলোকৰ উপৰিও পদ্মনাথ গোহাঞিবৰুৱা, কনকলাল বৰুৱা, ৰত্নকান্ত বৰকাকতি, আনন্দচন্দ্ৰ আগৰৱালা, নীলকান্ত বৰুৱা, বেণুধৰ ৰাজখোৱা, কৃষ্ণপ্ৰসাদ দুৱৰা, সত্যনাথ বৰা, দুৰ্গাপ্ৰসাদ দত্ত মজিন্দাৰ বৰুৱা, ৰজনীকান্ত বৰদলৈকে ধৰি আৰু অনেকজনৰ নাম শ্ৰদ্ধাৰে সুঁৱৰিব লাগিব। এই লেখকসকলে সৃষ্টিশীল লেখনিৰ জৰিয়তে নিজৰ দেশ আৰু ভাষা সাহিত্যৰ উত্তৰণৰ কাৰণে

অশেষ কষ্ট স্বীকাৰ কৰি গ'ল। উল্লেখযোগ্য যে অৰ্থ কড়িৰ দিশত যথেষ্ট অসুবিধা থকা সত্বেও বহু কষ্টৰে এইসকল চিন্তা নায়কে 'জোনাকী'ৰ প্ৰকাশ আৰু প্ৰচাৰ কৰি আছিল। কিন্তু ১৮৮৯ ৰ পৰা ১৮৯৮ লৈকে চলি থকাৰ পিছত জোনাকী বন্ধ হোৱাৰ উপক্ৰম হৈছিল। যাৰ ফলত কলিকতাৰ পৰা 'জোনাকী'ক উলিয়াই অনা হৈছিল গুৱাহাটীলৈ আৰু ১৯০১ ৰ পৰা ১৯০৩ লৈ 'জোনাকী'ৰ নতুন সংস্কৰণ কৰি গুৱাহাটীৰ পৰা প্ৰকাশৰ ব্যৱস্থা কৰা হ'ল। উল্লেখ্য যে 'জোনাকী'ৰ জন্মৰ আগতে 'অৰুনোদয়'কে ধৰি অসমীয়া ভাষাৰ কেইবাখন কাকত-আলোচনীৰ জন্ম হৈছিল। আউনীআটী সত্ৰৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰীদেৱগোস্বামীয়ে ১৮৭১ খ্ৰীষ্টাব্দত 'আসাম বিলাসিনী' নামেৰে এখন মুখপত্ৰ প্ৰকাশ কৰি উলিয়ায়। প্ৰায় বাৰ বছৰকাল চলি থাকি এইখন মুখপত্ৰ বন্ধ হয়। তাৰ পিছত ক্ৰমে ১৮৭৩ খ্ৰীষ্টাব্দত পৰা 'আসাম দৰ্পণ' (দৰং), ১৮৭৬ খ্ৰীষ্টাব্দত 'চন্দ্ৰোদয়' (দিহিংসত্ৰ), একে চনতে গুৱাহাটীৰ পৰা 'আসাম দীপিকা', 'আউনীআটীৰ পৰা 'আসাম দীপক', ১৮৮৮ খ্ৰীষ্টাব্দত 'আসাম তৰা' ইত্যাদি আলোচনীৰো প্ৰকাশ হ'বলৈ ধৰে। দুই-এখনৰ আয়ুকাল কম দিনীয়া হ'লেও সেই প্ৰতিখনেই যে ভাষা-সাহিত্যৰ বিকাশত অগ্ৰণী ভূমিকা পালন কৰিছিল সেয়া অনস্বীকাৰ্য। গুণাভিৰাম বৰুৱাৰ দ্বাৰা সম্পাদিত 'আসাম বন্ধু'ৰ প্ৰকাশ বন্ধ হয় ১৮৮৬ খ্ৰীষ্টাব্দত। এইখনৰ যোল্লটা সংখ্যা (হেমচন্দ্ৰ গোস্বামীৰ মতে) প্ৰকাশ হোৱা বুলি কোৱা হৈছে যদিও চৈধ্যটা সংখ্যাহে পোৱা গৈছে। ১৮৮৬ ৰ পৰা ১৮৮৭ খ্ৰীষ্টাব্দলৈকে মুঠ চাৰিটা সংখ্যা প্ৰকাশ হৈ বন্ধ হোৱা আনখন কাকত হ'ল—'মৌ' (সম্পাদক বলি নাৰায়ণ বৰা)। ১৯৯০ খ্ৰীষ্টাব্দত 'বিজুলী' ওলাল। এইক্ষেত্ৰ ত 'বিজুলী'ৰ প্ৰকাশৰ দায়িত্ব ল'লে বেণুধৰ ৰাজখোৱাই। তেওঁক সহযোগ কৰিলে কৃষ্ণপ্ৰসাদ দুৱৰা আৰু পদ্মনাথ বৰুৱাই। তাৰ বহুত পাছত অৰ্থাৎ ১৯০৭ খ্ৰীষ্টাব্দত ওলাল 'উষা'। সম্পাদক আছিল পদ্মনাথ বৰুৱা। উষাৰ অৰুণ কিৰণে চৌদিশে ৰাঙলি আভা সিঁচি দিয়াৰ সময়তেই অসমীয়া ভাষা-সাহিত্যৰ দলিল স্বৰূপে ১৯০৯ খ্ৰীষ্টাব্দত জন্ম হ'ল 'বাঁহী'। ভাষাত মধুৰ সুৰ প্ৰতিষ্ঠা কৰি এই বাঁহীত সুৰ তুলিলে কুৰি শতিকাৰ আধুনিক ভাষা সাহিত্যৰ জনক সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই। তাৰ পিছত 'আৱাহন' (১৯২৯), 'জয়ন্তী' (১৯৩৬), 'সুৰভি' (১৯৪০), 'পছোৱা', (১৯৪৮) আদি আলোচনী ওলাই অসমীয়া ভাষা সাহিত্যৰ আকাশ উজ্বলাই তুলিলে। এই সোণসেৰীয়া কাকত-আলোচনীসমূহৰ অসমীয়া ভাষা-সাহিত্যৰ ভালেকেইজন পূজাৰীক সৃষ্টিকৰ্মৰ জৰিয়তে নিজৰ দক্ষতাক প্ৰতিপন্ন কৰিবলৈ সুযোগ দিলে। এইক্ষেত্ৰত মূখ্য ভূমিকা ল'লে 'জোনাকী'য়ে। 'জোনাকী'তেই ব্যংগাত্মক, ৰসাত্মক, সমালোচনাত্মক ইত্যাদি অনেক ৰূপৰ সুস্বাদ লেখনিৰ প্ৰকাশ ঘটিল। এই নতুন স্বাদৰ সাহিত্যই অসমীয়া সাহিত্যত এক নতুন ধাৰাৰ সূচনা কৰিলে আৰু ইয়াৰ গুৰি ধৰিলে লক্ষ্মীনাথ বেজবৰুৱাই। ক'বলৈ গ'লে ১৯৪০ খ্ৰীষ্টাব্দলৈকে অসমীয়া সাহিত্যত বেজবৰুৱাৰ প্ৰভাৱ দে-দীপ্যমান হৈ থাকিল।

সময়ৰ সোঁতত বহু মূল্যৱান কাকত-আলোচনী হেৰাই যায়, হেৰাই যায় বহু বৰেণ্য লেখক-লেখিকাৰ স্মৃতি আৰু তেওঁবিলাকৰ কৰ্ম। তেনে পৰিপ্ৰেক্ষিতত অসম সাহিত্য সভাই লেখক কোষ (প্ৰাচীনৰ পৰা আধুনিক কাললৈ) ৰ প্ৰণয়নৰ কাম হাতত লৈ এক মহৎ কাৰ্য সাধন কৰিছে।

বিশ্ব সাহিত্যত কোষ গ্ৰন্থ ৰচনা বহু পুৰণি। ভাৰতবৰ্ষত উনবিংশ শতিকাৰ পৰা 'জীৱনী' ৰচনা আৰম্ভ হৈছে। এনে গ্ৰন্থৰ মাজেৰে একোজন মহৎ লোকৰ জীৱন আৰু কৰ্মৰ উপৰিও একোট সময়ৰ বহু তথ্য উন্মোচিত হয়। সেই বাবেই সাহিত্যত লেখক কোষৰ প্ৰয়োজনীয়তাৰ কোনোপধ্যে অস্বীকাৰ কৰিব নোৱাৰি।

'লেখক-কোষ'সমূহো এক প্ৰকাৰ 'জীৱন লেখন' বা Life Writing। এই শ্ৰেণীৰ লেখা বুৰঞ্জীৰ এটা শাখা। নিৰ্ভুল আৰু স্পষ্টৰূপে লেখকৰ জীৱন অন্বেষণ কৰাত এনে বুৰঞ্জীয়ে সহায় কৰে।

অসম সাহিত্য সভাই 'লেখক কোষ'ৰ তৃতীয় খণ্ডৰ ভাৰ আমাৰ ওপৰত ন্যস্ত কৰিছে তাৰ বাবে অসম সাহিত্য সভাৰ মাননীয় সভাপতি পদ্মশ্ৰী ৰংবং তেৰাং, প্ৰধান সম্পাদক ড° পৰমান্দ ৰাজবংশী আৰু অন্যান্য

বিষয়ববীয়া সকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ। আমাৰ লগত পূৰ্ণ সহযোগিতা আগবঢ়োৱা এই খণ্ডৰ মুখ্য সম্পাদক ড° নমিতা ডেকা, সহযোগী ড° বিনীতা নাথ, মনোজ কুমাৰ দাস আৰু অপৰাজিতা চক্ৰৱৰ্তী মিশ্ৰলৈ থাকিল স্নেহপূৰ্ণ আন্তৰিক ধন্যবাদ। অক্ষৰ বিন্যাসৰ কামখিনি কষ্ট সহকাৰে কৰি দিয়া কবিতা বৰা নেওগৰ শলাগ নল'লে নিশ্চয় দোষে চুব। এইখিনিতে উল্লেখ কৰিব লাগিব কেইবাজনো লেখকৰ জন্ম-মৃত্যুৰ চন-তাৰিখৰ উল্লেখ সঠিকভাৱে নোপোৱাত বহু ঠাইত আমি নিমাতে থাকিব লগীয়া হৈছে। কোনো কোনো ক্ষেত্ৰত বয়স আৰু ৰচনাৰ সময়ৰ মাজতো কিছু কিছু বৈসাদৃশ্য দেখিবলৈ পোৱা যায়। তেনে ধৰণৰ দিশত কিছু খুঁট ৰৈ যোৱাটো স্বাভাৱিক। তেনেবোৰ অনিচ্ছাকৃত ভুল-ক্ৰটিৰ বাবে পাঠকৰ ওচৰত ক্ষমা বিচাৰিছোঁ।

শেষত অসমীয়া ভাষা-সাহিত্য সভাৰ পবিত্ৰ ক্ষেত্ৰ অসম সাহিত্য সভাৰ উত্তৰোত্তৰ উন্নতি কামনা কৰিলোঁ।

'জয়তু অসম সাহিত্য সভা'

**মঞ্জু দত্তবৰুৱা**



# অ

**অতুলচন্দ্ৰ বৰুৱা (জন্ম ঃ ২৯ মে', ১৯১৬ খ্ৰী.; মৃত্যু ঃ ২০০১ খ্ৰী.)**

জন্মস্থান মঙলদৈ মহকুমাৰ মাৰৈ গাঁও। ১৯৩৬ খ্ৰীষ্টাব্দত প্ৰৱেশিকা, ১৯৩৮ খ্ৰীষ্টাব্দত কটন কলেজৰ পৰা আই. এ. আৰু ১৯৪০ খ্ৰীষ্টাব্দত স্নাতক পাছকৰি ১৮৪৪ খ্ৰীষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। বৃত্তিত তেওঁ শিক্ষক আছিল। ছিপাঝাৰ হাইস্কুল, পাথৰিঘাট এম. ই. স্কুল, মঙলদৈ হাইস্কুল আৰু কামৰূপ একাডেমীত শিক্ষকতা কৰে। ১৯৪৩-৪৯ খ্ৰীষ্টাব্দৰ সময়ছোৱাত অসম সচিবালয়ত চাকৰি কৰি থকাৰ সময়ছোৱাতে তেওঁ শ্বিলঙৰ চেণ্ট মেৰিজ আৰু এগুমাগুছ কলেজত অংশকালীন প্ৰবক্তাৰূপে কাৰ্যনিৰ্বাহ কৰে। ১৯৪৯ খ্ৰীষ্টাব্দত অসম অসামৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। কামৰূপ জিলাৰ অতিৰিক্ত উপায়ুক্ত হিচাপে তেওঁ অৱসৰ গ্ৰহণ কৰে। বিভিন্ন সামাজিক সংগঠনৰ লগত জড়িত বৰুৱাই সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠান শ্বিলং মুকুল সংঘ (১৯৪৫) আৰু গুৱাহাটী আলোচনা চক্ৰ (১৯৫৫) স্থাপনত উল্লেখযোগ্য বৰঙণি আগবঢ়াই গৈছে। অসম সাহিত্য সভাৰ ষৎচত্বাবিংশ অধিৱেশনত (শুৱালকুছি ১৯৭৯) সভাপতিত্ব কৰে।

তেওঁৰ সমালোচনামূলক গ্ৰন্থ ঃ 'সাহিত্যৰ ৰূপৰেখা' (১৯৫৭), 'সমালোচনা সাহিত্য' (১৯৫৮), 'সাহিত্য দৃষ্টি' (১৯৬০), 'সাহিত্য জীৱন' (১৯৬৫), 'অসমীয়া কাব্যত প্ৰেমৰ বোঁৱতী সুঁতি' (১৯৭০), 'মনসা কাব্য আৰু ওজাপালি' (১৯৭৪), 'অসমীয়া অভিধান আৰু ভাষা' (১৯৭৭), 'অসমীয়া লোক-সাহিত্য' (১৯৮১) ইত্যাদি। ভিন্ন বিষয়ৰ গ্ৰন্থ ঃ 'প্ৰজাপতিৰ নিৰ্বন্ধ' (১৯৫৭), 'ভূমি আৰু জীৱন' (১৯৫৮), 'মদন আৰু বসন্ত' (১৯৬১), 'ডাকে বোলে শুনা উপায়' (১৯৬৪), 'লোক দেৱতা শিৱ' (১৯৬৭), 'পুৰণি পুথিৰ সাধু' (১৯৫১), 'নবীকথা' (১৯৬৩), 'গল্প

ভাৰতী' (১৯৬৯) ইত্যাদি। শিশু সাহিত্য ঃ 'ওলট-পালট' (১৯৫৭), 'সন্ধিয়াৰ সাধু' (১৯৬৩), 'মাজ নিশাৰ সাধু' (১৯৭২), 'খেলি-মেলি' (১৯৭৪), 'সানমিহলি' (১৯৮৬)। জীৱনী সাহিত্য ঃ 'শৰৎচন্দ্ৰ গোস্বামীৰ চমু জীৱনী' (১৯৪৬), 'বাগ্মীনেতা দেশভক্ত ফুকন' (১৯৭৭), 'ছন্দশিল্পী ভোলানাথ দাস', (১৯৭৮), 'নৱৰত্ন' (১৯৮৮)। সম্পাদিত গ্ৰন্থ ঃ 'ভোলানাথ দাস ৰচনাৱলী' (১৯৭৭), 'ৰঘুনাথ চৌধাৰীৰ ৰচনাৱলী' (১৯৮০), 'দৰঙী শব্দকোষ' (১৯৮৮) ইত্যাদি।

**অতুলচন্দ্ৰ হাজৰিকা (জন্ম ঃ ৯ চেপ্টেম্বৰ, ১৯০৩ খ্ৰী.; মৃত্যু ঃ ৬ জুন, ১৯৮৬ খ্ৰী.)**

জন্মস্থান নগাঁও জিলাৰ উৰিয়া গাঁও। পিতৃৰ নাম ৰমাকান্ত হাজৰিকা আৰু মাতৃৰ নাম নিৰুপমা হাজৰিকা। গুৱাহাটীৰ আৰ্ল ল' কলেজ, কটন কলেজ আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা উচ্চ শিক্ষা গ্ৰহণ কৰে। এম. এ. পাছ কৰাৰ পূৰ্বে বি. এল. আৰু বি. টি. পৰীক্ষাত উত্তীৰ্ণ হয়।

'মঞ্চলেখা' গ্ৰন্থৰ বাবে ১৯৫৯ চনত সাহিত্য অকাডেমি বঁটা লাভ কৰে। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক (১৯৫৩-৫৬), উপ-সভাপতি (১৯৫৭-৫৮) আৰু সপ্তবিংশ অধিৱেশনৰ (নগাঁও, ১৯৫৯) সভাপতি হয়। অসমীয়া সাহিত্যলৈ আগবঢ়োৱা অৱদানৰ বাবে অসম সাহিত্য সভাই ১৯৮২ চনত সাহিত্যাচাৰ্য উপাধি প্ৰদান কৰে। ভাৰত চৰকাৰে ১৯৭১ খ্ৰীষ্টাব্দত পদ্মশ্ৰী উপাধি প্ৰদান কৰে।

একাধাৰে কবি, শিশু সাহিত্যিক, নাট্যকাৰ, ঔপন্যাসিক আৰু সু-প্ৰৱন্ধকাৰ। গ্ৰন্থ ঃ 'বেউলা' 'কনৌজ কুঁৱৰী' (১৯৩৩), 'নন্দ দুলাল', 'চম্পাৱতী' (১৯৩৫), 'কুৰুক্ষেত্ৰ' (১৯৩৬), 'দীপালী' (১৯৩৮), 'শ্ৰীৰামচন্দ্ৰ' (১৯৩৭), 'সাৱিত্ৰী', 'নৰকাসুৰ', 'মৰ্জিয়ানা' (১৯৩৯), 'কৌমুদী' (১৯৩৯),'শকুন্তলা' (১৯৪০), 'কথা-কীৰ্তন' (১৯৪৫), 'কথা দশম' (১৯৪৬), 'ছত্ৰপতি শিবাজী' (১৯৪৭), 'অশ্ৰুতীৰ্থ' (১৯৪৮), 'নীলা চৰাই' (১৯৪৮), 'মানিকী মধুৰী' (১৯৪৯), 'অংকীয়া নাটৰ সাধু'





(১৯৫০), 'ৰামায়ণৰ ৰহঘৰা' (১৯৫৬), 'ৰুণুক-জুনুক' (১৯৫৩), (১৯৫৬), 'ভাৰত জেউতি' (১৯৫৭), 'টিকেন্দ্ৰজিৎ' (১৯৫৯), 'গ্ৰীমছৰ সাধু' (১৯৬০), 'এণ্ডাৰছনৰ সাধু' (১৯৬১), 'ৰণঝংকাৰ' (১৯৬২), 'তপোবন' (১৯৬৫), 'জয়ন্ত জননী ৰক্তজবা' (১৯৬৩), 'ৰাংঢালী' (১৯৭১), 'ফেহুঁজালি' (১৯৭৪), 'ঈছপৰ সাধু', 'ল'ৰাৰ জাতক', 'দিগ্বিজয়ী', 'আনন্দমঠ', 'গেঞ্জী কোঁৱৰৰ সাধু' (১৯৬৭, অনূদিত),'অসম সাহিত্য সভাৰ ভাষণাৱলী' (১ম খণ্ড, ২য় খণ্ড, সংকলন), 'বেজবৰুৱাৰ গ্ৰন্থাৱলী' (সম্পাদিত)। 'দীপক' নামৰ শিশু আলোচনী এখনো সম্পাদনা কৰিছে।

**অনন্তদেৱ শৰ্মা**

কৰ্মসূত্ৰে মঙলদৈৰ লোক। শিশু সাহিত্যিকৰূপে পৰিচিত। ৰচিত শিশু কবিতাপুথি ঃ 'কৰণিৰ ফুল' (১৯৬১), 'জোনাক বিচাৰি' (১৯৭০), 'মন ফুলনি' (১৯৬৮), 'মালিকা' (১৯৬৮), 'ৰঙা ৰ'দ আনোগৈ ব'ল' (১৯৬৬)। সাধু কথাৰ পুথি ঃ 'কাচমণি' (১৯৬৫), 'জিৰণিৰ সাধু' (১৯৬৯) আদি উল্লেখযোগ্য।

**অন্নদা দেৱী বৰকটকী (জন্ম ঃ ১৮৮২ খ্ৰী.)**

জন্মস্থান যোৰহাটৰ বালিগাঁও। 'নামাঞ্জলি', 'বিয়ানাম' নামৰ দুখন গ্ৰন্থৰ লগতে দুখনমান শিশু সাহিত্য পুথি ৰচনা কৰি সাহিত্যৰ ভঁৰালটি চহকী কৰিছে।

**অন্নদা শইকীয়া**

জন্মস্থান শিৱসাগৰ জিলাৰ চাৰিং। যোগানন্দ দেৱ সত্ৰাধিকাৰ গোস্বামী মহাবিদ্যালয়ত শিক্ষা বিভাগৰ মুৰব্বী অধ্যাপিকাৰূপে কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে। ৰচনা কৰা পুথি ঃ 'এমুঠি কবিতা', 'অভিলাষ' (১৯৯০), 'নাৰী কাননৰ এঘাৰ পাৰিজাত'।

**অপূৰ্বচন্দ্ৰ বৰদলৈ**

'আৱাহন'ৰ গল্পকাৰ তথা কবি। 'আৱাহন'ৰ ২য় বছৰ, ৮ ম সংখ্যাত (জেঠ মাহ, ১৮৫৮ শক) 'অসীম' শিৰোনামৰ কবিতা এটা প্ৰকাশ পায়।

প্ৰসিদ্ধ গীতিকাৰৰূপে পৰিচিত। 'আৱাহন'ৰ ২য় বছৰ, দ্বাদশ সংখ্যাত (আহিন মাহ, ১৮৫৩ শক)ত 'বাৰিষাৰ গীত' শীৰ্ষক গীত এটি স্বৰলিপিসহ প্ৰকাশ পায়।

**অমলপ্ৰভা দাস (জন্ম ঃ ১২ নৱেম্বৰ, ১৯১১ খ্ৰী.·, মৃত্যু ঃ ১৯৯৪ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড় । পিতৃৰ নাম ডাঃ হৰিকৃষ্ণ দাস আৰু মাতৃৰ নাম হেমপ্ৰভা দাস। ১৯২৭ খ্ৰীষ্টাব্দত ডিব্ৰুগড় মডেল বালিকা হাইস্কুলৰ পৰা ভূগোল আৰু অংকৰ বিষয়ত লেটাৰসহ প্ৰৱেশিকা, ১৯২৯ খ্ৰীষ্টাব্দত কলকাতাৰ বেথুন কলেজৰ পৰা প্ৰথম বিভাগত আই. এছ. চি, ১৯৩৩ খ্ৰীষ্টাব্দত স্কটিচ ছাৰ্চ কলেজৰ পৰা ডিষ্টিংছনসহ বি. এছ. চি. আৰু তাৰ দুবছৰৰ পাছত ৰসায়ন বিভাগত কলিকতাৰ ছায়েন্স কলেজৰ পৰা এম. এছ. চি পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হয়।

গান্ধীজী আৰু বিনোৱাজীৰ একান্ত অনুগামী আছিল। সৰ্বভাৰতীয় পৰ্যায়ৰ গঠনমূলক প্ৰায়বোৰ অনুষ্ঠানৰে অসম শাখাৰ মুখ্য কাণ্ডাৰীৰূপে কাম কৰিছিল। সেই কাৰ্যৰ স্বীকৃতি স্বৰূপে যমুনাবালা বাজাজ বঁটাৰে সন্মানিত হৈছিল। এগৰাকী সুদক্ষ সমাজ সেৱিকা আছিল। সকলো ধৰ্মাৱলম্বী লোকলৈ মাতৃৰ মমতাৰে সেৱা যাঁচি ইতিহাস ৰচি থৈ গৈছে। এইগৰাকী মহীয়সী নাৰীয়ে তেওঁলৈ যঁচা পদ্মবিভূষণ উপাধি প্ৰত্যাখ্যান কৰিছিল বুলি জনা যায়।

**অমিয়কুমাৰ দাস (জন্ম ঃ ৫ মে'১৮৯৫ খ্ৰী:, মৃত্যু ঃ ১৯৭৫ খ্ৰী.)**

জন্মস্থান গুৱাহাটী। তেজপুৰ হাইস্কুল, কটন কলেজ আৰু কলিকতাৰ জেনেৰেল এছেম্বলি ইন্সটিটিউশ্বনৰ পৰা উচ্চ শিক্ষা লাভ কৰে। সমাজসেৱী, মুক্তিযোদ্ধা আৰু ৰাজনীতিবিদ আছিল। তেওঁ সাহিত্য





আৰু সংবাদ ক্ষেত্ৰত উল্লেখনীয় অৱদান আগবঢ়াইছে। লোকনায়ক উপাধিৰে বিভূষিত দাসে গান্ধীজীৰ অসহযোগ আন্দোলনত যোগ দি কেইবাবাৰো কাৰাবাস খাটে।

১৯২৫ চনত চন্দ্ৰকুমাৰ আগৰৱালাদেৱে প্ৰতিষ্ঠা কৰা 'সাপ্তাহিক অসমীয়া' কাকতৰ সম্পাদক আৰু ১৯৩৪-৩৫ চনৰ কালছোৱাত লক্ষ্মীনাথ বেজবৰুৱাৰ পিছত 'বাঁহী'ৰ সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰে।

একেৰাহে কেবাবাৰো তেওঁ অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। শ্ৰমমন্ত্ৰী হৈ থকাৰ সময়ত একাধিকবাৰ জেনেভাত বহা আন্তঃৰাষ্ট্ৰীয় শ্ৰম সন্মিলনত ভাৰতীয় প্ৰতিনিধি হিচাপে যোগদান কৰিছিল।

ৰচিত গ্ৰন্থ ঃ 'অসমত মহাত্মা', 'বিলাতত মহাত্মা', 'দক্ষিণ আফ্ৰিকাত সত্যাগ্ৰহ', 'গান্ধীজীৰ জীৱনী', 'গান্ধী কথামৃত', 'মেজমেলত মহাত্মা', 'অসহযোগ আন্দোলনত অসম', 'জীৱন স্মৃতি' ইত্যাদি। অনুবাদমূলক গ্ৰন্থৰ ভিতৰত 'মহাত্মা গান্ধীৰ আত্মজীৱনী, 'মোৰ সত্য অন্বেষণৰ কাহিনী' বিশেষভাৱে উল্লেখযোগ্য।

**অমৃতভূষণ দেৱ অধিকাৰী (জন্ম-১৮৫৮ খ্ৰী.; মৃত্যু-১৯৪২ খ্ৰী.)**

জন্মস্থান গোৱালপাৰাৰ দলগোমা সত্ৰ। পিতৃৰ নাম কণ্ঠভূষণ দেৱ অধিকাৰী আৰু মাতৃৰ নাম আকাশীলতা। মহাপুৰুষ মাধৱদেৱৰ ভাগিনীয়েক ৰামচৰণ ঠাকুৰৰ তৃতীয় পুত্ৰ নৰহৰিদেৱৰ বংশধৰ দেৱ অধিকাৰী সত্ৰৰ ধৰ্মীয় পৰিৱেশত ডাঙৰ-দীঘল হয়। বি. এ. মহলালৈকে অধ্যয়ন কৰে যদিও পৰীক্ষাৰ আগমুহূৰ্তত তেওঁক পঢ়ুওৱাৰ দায়িত্বত থকা ককায়েকৰ মৃত্যু হোৱাত বি. এ. পৰীক্ষাত অৱতীৰ্ণ হোৱাৰ পৰা বঞ্চিত হয়।

বৃত্তিত তেওঁ শিক্ষক আছিল। কৰ্ম জীৱনৰ আৰম্ভণিতে যোৰহাট বেজবৰুৱা হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক পদত অধিষ্ঠিত হয়। পিছত গৌৰীপুৰৰ জমিদাৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱাৰ অনুৰোধ ক্ৰমে নকৈ স্থাপিত গৌৰীপুৰ হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষক পদত নিযুক্ত হয়। তেওঁ বৈষ্ণৱ ধৰ্ম আৰু সাহিত্য জ্ঞানেৰে পৰিপুষ্ট আছিল।

অসমীয়া ভাষা আৰু সংস্কৃত ভাষাত বিৰল পাণ্ডিত্যৰ অধিকাৰী আছিল। তেওঁ ৰচিত গ্ৰন্থ ঃ 'শ্ৰীমান্নাম ঘোষা' (১৯১১)। 'ভক্তি ৰত্নাৱলী'ৰ অনুবাদ টীকা লিখে যদিও প্ৰকাশ হৈ নোলায়। 'বাঁহী', 'আৱাহন'ত প্ৰবন্ধ ৰচনা কৰিছে। ধৰ্মপ্ৰাণ আৰু বিদ্যানুৰাগী তথা অসমৰ পুথি-বচা সভাৰ এজন সভ্য আছিল। 'হাৱাঘাট হিতৈষিণী সভা' আৰু যোৰহাটত বহা অসম সাহিত্য সভাৰ (১৯২৩) পঞ্চম অধিৱেশনৰ সভাপতি আছিল।

**অমৃতলাল শৰ্মা (জন্ম ঃ ১৮৮১ খ্ৰী.; মৃত্যু ঃ ১৯৬১ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলা। পিতৃৰ নাম ৰঘুনাথ আৰু মাতৃৰ নাম জয়মতী।

বৃত্তিগতভাৱে এগৰাকী পশু চিকিৎসক আছিল। 'বাঁহী' আলোচনীৰ জৰিয়তে সাহিত্য প্ৰতিভা প্ৰকাশিত হোৱা শৰ্মাৰ প্ৰকাশিত গ্ৰন্থ ঃ 'সত্য সংগ্ৰহ' (হীৰাদেৱীৰ আখ্যান), 'নাম মঞ্জৰী', 'হিন্দুৰ পাপ আৰু প্ৰায়শ্চিত্ত', 'যদুপতি শ্ৰীকৃষ্ণ, 'সন্ধ্যা গায়ত্ৰী' আৰু 'মানৱ ৰহস্য' ইত্যাদি।

**অম্বিকাপ্ৰসাদ গোস্বামী (জন্ম ঃ ১৮৯৫, মৃত্যু ঃ ১৯৬৩)**

পিতৃৰ নাম শম্ভুৰাম। কটন কলেজৰ পৰা শিক্ষা গ্ৰহণ কৰি গুৱাহাটীৰ সোণাৰাম হাইস্কুলত শিক্ষকতা কৰিছিল। পিছলৈ ওকালতি কৰে। শেক্সপীয়েৰৰ 'ছিম্বেলিন' নাটকৰ আধাৰত 'তাৰা' নামৰ এখন নাটক ৰচনা কৰে।

**অম্বিকানাথ বৰা (জন্ম ঃ ১৮৯১ খ্ৰী:, মৃত্যু ঃ ২৫ এপ্ৰিল ১৯৬৮ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ গুৱাহাটী। পিতৃৰ নাম সত্যনাথ বৰা (ব্যাকৰণবিদ) আৰু মাতৃৰ নাম ভুৱনেশ্বৰী। কটন কলেজিয়েট আৰু কটন কলেজৰ পৰা প্ৰাথমিক আৰু মাধ্যমিক শিক্ষা লৈ কলিকতাৰ পৰা বাণিজ্য বিষয়ত উচ্চ শিক্ষা গ্ৰহণ কৰে। কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া স্নাতকোত্তৰ মহলা প্ৰতিষ্ঠা কৰাত গুৰুত্বপূৰ্ণ ভূমিকা পালন





কৰিছিল। সেই বিভাগতে তেওঁ অধ্যাপনাও কৰিছিল।

কবিতা, প্ৰবন্ধ ইত্যাদি 'ঊষা' আলোচনীত প্ৰকাশ হয়। 'ৰুক্মিণী হৰণ' নাট সম্পাদনা কৰি প্ৰকাশ কৰে। হেমচন্দ্ৰ গোস্বামীৰ 'অসমীয়া সাহিত্যৰ চানেকি' গ্ৰন্থখনৰ প্ৰণয়নত আগভাগ লৈছিল বুলি জনা যায়।

**অম্বিকাগিৰী ৰায়চৌধুৰী (জন্ম ঃ ১০ ডিচেম্বৰ, ১৮৮৫, মৃত্যু ঃ ২ জানুৱাৰী, ১৯৬৭ খ্ৰী.)**

জন্মস্থান বৰপেটাৰ দক্ষিণহাটী। পিতৃৰ নাম কৃষ্ণৰাম ৰায়চৌধুৰী আৰু মাতৃৰ নাম দৈৱকী। প্ৰাথমিক শিক্ষা গ্ৰহণ কৰে বৰপেটাৰ প্ৰাথমিক বিদ্যালয়ত। তাৰ পিছত গুৱাহাটীৰ সোণাৰাম হাইস্কুলত উচ্চ শিক্ষাৰ পাতনি মেলে। কিন্তু দেশ মাতৃৰ প্ৰতি থকা প্ৰগাঢ় ভালপোৱাৰ বাবে স্কুলৰ মাজত আৰব্ধ নাথাকি ১৯০৪ চনত দেশ জুৰি চলি থকা বংগ ভংগ আৰু বিদেশী বস্ত্ৰ বৰ্জন আন্দোলনত মুখ্য ভূমিকা ল'বলৈ আগবাঢ়ি যায়। ফলত চৰকাৰী ৰোষত পৰি নজৰবন্দী হ'বলগীয়া হয়। ১৯১৪ চনত ডিব্ৰুগড় চহৰলৈ যায় আৰু সেই সময়ত ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত 'আসাম বন্ধু' কাকতৰ সহকাৰী সম্পাদক হয়। ১৯১৮ চনত গুৱাহাটীলৈ উভতি আহি 'চেতনা' নামৰ এখন মাহেকীয়া আলোচনী উলিয়ায়। কিন্তু তাৰ কিছুদিনৰ পিছতে (১৯২১ চন) পুনৰ অসহযোগ আন্দোলনত যোগ দি কাৰাবাস খাটে। কাৰাবাসৰ পৰা ওলাই আহি 'অসম সংৰক্ষিণী সভা'ৰ জন্ম দিয়ে। তেওঁ 'ডেকা অসম' (১৯৩৬) নামৰ পষেকীয়া কাকত এখনো সম্পাদনা কৰে।

১৯৫০ চনত মাৰ্ঘেৰিটাত অনুষ্ঠিত অসম সাহিত্য সভাৰ সভাপতি পদ অলংকৃত কৰিছিল। ৰায়চৌধুৰীৰ ৰচিত গ্ৰন্থ ঃ 'তুমি' (১৯১৫), 'বীণা' (১৯১৬), 'জগতৰ শেষ আদৰ্শ আৰু বিশ্ব শান্তি স্থাপনৰ উপায়' (১৯২৬), 'ডেকা-ডেকেৰীৰ বেদ', 'Songeet Cell, 'স্বাধীন পঞ্চায়ত ৰাষ্ট্ৰ গঠনৰ প্ৰাথমিক আঁচনি' (১৯৪২), 'আহুতি' (১৯৫৮), 'অনুভূতি' (১৯৫৪), 'বন্দো কি ছন্দেৰে', 'স্থাপন কৰ' (১৯৫৮), 'জয়দ্ৰথ বধ'

(১৯৬২), 'বেদনাৰ উল্কা' (১৯৬৪), 'দেশেই ভগৱান' (১৯৬৫), 'কল্যাণময়ী' ইত্যাদি।

একাধাৰে কবি, গদ্যলেখক, নাট্যকাৰ, সমাজ সচেতন লোক আৰু এগৰাকীদেশপ্ৰেমিক আছিল। তেওঁৰ কবিতাত জাতীয়তাবাদ আৰু ৰহস্যবাদৰ সুৰ শুনিবলৈ পোৱা যায়।

**অম্বেশ্বৰ চেতিয়া ফুকন (জন্ম ঃ১৯১২, মৃত্যু ঃ ৪ অক্টোবৰ, ১৯৯৪)**

জন্মস্থান শিৱসাগৰ জিলাৰ মেচাগড় গোহাঁইগাঁও। জাঁজী *টী কোম্পানীৰ* চাকৰিয়াল হিচাপে কৰ্মজীৱন আৰম্ভ কৰি পাছত নাফুক চাহ বাগিচাৰ মহৰী হয়। অসমীয়া সাহিত্যত স্বভাৱ কবি আৰু গীতিকাৰৰূপে পৰিচিত। অসম সাহিত্য সভাৰ ৰঙিয়া অধিৱেশনৰ (১৯৭৩) কবি সন্মিলন সঞ্চালনা কৰিছিল। অসম সাহিত্য সভাই তেওঁক 'কবিতা কোঁৱৰ' উপাধি প্ৰদান কৰে। 'বাঁহী, 'আৱাহন', 'ঘৰ-জেউতী', 'বৰদৈচিলা' আদি আলোচনীৰ যোগেদি কবিতা চৰ্চা কৰে। অসমীয়া সাহিত্যলৈ আগবঢ়োৱা অৱদান ঃ 'তটিনী' (১৯২৬), 'আহোম শক্তি' (১৯৪১), 'বুকুৰ ব্যথা' (১৯৪৪), 'সেউজী পাতৰ ৰাঙলী বোল' (১৯৫১), 'দেশৰ মাটিৰ পূজাৰ ফল' (১৯৮০) ইত্যাদি।

**অৰ্জুনচন্দ্ৰ দাস (জন্ম-১৯০৩, মৃত্যু- ১৯৮৭)**

জন্মস্থান বৰপেটা। নাৰায়ণ দাস ঠাকুৰ আতা, ভৱানীপুৰীয়া গোপাল আতা, শ্ৰীৰাম আতা, মথুৰাদাস বুঢ়া আতা আৰু পদ্ম আতাৰ জীৱন চৰিত অংকিত তেওঁৰ 'মহাপুৰুষীয়া ধৰ্মৰ পঞ্চৰত্ন' এখন উল্লেখযোগ্য গ্ৰন্থ। ৰচিত গ্ৰন্থ ঃ 'অসমীয়া সাধু', 'বুঢ়া আতা'।

**অলকা (চন্দ্ৰবালা) পটংগীয়া (জন্ম ঃ ১৯০৭ খ্ৰী.,মৃত্যু ঃ ১৯৮৩ খ্ৰী.)**

জন্মস্থান তেজপুৰ। প্ৰকৃত নাম চন্দ্ৰবালা। বৃত্তিত তেওঁ শিক্ষয়িত্ৰী আছিল। এগৰাকী গল্পকাৰৰূপেও পৰিচিত পটংগীয়াই 'ঘৰজেউতি'ত আত্মপ্ৰকাশ কৰে। কেইবাটাও গল্প 'আলোচনী'ত প্ৰকাশ হৈছে।





# আ

**আজলীতৰা নেওগ (জন্ম ঃ ৫ ডিচেম্বৰ, ১৯১৩ খ্ৰী.; মৃত্যু ১ নৱেম্বৰ, ১৯৪৯ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড়ৰ আমোলাপট্টি। পিতৃ প্ৰখ্যাত সাহিত্যিক বেণুধৰ ৰাজখোৱা আৰু মাতৃৰ নাম ৰত্নকুমাৰী ৰাজখোৱানী। প্ৰসিদ্ধ কবিৰূপে পৰিচিত ডিম্বেশ্বৰ নেওগৰ পত্নী। পঢ়াশালিত পঢ়ি থাকোঁতেই বিবাহপাশত আবদ্ধ হয়।

তেওঁৰ শিশু উপযোগী গ্ৰন্থ ঃ 'আলিবাবা আৰু দুকুৰি ডকাইত' (১৯৩১), 'সিন্দবাদ আৰু সাতোটি জলদস্যু' (১৯৩৩), 'আল্লাউদ্দিন আৰু এটা আচৰিত চাকি' (১৯৩৯)। সেই সময়ৰ মহিলা আলোচনী 'ঘৰ-জেউতী', 'বাঁহী', 'বৰদৈচিলা', 'বাতৰি', 'অসমীয়া', 'ভ্ৰমৰ', 'আমাৰ দেশ', 'মলয়া' আদি কাকত-আলোচনীত প্ৰবন্ধ-পাতি ৰচনা কৰে। প্ৰথম কবিতা 'ব'হাগীৰ বিয়াৰ গীত'। লিখা-পঢ়াৰ উপৰিও সংগীতৰ লগত জড়িত আছিল।

**আতাউৰ ৰহমান (জন্ম ঃ ১৯১৯ খ্ৰী. ; মৃত্যু ঃ ১৯৮২ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ সৰভোগ। তেওঁ সৃষ্টি কৰ্ম—'ভাৰত ভ্ৰমিলোঁ', 'তাগিদাত লিখিলোঁ', 'মোৰ দৃষ্টিত অসম আন্দোলন', 'স্বভাৱ কবিতা' (সম্পাদনা) আৰু 'ৰহিম ৰূপভানৰ সাধু' (সম্পাদনা)। ভালেসংখ্যক ভাবগধুৰ প্ৰবন্ধ-নিবন্ধ কাকত-আলোচনীত সিঁচৰতি হৈ আছে।

**আদ্যনাথ শৰ্মা (জন্ম-১৮৮৬ খ্ৰী.; মৃত্যু-১৯৮১ খ্ৰী.)**

জন্মস্থান নলবাৰী জিলা। কৰ্ম জীৱন আৰম্ভ কৰে এগৰাকী শিক্ষক হিচাপে। মহাভাৰত আৰু ৰামায়ণৰ চৰিত্ৰসমূহৰ আধাৰত ৰচনা কৰা

'ভাৰত মনীষা' সাহিত্যিক জীৱনৰ এক উল্লেখনীয় কৃতী। এগৰাকী শিশু সাহিত্যিক। তেওঁৰ আনখন গ্ৰন্থৰ নাম ঃ 'জীৱনৰ চাৰি অধ্যায়'।

**আনন্দচন্দ্ৰ আগৰৱালা (জন্ম ঃ ১৮৭৪ খ্ৰী.; মৃত্যু ঃ ১৬ ডিচেম্বৰ, ১৯৩৯ খ্ৰী.)**

জন্মস্থান তেজপুৰ বৰঙাবাৰী নামৰ গাঁও। শিক্ষা জীৱনত এফ. এ.লৈকে অধ্যয়ন কৰি 'জোনাকী' কাকত আৰু অ. ভা. উ. সা. সভাৰ লগত জড়িত হৈ কাম কৰে। প্ৰথমতে শিৱসাগৰৰ বেজবৰুৱা হাইস্কুলত শিক্ষকতা কৰিছিল, তাৰ পিছত আৰক্ষী বিভাগত যোগ দিয়ে আৰু আৰক্ষী অধীক্ষক হিচাপে ১৯২৯ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। পুলিচ বিষয়া ৰূপে কাৰ্যনিৰ্বাহ কৰিলেও কৰ্মজীৱনৰ ফাঁকে ফাঁকে সাহিত্য সাধনাত ব্ৰতী হয়। কৰুণাভিৰাম বৰুৱাৰ শিশু আলোচনী 'ল'ৰা বন্ধু'ৰ (১৮৮৮)ৰ সম্পাদনা সমিতিত সহযোগী হিচাপে কাম কৰিছিল।

তেওঁৰ কাব্যগ্ৰন্থ ঃ 'জিলিকনি' (১৯২০) আৰু 'পদুমনি' (১৯৭৪)। জনপ্ৰিয় কবিতা ঃ 'সুখৰ ঠাই', 'জীৱন সংগীত', 'চহা আৰু পণ্ডিত', 'পানেশৈ', 'বলম' ইত্যাদি। গীতৰ পুথি ঃ 'ধৰ্ম-সংগীত'। শিশু গ্ৰন্থ ঃ 'কোমল পাঠ' (১৯১০) আৰু 'আদি পাঠ' (১৯২০)।

'জোনাকী' কাকতৰ অন্যতম গুৰি ধৰোঁতা আছিল। 'শ্ৰীহৰ্ষ' ছদ্মনামেৰে 'জোনাকী' আৰু 'বিজুলী'ত কবিতা ৰচনা কৰে। বৃটিছ চৰকাৰৰ পৰা 'ৰায়বাহাদুৰ' খিতাপ লাভ কৰিছিল। অসম সাহিত্য সভাৰ পঞ্চদশ অধিৱেশনত (মঙলদৈ, ১৯৩৪) সভাপতিত্ব কৰে। অসমীয়া সাহিত্য জগতত 'ভাঙনি কোঁৱৰ' নামেৰে পৰিচিত।

**আনন্দচন্দ্ৰ বৰুৱা (জন্ম- ৩ ডিচেম্বৰ, ১৯০৭ খ্ৰী:,মৃত্যু-২৭ জানুৱাৰী, ১৯৮৩ খ্ৰী.)**

জন্মস্থান যোৰহাট জিলাৰ ঢেকীয়াখোৱা গাঁও। পিতৃৰ নাম প্ৰেমধৰ বৰুৱা আৰু মাতৃৰ নাম ইন্দ্ৰানী দেৱী। যোৰহাট চৰকাৰী বালক বিদ্যালয়ৰ





পৰা প্ৰাথমিক শিক্ষা লাভ কৰি উচ্চ শিক্ষাৰ বাবে কাশী হিন্দু বিশ্ববিদ্যালয়লৈ যায়। কিন্তু সৰ্বভাৰতীয় অসহযোগ আন্দোলনৰ বাবে আনুষ্ঠানিক শিক্ষা অসমাপ্ত হৈ ৰয়। প্ৰথম অৱস্থাত শিক্ষকতা কৰে যদিও পাছত সাংবাদিকতাৰ লগতে বিভিন্ন বিভাগত চাকৰি কৰে।

অসমীয়া সাহিত্যত 'বকুলবনৰ কবি' হিচাপে পৰিচিত। প্ৰথম কবিতা প্ৰকাশ পায় 'বাঁহী' আলোচনীত। 'অসমীয়া' (১৯৩০) কাকতৰ সম্পাদক আৰু ' 'সাপ্তাহিক বাতৰি'ৰ সহকাৰী সম্পাদক হয়। ১৯৭০ খ্ৰীষ্টাব্দত ভাৰত চৰকাৰৰ দ্বাৰা 'পদ্মশ্ৰী' সন্মানেৰে সন্মানিত হয়। ১৯৭৭ খ্ৰীষ্টাব্দত 'বকুল বনৰ কবিতা' নামৰ কাব্য গ্ৰন্থৰ বাবে সাহিত্য অকাডেমি বঁটা লাভ কৰে। অসম সাহিত্য সভাৰ ষটত্ৰিংশ অধিৱেশনৰ (বৰপেটা, ১৯৬৯) সভাপতিৰূপে কাৰ্যনিৰ্বাহ কৰে।

অসমীয়া সাহিত্যলৈ তেওঁৰ অৱদান ঃ'পৰাগ', 'পুষ্পক', 'হাফিজৰ সুৰ', 'ৰঞ্জন ৰশ্মি', 'পাপৰিৰ পৰিমল', 'বকুল বনৰ কবিতা', 'কমতাকুঁৱৰী', 'কপৌ কুঁৱৰী', 'ফুলৰা', 'ছোভিয়েট কবিতা', 'কুমাৰ সম্ভৱ', 'এছিয়াৰ জ্যোতি', 'এথাম ফ্ৰম' ইত্যাদি।

**আব্দুল গুৱলী (জন্ম-১৮৯৯)**

জন্মস্থান নগাঁও জিলাৰ পুৰণিগুদাম। নগাঁও জিলাৰ ডচন হাইস্কুলৰ প্ৰধান শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰে। যোৰহাট প্ৰশিক্ষণ বিদ্যালয়ৰ আলোচনী 'প্ৰভাত'ত শিক্ষামূলক আৰু ছাত্ৰোপযোগী ভালেমান প্ৰবন্ধ প্ৰকাশ পাইছে। লেখনীৰ প্ৰধান বিষয়বস্তু শিক্ষা আৰু ছাত্ৰ।

# ই

**শ্ৰীইন্দ্ৰ**

জন্ম-মৃত্যু সম্পৰ্কে বিশেষ তথ্য পোৱা নাযায়। 'জোনাকী' যুগৰ লেখক আছিল। 'জোনাকী' কাকতৰ প্ৰথম সংখ্যাৰ সপ্তম ভাগত এটি ছন্দোবদ্ধ সাঁথৰ 'শ্ৰীইন্দ্ৰ'ৰ নামত প্ৰকাশ হোৱালৈ চাই কবি আছিল বুলি ক'ব পৰা যায়।

**ইন্দিবৰ বৰুৱা (জন্ম ঃ ১৮২৯, মৃত্যু ঃ ১৯১৪ খ্ৰী.)**

নীলকুমুদ বৰুৱা নামেৰেও পৰিচিত। শিৱসাগৰৰ উৰ্বীধৰ শিৱসাগৰীয়া বৰুৱাৰ টোলত স্কুলীয়া প্ৰাথমিক শিক্ষা লাভ, তাৰ পিছত শিৱসাগৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত শিক্ষা গ্ৰহণ কৰে। শিৱসাগৰৰ কাছাৰীত শিক্ষা নবিচৰ চাকৰিত সোমাই চাকৰি জীৱনৰ পাতনি মেলে আৰু পিছলৈ চিৰস্তাদাৰ হয়। শিৱসাগৰৰ প্ৰথমখন লোকেল ব'ৰ্ডৰ তেওঁ সদস্য আছিল।

'জীৱনাদৰ্শ' তেওঁ ৰচনা কৰা এখনি উল্লেখযোগ্য জীৱনী গ্ৰন্থ।

**ইন্দ্ৰেশ্বৰ বৰঠাকুৰ (জন্ম ঃ ১৮৮৭ খ্ৰী.; মৃত্যু ঃ১৯৬০ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ। পিতৃৰ নাম দুৰ্গেশ্বৰ বৰঠাকুৰ আৰু মাতৃৰ নাম শশীপ্ৰভা দেৱী।

স্কুলীয়া শিক্ষা লাভ কৰে শিৱসাগৰত। ১৯০৭ খ্ৰীষ্টাব্দত কটন কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰি নলবাৰী, উত্তৰ লখিমপুৰ, গোৱালপাৰা, বেবেজীয়া আৰু অভয়াপুৰীৰ কেইবাখনো চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষকৰ দায়িত্ব পালন কৰিছিল। ১৯৪২ খ্ৰীষ্টাব্দত অৱসৰ লয়।

একাধাৰে খনিকৰ, সংগীতজ্ঞ, নাট্যকাৰ, কবি, অভিনেতা। সেই সময়ত সম্ভ্ৰান্ত ঘৰৰ ব্যক্তিয়ে সংগীতৰ শিক্ষা গ্ৰহণ কৰাটো সমাজে ভাল





চকুৰে নাচাইছিল বাবে ৰাতি মনে মনে এজন মুচিয়াৰৰ ওচৰত তবলাৰ শিক্ষা লয়। সংগীত আৰু নাটকৰ অনুৰাগী আছিল।

অনুকূল পৰিৱেশৰ অভাৱত প্ৰতিভা ভালদৰে বিকাশ নাপালেও অসমীয়া সাহিত্যলৈ ভালেখিনি অৱদান আগবঢ়াই থৈ গৈছে। ৰচিত কাব্যগ্ৰন্থ ঃ 'চন্দ্ৰমল্লিকা' (১৯৫১) আৰু 'ৰণ-জেউতি' (১৯৫৫)। অমিত্ৰাক্ষৰ ছন্দত লিখা গ্ৰন্থ ঃ 'ৰণ-জেউতী'ত (ইয়াত ঘটোৎকচৰ বীৰত্বৰ কাহিনী বৰ্ণিত হৈছে)। অন্যান্য গ্ৰন্থ, নাটক ঃ 'শ্ৰীবৎসচিন্তা' (১৯২৭) আৰু 'সিংহাসন'। 'সপ্তপৰ্ণ' (১৯৫৩,আলোচনাত্মক) ৰচনা। 'পঞ্চপ্ৰদীপ' আৰু 'গীতালি' (গীতৰ পুথি)। কেইবাখনো গদ্য পুথি অপ্ৰকাশিত অৱস্থাত ৰৈ গৈছে।

তেওঁ অসম সাহিত্য সভাৰ সংগীত শাখাৰ ডিব্ৰুগড় (১৯২৪) আৰু মাৰ্ঘেৰিটাৰ (১৯৫০) অধিৱেশনত সভাপতিৰ পদ শুৱনি কৰিছিল।

**এম. ইব্ৰাহিম আলি (জন্ম ঃ ২১ জুন, ১৯১৮ খ্ৰী.·, মৃত্যু ঃ ২২ নবেম্বৰ, ১৯৭৫ খ্ৰী.)**

জন্মস্থান দৰং জিলাৰ শিঙিমাৰী গাঁও। পিতৃৰ নাম আবিদ আলি, মাতৃৰ নাম আমিনা খাতুন। মঙলদৈ হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ প্ৰাইভেট পৰীক্ষাৰ্থীৰূপে বি. এ., আৰু এম. এ. ডিগ্ৰী লাভ কৰে।

অসমৰ বিভিন্ন ঠাইত শিক্ষকতা কৰি শেষলৈ স্কুলসমূহৰ পৰিদৰ্শক হয়। একাধাৰে কবি, গল্পকাৰ, ঔপন্যাসিক আছিল।

প্ৰকাশিত গ্ৰন্থ ঃ কাব্য ঃ 'চাহাৰা' (১৯৪২), 'নিস্তব্ধ নিষাদ' (১৯৭৪)। উপন্যাস ঃ 'ৰাজদ্ৰোহী' (১৯৫১), 'পুৱতি নিশাৰ অনামী তৰা' (১৯৬৬)। ১৯৪২ খ্ৰীষ্টাব্দত প্ৰথম কবিতা সংকলন 'চাহাৰা' প্ৰকাশ হয়। ১৯৭৪ খ্ৰীষ্টাব্দত দ্বিতীয়খন কাব্যগ্ৰন্থ 'নিস্তব্ধ নিষাদ' প্ৰকাশিত হৈছিল। 'ৰাজদ্ৰোহী' (১৯৫১), 'পুঁৱতি নিশাৰ অনামী তৰা' (১৯৬৬) এওঁৰ দুখন উপন্যাস। 'বাঁহী'ত 'ভৈয়ামৰ নাগিনী' নামৰ উপন্যাস (অসমাপ্ত)

ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। শিশুৰ গ্ৰন্থ ঃ 'জেবুন্নিছা' বা 'হেৰেম কুঁৱৰী', 'ছোৰহাব ৰুস্তম', 'পৰী কুঁৱৰীৰ দেশ', 'সহজ ক-খ', 'সাহিত্য-সুধা' আদিকে ধৰি প্ৰায় কুৰিখন স্কুলীয়া পুথি ৰচনা কৰিছে। 'কাঁচিজোন' নামৰ শিশু আলোচনী এখন আৰু গজৰ আলি পণ্ডিতৰ 'মোৰ জীৱনৰ কিছু কথা', 'মাধৱচন্দ্ৰ বেজবৰুৱা' আদি পুথিসমূহ সম্পাদনা কৰিছে। 'মাটি আৰু সোণ' (১৯৬১) নামৰ উপন্যাসখনিৰ বাবে ভাৰত চৰকাৰৰ পৰা ৰাষ্ট্ৰীয় বঁটা লাভ কৰিছে। 'আৱাহন', 'জয়ন্তী', 'আমাৰ প্ৰতিনিধি' আদি বিভিন্ন পত্ৰিকাত অনেক প্ৰবন্ধ আৰু কবিতা প্ৰকাশ পাইছে।

**ইষ্টদেৱ নৱীশ (জন্ম ঃ ১৯০৯ খ্ৰী.; মৃত্যু ঃ ১৯৯০ খ্ৰী.)**

জন্মস্থান বৰপেটা সত্ৰ। প্ৰকাশিত পুথি—'স্বাধীনতা' (প্ৰবন্ধ পুথি), 'দুৰ্লভ মনুষ্য জন্ম' (ধৰ্মমূলক পুথি), 'শ্ৰীকৃষ্ণৱ সিদ্ধান্তত শংকৰদেৱ', 'গুৰু বাক্য', 'শ্ৰী কৃষ্ণ উদ্ধৱ সংবাদ', 'প্ৰসংগ প্ৰণালী' ইত্যাদি। অন্যান্য ভালেমান মূল্যৱান প্ৰবন্ধ ৰচনা কৰিছে।





# উ

**উপেন্দ্ৰনাথ বৰুৱা (জন্ম ঃ ১৮৫৯ খ্ৰী.; মৃত্যু ঃ ৬ আগষ্ট, ১৯৫৩ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ। বৃত্তিত এগৰাকী শিক্ষক আছিল। পিছলৈ যোৰহাটত স্থায়ীভাৱে থাকিবলৈ লয়।

শিৱসাগৰৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ গৈ এফ্. এ. মহলাত অধ্যয়ন কৰে। সেই সময়তে কিছুদিনৰ বাবে কলিকতাৰ উচ্চ ন্যায়ালয়ত অসমীয়া অনুবাদকৰ কাম কৰে। কলিকতাৰ পৰা আহি যোৰহাট আৰু লখিমপুৰত দুখন ইংৰাজী বিদ্যালয় আৰম্ভ কৰে। কিন্তু যোৰহাটৰ বিদ্যালয়খন বন্ধ হৈ যোৱাত 'শংকৰদেৱ শিক্ষালয়' স্থাপন কৰে। তেওঁ এগৰাকী ভাল বক্তা আছিল।

অসমীয়া ভাষাত ৰচনা কৰা গ্ৰন্থ ঃ 'চৰিতাৱলী', 'সাধু কথা', 'শ্লোকমঞ্জৰী', 'সন্তানৰ শিক্ষা' আৰু 'ইন্দিৰৰ বৰুৱা'। কলিকতাৰ কেইবাখনো ইংৰাজী কাকত-আলোচনীত চিঠি-পত্ৰ, প্ৰবন্ধ আদি লিখে। 'উষা', 'বাঁহী', 'আলোচনী', 'আসাম হিতৈষী', 'জোনাকী', আৱাহন' আদিত ভালেমান প্ৰবন্ধ-পাতি সিঁচৰতি হৈ আছে।

ইংৰাজী গ্ৰন্থ ঃ 'এ গ্লিম্পছ অব আছাম' আৰু 'এছে অন দি এডুকেছন অব চিলড্ৰেন'। 'ৰোম ৱজ নট বিল্ট ইন এ ডে' ইংৰাজী পটন্তৰটি তেৱেঁই 'ভুকুতে কলটো নপকে' বুলি পোন প্ৰথম অনুবাদ কৰে।

যোৰহাটৰ আছাম এছ'চিয়েচন'ৰ সৈতে জড়িত আছিল। যোৰহাটৰ সাৰ্বজনীন সভাৰো উপ-সভাপতি আছিল।

**উপেন্দ্ৰচন্দ্ৰ লেখাৰু (জন্ম ঃ ১৯০৫ খ্ৰী. ·, মৃত্যু ঃ ১৯৭৯ খ্ৰী.)**

জন্মস্থান উত্তৰ গুৱাহাটীৰ ৰুদ্ৰেশ্বৰ। পিতৃৰ নাম নন্দৰাম লেখাৰু আৰু মাতৃৰ নাম সোণপাহী। কটন কলেজিয়েট স্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি পিছত ১৯২৬ চনত কটন কলেজৰ পৰা

দৰ্শনৰ সন্মানসহ বি. এ. ডিগ্ৰী লয়। কিছুদিন উত্তৰ গুৱাহাটীৰ কমলদেৱ হাইস্কুলত শিক্ষকতা কৰে। ১৯৪০ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰাইভেটকৈ এম. এ. পাছ কৰি কটন কলেজৰ অধ্যাপকৰূপে নিযুক্তি লাভ কৰে। এই পদত বাইশ বছৰকাল কাম কৰে। চৰকাৰী কামৰ পৰা অৱসৰ লোৱাৰ পিছত বৃন্দাবনৰ বৈষ্ণৱ পাৰমাৰ্থিক বিশ্ববিদ্যালয়ত গৱেষক-অধ্যাপকৰ দায়িত্ব লয়।

১৯৭০ খ্ৰীষ্টাব্দত নগাঁৱৰ 'টিঙ'ত হোৱা অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰে। ৰচনা ঃ 'সাহিত্য সেৱক ৰজনীকান্ত বৰদলৈ' (১৯৪৮), 'অসমীয়া ৰামায়ণী সাহিত্য' (১৯৪৮), 'শ্ৰীশ্ৰীৰামকৃষ্ণ উপদেশ' (১৯২২), 'এনক আৰ্ডেন' (১৯৪৮), 'ভট্টদেৱৰ ভক্তিবিবেক' (১৯৫১), 'লক্ষ্মীনাথ বেজবৰুৱা' (১৯৭৯), 'কথা গুৰুচৰিত' (১৯৫৩) ইত্যাদি।

**উমাকান্ত বৰুৱা (জন্ম ঃ ৫ ডিচেম্বৰ, ১৯১১ খ্ৰী.)**

জন্মস্থান শোণিতপুৰ জিলাৰ ডিপোটা হাটখলা গাঁও। তেজপুৰ মিলনপুৰৰ বাসিন্দা আছিল।

মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯৩৬ খ্ৰীষ্টাব্দত তেজপুৰৰ ডিষ্ট্ৰিক্ট চিভিল চাৰ্জন অফিচত মেজিক লেণ্টাৰ্নৰ অপাৰেটৰ চাকৰিত যোগদান কৰে। ১৯৭০ খ্ৰীষ্টাব্দত ডিচেম্বৰ মাহত এই অফিচৰে হেলথ ডেমোনেষ্ট্ৰটৰ পদবীৰ পৰা অৱসৰ গ্ৰহণ কৰে।

ৰচিত গ্ৰন্থ ঃ অসমৰ ঢোপখেল' (প্ৰবন্ধ, ১৯৯২), 'গধূলিৰ পীৰিতি' (একাংকিকা সংকলন, ১৯৯৫). 'তেজপুৰৰ জনদিয়েক প্ৰথিতযশা প্ৰবীণ সাহিত্যিক' (জীৱনী, ১৯৯৭), 'তেজপুৰৰ কেইগৰাকীমান প্ৰচাৰবিমুখ প্ৰবীণ সাহিত্যসেৱী' (জীৱনী, ১৯৯৮), 'তেজপুৰৰ ঠাই বিশেষৰ নামৰ চমু ইতিবৃত্ত' (প্ৰবন্ধ, ২০০০), 'পুৰাণ আৰু ইতিহাসৰ আলোকত শোণিতপুৰ' (প্ৰবন্ধ, ২০০৬), 'ডিপোটা হাটখলা গাঁৱৰ চমু ইতিহাস' (প্ৰবন্ধ, ২০০৭) ইত্যাদি।





নিজৰ কৰ্মৰাজিৰ বাবে অসম নাট্য সন্মিলন, অসম কবি সন্মিলন, শোণিতপুৰ জিলা সাহিত্য সভা, তেজপুৰ সাহিত্য সভা আদি বিভিন্ন অনুষ্ঠানৰ পৰা প্ৰবীণ সাহিত্যিক আৰু নাট্য শিল্পীৰূপে সম্বৰ্ধিত হয়। ১৯৯৬ খ্ৰীষ্টাব্দত অসম চৰকাৰৰ শিল্পী পেন্সন লাভ কৰে।

**উমাকান্ত শৰ্মা (জন্ম ঃ ১৯১৮ খ্ৰী.‚ মৃত্যু ঃ ২০০৫ খ্ৰী.)**

জন্মস্থান ককয়া গাঁও। সৰুতে পিতৃ বিয়োগ হোৱাত তেওঁ ককায়েক গিৰিধৰ শৰ্মাৰ তত্বাৱধানত ডাঙৰ-দীঘল হয়। গৰ্ডন হাইস্কুলৰ পৰা সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত পঢ়িবলৈ লয়। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা দৰ্শন শাস্ত্ৰত প্ৰথম শ্ৰেণী লাভ কৰি এম. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৪১ খ্ৰীষ্টাব্দত সন্দিকৈ ছোৱালী মহাবিদ্যালয়ত অধ্যাপকৰূপে যোগদান কৰে। ১৯৫১ খ্ৰীষ্টাব্দত ভাৰত চৰকাৰৰ তৰফৰ পৰা নিৰ্বাচিত এজন শিক্ষাবিদৰূপে আমেৰিকালৈ যায় আৰু ইলিয়ন বিশ্ববিদ্যালয়ৰ পৰা এম. এড. ডিগ্ৰী লাভ কৰে। তিনি বছৰমান শিক্ষাধিকাৰৰূপে (১৯৭৩-৭৫) কাৰ্যনিৰ্বাহ কৰে।

একাধাৰে বিশিষ্ট সমালোচক, নাট্যকাৰ, গল্পকাৰ আৰু ঔপন্যাসিক। ৰচিত গ্ৰন্থ ঃ 'কাব্যভূমি' (১৯৪৮, সাহিত্য আলোচনাৰ পুথি) 'ঘূৰণীয়া পৃথিৱীৰ বেঁকা পথ' (১৯৪৭), 'উকা এটি মন' (১৯৭৬, গল্পপুথি)। 'শেষ পতাকা' (১৯৪৮) সামাজিক নাটক।

পশুপতি ভৰদ্বাজ ছদ্মনামেৰে উপন্যাস ৰচনা কৰে। লেখকৰ মনস্তাত্বিক চৰিত্ৰৰ চিত্ৰণ ঘটিছে 'উৰন্ত মেঘৰ ছাঁ' (১৯৫০)ত। 'ৰঙা ৰঙা তেজ' (১৯৬৮), 'ছিমছাঙৰ দুটি পাৰ', 'ভাৰগু পক্ষীৰ জাক' (১৯৯২) আদি জনপ্ৰিয় তথা সফল উপন্যাসত। একবিংশ শতিকাৰ আদি স্তৰত ৰচনা কৰা গ্ৰন্থ 'কাজলীৰ ৰোগ'। 'এজাক মানুহ এখন অৰণ্য' (১৯৮৬) শীৰ্ষক উপন্যাসখনৰ বাবে তেওঁ অসম প্ৰকাশন পৰিষদ বঁটা লাভ কৰে।

**উমেশচন্দ্ৰ চৌধুৰী (জন্ম ঃ ২৩ জুন, ১৮৯৮ খ্ৰী.‚ মৃত্যু ঃ ২১ আগষ্ট,**

১৯৫৩ খ্রী.)

জন্মস্থান অবিভক্ত কামৰূপ জিলা। কটন কলেজৰ পৰা স্নাতক ডিগ্রী, উচ্চ শিক্ষা কলিকতা বিশ্ববিদ্যালয় আৰু গুৱাহাটীৰ আৰ্ল ল' কলেজৰ পৰা আইনৰ শিক্ষা লয়। বৃত্তিগতভাৱে প্ৰথমতে শিক্ষক আছিল যদিও শেষলৈ ওকালতি কৰিবলৈ লয়।

অসমীয়া গীতি সাহিত্যৰ এগৰাকী বিশিষ্ট গীতিকাৰ আছিল। তেওঁ ৰচনা কৰা 'স্বাগত স্বাগত ভক্ত সমাগত' শীৰ্ষক গীতটি অসম সাহিত্য সভাৰ ধুবুৰী অধিৱেশনত পৰিৱেশন কৰা হয়। গীতটিয়ে ৰাইজৰ যথেষ্ট সমাদৰ লাভ কৰে। গীতসমূহত প্ৰকৃতি প্ৰেম, ভালপোৱাৰ অন্তৰস্পৰ্শী আবেদন, মাতৃভূমিৰ গুণ-গৰিমা-বন্দনা আৰু ভক্তিমূলক ভাৱধাৰা বিৰাজমান। অন্যান্য ৰচনা ঃ 'ব'হাগী লুইতৰ বিহুৱালী সুঁতিত', 'মোৰে মইনা কাঁইটে বিন্ধিলে কি?', 'চম্পা ফুলে নুশুৱায়', 'কাহানিখন আই কাহানিখন জিনিবি জীৱন পণ' ইত্যাদি। ৰচিত গ্ৰন্থ ঃ 'প্ৰতিধ্বনি' (১৯৩৯), 'মন্দাকিনী' (১৯৪০), 'দেৱধ্বনি', 'ত্ৰিবেণী', 'অমৃতমন্থন', 'পঞ্চামৃত'।

**উমেশচন্দ্ৰ বৰুৱা (মৃত্যু ঃ ৭ ডিচেম্বৰ, ১৯১৩ খ্ৰী.)**

জন্মস্থান গুৱাহাটী। পিতৃৰ নাম ফটিকচন্দ্ৰ বৰুৱা। প্ৰকৃত নাম ভুৱনচন্দ্ৰ। প্ৰাৰম্ভিক শিক্ষা গুৱাহাটীত আৰম্ভ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতক উপাধি লাভ কৰে।

সম্পৰ্কীয় খুড়াক সদাগৰ ভোলানাথ বৰুৱাৰ সহায় আৰু অনুপ্ৰেৰণাত ব্যৱসায় আৰম্ভ কৰে।

'উমেশচন্দ্ৰ' ছদ্মনাম লৈ ক্ষুদ্ৰ জীৱনৰ কবিতা লিখি জনপ্ৰিয়তা লাভ কৰে। 'বাঁহী' আদি আলোচনীত তেওঁৰ অসংখ্য কবিতা আৰু প্ৰবন্ধ প্ৰকাশ হয়।

**উমেশ্বৰী গোস্বামী (জন্ম ঃ ১৯১৪ খ্ৰী.)**

জন্মস্থান মাজুলীৰ আঁহতগুৰি মৌজাৰ শলমাৰী গাঁৱৰ বাঢ়ৈ পুখুৰী





সত্ৰ। সাহিত্যৰাজি ঃ 'নামমালা' (১ম, ২য় খণ্ড), 'উপনয়নৰ সাধু', 'তাহানিৰ সাধু' 'সাবিত্ৰী চতুৰ্দশী ব্ৰত', 'তীৰ্থ দৰ্শন', 'সাধু তত্ত্ব ল'ৰাৰ পৰা বুঢ়ালৈ', 'আশীৰ্বাদ' ইত্যাদি।

**উষা বৰঠাকুৰ (জন্ম ঃ ১৯০৪ খ্ৰী.)**

জন্মস্থান গুৱাহাটী। বৃত্তিত শিক্ষক আছিল। নগাঁও ছোৱালী চৰকাৰী উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰীৰূপে অৱসৰ গ্ৰহণ কৰে। ১৯৬৬ ৰ পৰা ১৯৭২ খ্ৰীষ্টাব্দলৈ ৰাজ্যসভাৰ সদস্যাৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। ৰচিত গ্ৰন্থ ঃ 'বাপুজীৰ আত্মকথা', 'বা আৰু বাপু' (অনুবাদ গ্ৰন্থ), 'মা কস্তুৰবা', 'চৈতন্যদেৱ' (অনুবাদ গ্ৰন্থ) ইত্যাদি।

**উষা ভট্টাচাৰ্য (জন্ম ঃ ২৬ ডিচেম্বৰ, ১৯১৬ খ্ৰী.; মৃত্যু ঃ ৮ ছেপ্টেম্বৰ, ১৯৮১ খ্ৰী.)**

পিতৃৰ নাম কমলাকান্ত ভট্টাচাৰ্য আৰু মাতৃৰ নাম সুমিত্ৰা দেৱী। গুৱাহাটীৰ কটন কলেজৰ পৰা স্নাতক পাছ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা দৰ্শনত শাস্ত্ৰত প্ৰথম শ্ৰেণীসহ স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। ১৯৪৪ খ্ৰীষ্টাব্দত শ্বিলঙৰ লেডীকীন কলেজত যোগদান কৰে আৰু ১৯৭৭ খ্ৰীষ্টাব্দত উক্ত কলেজৰ পৰা অৱসৰ গ্ৰহণ কৰে। 'আৱাহন' আৰু 'বাঁহী'ত কেইবাটাও নিবন্ধ ৰচনা কৰিছে। লেখকৰ এটি তাৎপৰ্যপূৰ্ণ প্ৰবন্ধ —'মহৰ্ষি কমলাকান্ত', 'বৌদ্ধধৰ্ম', 'শেষ পৰিচয়' লেখত ল'বলগীয়া গল্প আৰু 'অৰ্ঘ্য' এটি উল্লেখযোগ্য কবিতা।

# ক

**কনকনাথ গগৈ**

বংশ পৰিচয় সম্পৰ্কে তথ্য পোৱা নাই। উত্তৰ লখিমপুৰ মাইনৰ স্কুলৰ দ্বিতীয় শ্ৰেণীৰ শিক্ষক আছিল। তেওঁ ৰচিত নাটক ঃ 'অসমীয়া সুভদ্ৰা হৰণ নাট' (১৯০৪)। ইয়াত সংস্কৃত, বাংলা, প্ৰাচীন অসমীয়া আৰু অংকীয়া নাটৰ প্ৰভাৱ মন কৰিবলগীয়া।

**কনকলতা চলিহা (জন্ম–১৯০৩ খ্ৰী.; মৃত্যু-১৯৩৫ খ্ৰী.)**

জন্মস্থান ধুবুৰী। পিতৃৰ নাম লক্ষ্মীৰাম বৰুৱা, মাতৃৰ নাম জাহ্নৱী দেৱী। ১৯২০ খ্ৰীষ্টাব্দত শিৱসাগৰৰ তাৰাপ্ৰসাদ চলিহাৰ সৈতে বিবাহপাশত আৱদ্ধ হয়। 'বিজ্ঞান সাধিকা মাডাম কুৰী', 'বিপ্লৱ আন্দোলনত চীনা মহিলা', 'স্বদেশী দিয়াচলাইৰ কাৰখানা', 'মাৰউইচ ষ্টপচৰ ফেমিলি ওৱেলফেয়াৰ' আদি বিভিন্ন ধৰণৰ নিবন্ধ ৰচনা কৰে।

**কনকলাল বৰুৱা (জন্ম ঃ ২৬ ডিচেম্বৰ, ১৮৭২, মৃত্যু ঃ ৮ জানুৱাৰী, ১৯৪০ খ্ৰী.)**

পূৰ্বপুৰুষ আছিল পীতাম্বৰ ঘোষ ওৰফে শুকানী কায়েথ। পিতৃৰ নাম লক্ষীলাল বৰুৱা (মুঞ্চিফ) আৰু মাতৃৰ নাম পদ্মাৱতী। সৰুতেই পিতৃ বিয়োগ ঘটাত শিক্ষা জীৱন কষ্টকৰ হয়। তাৰ মাজেদিয়ে কলিকতাৰ পৰা সুখ্যাতিৰে ১৮৯৩ খ্ৰীষ্টাব্দত বি. এ. আৰু ১৮৯৫ খ্ৰীষ্টাব্দত বি. এল. পৰীক্ষাত উত্তীৰ্ণ হয়। ওকালতিৰে কৰ্ম জীৱন আৰম্ভ কৰে। বুৰঞ্জীবিদ আৰু প্ৰত্নতত্ত্ববিদ হিচাপে প্ৰখ্যাত। কামত দেখুওৱা কৃতিত্বৰ বাবে ১৯১৬ খ্ৰীষ্টাব্দৰ ১ জানুৱাৰীত চৰকাৰৰ ফালৰ পৰা ৰায়বাহাদুৰ উপাধি প্ৰদান কৰা হয়। ১৯২৪ খ্ৰীষ্টাব্দৰ পৰা অৱসৰৰ সময়লৈকে তেওঁক 'Agricultural Industries and Co-operative Societies'-ৰ ডিৰেক্টৰ পদত স্থায়ীভাৱে ৰখা হয়। ১৯২৭ খ্ৰীষ্টাব্দত অৱসৰ লয়।





পৰৱৰ্তী সময়ত আসাম লেজিছ্লেটিভ কাউন্সিলত মন্ত্ৰী হিচাপে নিযুক্ত হয়।

সৰুৰে পৰা সাহিত্য-চৰ্চা কৰে। 'আসাম বন্ধু', 'মৌ', 'বাঁহী' আৰু 'জোনাকী'ত প্ৰবন্ধ ৰচনা কৰে। কলিকতাত পঢ়ি থকা অৱস্থাত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ সক্ৰিয় সদস্যৰূপে কাৰ্যনিৰ্বাহ কৰে। পঞ্চম বছৰ 'জোনাকী' (১৮৯৪) আৰু মুখপত্ৰ "The Journal of the Assam Research Society"-ৰ সম্পাদক আছিল।

তেওঁ কালজয়ী সাহিত্যকৰ্ম ঃ'আৰ্লি হিষ্টৰী অব কামৰূপ' (১৯৩৩)। কলেজত পঢ়ি থকা কালতেই এখন ভুগোল ৰচনা কৰে। ৰমাকান্ত বৰকাকতীৰ সৈতে ৭৩০ খন পুথিৰ বিৱৰণযুক্ত 'অসমীয়া পুথিৰ তালিকা' প্ৰস্তুত কৰি উলিয়ায়। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিষয়ৰ ভালেসংখ্যক প্ৰবন্ধ ৰচনা কৰে। কলিকতাৰ পৰা প্ৰকাশিত "The Indian Culture" নামৰ আলোচনীত বহু সংখ্যক লেখা প্ৰকাশ পাইছে। লেখক 'মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম', 'সাংখ্য বেদান্ত দৰ্শন' আদি উল্লেখযোগ্য প্ৰবন্ধ। তেওঁ 'অসম ৰাজ্যিক সংগ্ৰহালয়' স্থাপনতো আগভাগ লৈছিল।

১৯২৪ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ গুৱাহাটীত বহা বুৰঞ্জী শাখাৰ অধিৱেশনত সভাপতিত্ব কৰে।

**কমলনাৰায়ণ দেৱ (মৃত্যু ঃ ১৯৫৪ খ্ৰী.)**

জন্মস্থান, বংশ পৰিচয় আদি সম্পৰ্কে বিশেষ তথ্য পোৱা নাই। হিন্দী ভাষী লোক আছিল। বিভিন্নজনক হিন্দী ভাষা শিকাইছিল বাবে 'পণ্ডিতজী', 'বিহাৰী পণ্ডিত' আদি নামেৰে পৰিচিত। অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিত হিন্দী প্ৰশিক্ষকৰূপে যোগদান কৰি শেষলৈ এই অনুষ্ঠানৰ সঞ্চালকৰ পদ শুৱনি কৰে। পত্নী অসমীয়া সম্প্ৰদায়ৰ আছিল।

'সত্যকাম' ছদ্মনামেৰে অসমীয়া আৰু হিন্দী ভাষাত একাধিক প্ৰবন্ধ ৰচনা কৰে। দিল্লীৰ পৰা প্ৰকাশিত 'সাপ্তাহিক হিন্দুস্থান'ত অসমৰ নৃত্যসমূহৰ বিষয়ে এলানি প্ৰবন্ধ লিখে। অসমীয়া অনুবাদ সাহিত্যলৈ

বিশেষ বৰঙণি আগবঢ়াইছে। লক্ষ্মীনাৰায়ণ সিংহ সুধাংশুৰ 'কাব্য নে অভিব্যঞ্জনা' নামৰ গ্ৰন্থখন বিৰিঞ্চিকুমাৰ বৰুৱাৰ লগ লাগি অনুবাদ কৰে। বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'হিষ্টৰি অব আছামিজ লিটাৰেচাৰ' নামৰ ইংৰাজী গ্ৰন্থখন 'অসমীয়া সাহিত্য কী ৰূপৰেখা' নামেৰে হিন্দীলৈ অনুবাদ কৰি অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ দ্বাৰা প্ৰকাশ কৰে।

'জয়ন্তী'ৰ সম্পাদক আছিল। ১৯৪৩ খ্ৰীষ্টাব্দত চক্ৰেশ্বৰ ভট্টাচাৰ্যৰ লগ লৈ 'জয়ন্তী'ৰ গুৰি ধৰে। 'প্ৰগতিশীল সাহিত্যৰ ভূমিকা', 'প্ৰগতিশীল কবিতাৰ টেকনিক', 'বিবাহ বিবৰ্তন' আৰু নাৰী' নামেৰে একাধিক মূল্যবান প্ৰবন্ধ ৰচনা কৰে।

**কমলালয়া কাকতি (জন্ম–১৮৯৪ খ্ৰী.; মৃত্যু-২৪ জুন, ১৯৪৬ খ্ৰী.)**

পিতৃৰ নাম কালীপ্ৰসাদ চলিহা আৰু মাতৃৰ নাম নিকুঞ্জলতা চলিহা। কমলচন্দ্ৰ কাকতিৰ সৈতে চৈধ্য বছৰ বয়সতে বিবাহ পাশত আবদ্ধ হয়। ১৯২৮ খ্ৰীষ্টাব্দত কনকলতা চলিহাৰ লগ লাগি শিৱসাগৰৰ পৰা প্ৰথম অসমীয়া মহিলা আলোচনী 'ঘৰ জেউতি' প্ৰকাশ কৰে। উক্ত আলোচনীখনত নাৰীৰ সমস্যাবোৰক ভিত্তি কৰি বিভিন্ন ধৰণৰ নিবন্ধ ৰচনা কৰিছিল।

**কমলাকান্ত ভট্টাচাৰ্য (জন্ম–ডিচেম্বৰ, ১৮৫৩ খ্ৰী.; মৃত্যু-১৪ ডিচেম্বৰ, ১৯৩৬ খ্ৰী.)**

জন্মস্থান তেজপুৰৰ ন-দুৱাৰ। পিতৃৰ নাম বাণেশ্বৰ ভট্টাচাৰ্য। কৰ্মসূত্ৰে আৰক্ষী বিভাগৰ 'দাৰোগা' আছিল।

ক্ৰমে তেজপুৰ আৰু গুৱাহাটীৰ ইংৰাজী স্কুলত শিক্ষা গ্ৰহণ কৰি চাকৰিত মনোনিৱেশ কৰে। পিছলৈ চাকৰি এৰি হৰিবিলাস আগৰৱালাৰ লগত ব্যৱসায়ত লাগে। তাৰ পিছত নিজাববীয়াকৈ ব্যৱসায় কৰিবলৈ লয়। মৰাপাট আৰু হাতী ধৰা ব্যৱসায়ত জড়িত। গোৱালপাৰা আৰু





কোচবিহাৰৰ হাবিত কেইবাটাও হাতী ধৰে। গুৱাহাটীলৈ আহোঁতে এটা নে দুটা হাতী লগত লৈ অহাৰ কথা শুনিবলৈ পোৱা যায়। তৰুণৰাম ফুকনে সোণাপুৰত ১৯১৭ খ্ৰীষ্টাব্দত আৰম্ভ কৰা হাতীৰ মহলত কমলাকান্ত ভট্টাচাৰ্যই মহলদাৰৰূপে কাৰ্যনিৰ্বাহ কৰাৰ কথা তৰুণৰাম ফুকনৰ জীৱনী প্ৰসংগত গোপীনাথ বৰদলৈদেৱে উল্লেখ কৰি গৈছে।

ঘাইকৈ 'অগ্নিকবি' নামে পৰিচিত। সাহিত্যিক প্ৰতিভাই গজালি মেলে 'অৰুণোদই', 'আৱাহন' আদি কাকতত। কবিতাৰ পুথি 'চিন্তানল'। গদ্য ৰচনাৰ পুথি 'কঃপন্থা' আৰু 'অষ্টাবক্ৰৰ আত্মজীৱনী'। 'গুটিদিয়েক চিন্তাৰ ঢৌ' ভট্টাচাৰ্যৰ দাৰ্শনিক চিন্তা-ধাৰাৰ সাৰ্থক প্ৰকাশ। 'চিন্তা তৰংগ' আন এখন উল্লেখযোগ্য গদ্যৰ পুথি। কবিতাসমূহত ধ্বনিত হৈছে দেশপ্ৰেমৰ সুৰ। দেশৰ গৌৰৱ দেখি যেনেদৰে গৌৰৱান্বিত হৈছে, সেইদৰে দেশমাতৃৰ অধঃপতনে কবিৰ অন্তৰত দুখৰ বন্যা নমাইছে। কলিকতা আৰু গুৱাহাটীৰ পৰা প্ৰকাশ পোৱা 'আসাম হিতৈষী' (১৯২৪-২৫) সম্পাদনা কাৰ্যৰ লগতো তেওঁ জড়িত আছিল।

১৯২৯ খ্ৰীষ্টাব্দত যোৰহাটত অনুষ্ঠিত অসম সাহিত্য সভাৰ একাদশ অধিৱেশনত সভাপতিৰ আসন শুৱনি কৰে।

**কমলানন্দ ভট্টাচাৰ্য (জন্ম ঃ ২ জুন, ১৮৯৪ খ্ৰী.; মৃত্যু ঃ ৪ জানুৱাৰী, ১৯৫১ খ্ৰী.)**

জন্মস্থান নগাঁও। ১৯১২ খ্ৰীষ্টাব্দত নগাঁও উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা মেট্ৰিক আৰু ১৯১৪ খ্ৰীষ্টাব্দত গুৱাহাটীৰ কটন কলেজৰ পৰা এফ. এ. পাছ কৰে। কলিকতাত বি. এ. পঢ়িবলৈ যায় যদিও অসমাপ্ত কৰি আইন পঢ়ে। পোনতে নগাঁও চৰকাৰী স্কুলত শিক্ষকতা কৰি পিছত ওকালতি আৰম্ভ কৰে। অসহযোগ আন্দোলনৰ সময়ত বিদেশী শাসনৰ বিৰুদ্ধে সংগ্ৰাম কৰি কাৰাবৰণ খাটে। গীতিকাৰৰূপে প্ৰখ্যাত। তেওঁ ৰচনা কৰা 'বিলত তিৰেবিৰাই পদুমৰ পাহি ঐ' এটি গীতটি আজিও জনপ্ৰিয়।

'চেলোলাৰ গ্ৰামোফোন কোম্পানীয়ে' ১৯৩৫ খ্ৰীষ্টাব্দত কমলানন্দ ৰচিত চাৰিটা গীত বাণীবদ্ধ কৰে। কাব্য গ্ৰন্থ ঃ 'বিয়াল্লিছৰ ছহিদ' (১৯৪৮) আৰু গীতৰ পুথি 'বাউলী' (১৯২৮)। 'বাউলী'ৰ ৰচক হিচাপে তেওঁ 'বাউলী কবি' ৰূপেও পৰিচিত। নগা কোঁৱৰ (১৯৩৫), 'অৱসান' (১৯৩৬), 'চিত্ৰাংগদা' (১৯৩৬), 'সাবিত্ৰী' (১৯৫৬), 'মৰমৰ জীয়ৰী' (১৯৭৪) ইত্যাদি কমলানন্দ ভট্টাচাৰ্যৰ উলেলখযোগ্য নাট।

**কমলেশ্বৰ চলিহা (জন্ম-২৯ অক্টোবৰ, ১৯০৪, মৃত্যু-১৯৮৪ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড়। যোৰহাট হাইস্কুলৰ পৰা ১৯২২ খ্ৰীষ্টাব্দত মেট্ৰিকুলেছন পাছ কৰি গুৱাহাটী আৰু যোৰহাটৰ কেইবাটাও বিভাগত চাকৰি কৰে।

ছাত্ৰ অৱস্থাতে প্ৰকাশ পোৱা 'সংসাৰী' (১৯২২) একমাত্ৰ কবিতাৰ পুথি। 'কণমৌ' (১৯৩১) শিশু উপযোগী আৰু 'মুকুতি' (১৯২৭), 'গুণ গুণ' (১৯৩৯), 'ছন্দিতা' (১৯৪১), 'ঋতা' আদি চুটি চুটি কবিতাৰ পুথি। বলাকা ছন্দত ৰচনা কৰা কাব্য নাটক 'ধূলি' (১৯২৮)।

'বালিগড়াত' (১৯৩৯) আৰু 'সুন্দৰৰ আঘাত' (১৯৫৪) উপন্যাস। দুয়োখন লেখনিত বিশ্বকবি ৰবীন্দ্ৰনাথৰ প্ৰভাৱ সুস্পষ্ট। 'বিশ্বৰসিক বেজবৰুৱা' (১৯৩৯), 'ল'ৰাৰ শংকৰদেৱ', 'দীনবন্ধু এণ্ড্ৰুজ' (১৯৪০), 'মাৰ্শ্বাল ভেটলিনি' (১৯৫৬), 'লিংকন আৰু বিশ্বকবি ৰবীন্দ্ৰনাথ' (১৯৫৭), 'গান্ধী থলকমল' (১৯৪৮), 'গল্প কানন প্ৰিয়া', 'কীৰ্তনৰ সাধু', 'এঘণ্টাৰ কথা' (১৯৬৩) আদি লেখকৰ কেইখনমান উল্লেখনীয় গ্ৰন্থ।

তেওঁ 'কচ' আৰু 'ঘনশ্যাম চলিহা' ছদ্মনামেৰে বহু গ্ৰন্থ ৰচনা কৰে।

**কমলেশ্বৰ মজুমদাৰ (জন্ম ঃ ২৬ নৱেম্বৰ, ১৮৯৭ খ্ৰী.)**

জন্মস্থান গোৱালপাৰা জিলাৰ আমগুৰি। মেট্ৰিক পাছ কৰাৰ পিছত





শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰে। প্ৰকাশিত পুথি ঃ 'মোৰ দৃষ্টিত অতীত বঙাইগাঁও' (১৯৮২)।

**কৰুণাধৰ বৰুৱা (জন্ম-১৯০৫ খ্ৰী.)**

একাধাৰে এজন কবি-সাহিত্যিক তথা নাট্যকাৰ। 'মালঞ্চ', 'মালিকা' আদিৰ লেখক। 'সীতা' (১৯৩৭), 'ৰায়বাহাদুৰ' আদি লেখত ল'বলগীয়া নাটক। 'ৰত্নাকৰ' (১৯৪৭), 'মিলিটেৰী প্ৰেম' (১৯৪০), 'মধু মাষ্টৰৰ গৰু' (১৯৪৯), 'সোণৰ ৰেঙনি', 'প্ৰজাপতি', 'বৃত্ৰাসুৰ বধ', 'বাল্মীকিসুতা' আদি নাটক যোৰহাট নাট্য মন্দিৰত মঞ্চস্থ হয়। যোৰহাট নাট্য মন্দিৰৰ সৈতে জড়িত আছিল।

**কাঞ্চন বৰুৱা (জন্ম ঃ ১৯১৪, মৃত্যু ঃ ৯ মে', ১৯৯৮ খ্ৰী.)**

অসমীয়া উপন্যাস সাহিত্যৰ বিকাশত যিসকল ঔপন্যাসিকে মহান অৱদান আগবঢ়াই গৈছে তেওঁলোকৰ ভিতৰত অন্যতম। প্ৰকৃত নাম ভুবনমোহন বৰুৱা। 'অসীমত যাৰ হেৰাল সীমা' (১৯৪৫) প্ৰথমখন উপন্যাস। 'পুৰতি তৰা' (১৯৬৮), 'অশান্ত প্ৰহৰ' (১৯৭৮), 'উৰ্মিলাৰ চকুলো', 'সুৱৰ্ণ বলয়', 'মৃত বিহংগ', 'গ্ৰহণান্ত', 'মৌনপুৰা', 'মৃগতৃষ্ণা', 'জয়া মহল' (১৮৮৮) তেওঁৰ দ্বাৰা ৰচিত আন কেইখনমান উল্লেখযোগ্য উপন্যাস। সংগীতাচাৰ্য লক্ষ্মীৰাম বৰুৱাৰ জীৱনৰ ভিত্তিত ৰচনা কৰা 'সুৰ দেউলৰ পূজাৰী' (১৯৬৭) উপন্যাসত কাহিনী কথন কৌশল প্ৰয়োগ কৰিছে।

**কামাখ্যানাথ ঠাকুৰ (জন্ম- ১০ জুন, ১৮৯৬, মৃত্যু-১৯৭৮ খ্ৰী.)**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাই। কামৰূপ জিলাৰ গুৱাহাটীৰ বাসিন্দা আছিল। গুৱাহাটীতে প্ৰাথমিক শিক্ষা লাভ কৰি শ্বিলং চৰকাৰী হাইস্কুল আৰু কটন মহাবিদ্যালয়ৰ পৰা উচ্চ শিক্ষা লাভ কৰে। কৰ্ম জীৱন আৰম্ভ কৰে এগৰাকী শিক্ষক হিচাপে। পাছলৈ ১৯৫২

খ্ৰীষ্টাব্দত 'সাহিত্য প্ৰকাশ' নামৰ প্ৰকাশনৰ মেনেজাৰ পদত অধিষ্ঠিত হয়।

অসমৰ স্কাউট আন্দোলনৰ মূল হোতা আছিল। এই অৱদানৰ স্বীকৃতিস্বৰূপে তেওঁ কৰনেছন মেডেল, ছিলভাৰ এলিফেণ্ট, স্পেচিয়েল লং ছাৰ্ভিচ মেডেল আদি পদক লাভ কৰে। একাধাৰে নাট্যকাৰ, অভিনেতা, গায়ক আৰু খেলুৱৈ আছিল। 'বেউলা' তেওঁ ৰচিত জনপ্ৰিয় নাট। অন্যান্য ৰচনা ঃ 'বীণাপাণি', 'মণিকাইৰ চোতালৰ মেল', 'ভকতৰ ভগৱান', 'স্কাউটিং প্ৰশিক্ষণ', 'খেল-ধেমালি' ইত্যাদি।

**কামেশ্বৰ দাস (জন্ম ঃ ১৮৯২, মৃত্যু ঃ ১ ছেপ্টেম্বৰ, ১৯৬৬ খ্ৰী.)**

জন্মস্থান বজালী পৰগনাৰ বামখাটা গাঁও। পিতৃৰ নাম বাণেশ্বৰ দাস, মাকৰ নাম ৰতিপ্ৰিয়া। হাগুৰী গাঁও (সুগুৰীয়া) প্ৰাথমিক স্কুল, বৰপেটা চৰকাৰী স্কুল, কটন কলেজ আৰু ঢাকা বিশ্ববিদ্যালয়ৰ শিক্ষাৰ্থী আছিল। কলিকতা বিশ্ববিদ্যালয়ত অংক বিষয়ত এম. এছ. চি.ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰে। পাছত আইন পৰীক্ষাত উত্তীৰ্ণ হয়।

একাধিক লোভনীয় চাকৰিৰ প্ৰস্তাৱ লাভ কৰিলেও শেষত ওকালতিকে জীৱিকা হিচাপে লৈ বৰপেটাত থিতাপি লাগে। বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ সৈতে জড়িত থাকি ৰাইজৰ সেৱাত ব্ৰতী হয়। এগৰাকী নিৰ্ভীক স্বাধীনতা সংগ্ৰামী । পিছলৈ বজালী কলেজৰ অধ্যক্ষৰ পদো শুৱনি কৰে। কলিকতাৰ অসমীয়া ছাত্ৰ অনুষ্ঠান এ. এছ. এল. ক্লাৱৰ সদস্য হিচাপে তাত মাজে মাজে প্ৰবন্ধ আদি পাঠ কৰিছিল। 'সৌৰ জগতৰ সাধাৰণ বিৱৰণ', 'আকাশ ৰহস্য' আদি জ্যোতিৰ্বিজ্ঞানৰ ওপৰত লিখা লেখকৰ কেইটামান মূল্যৱান প্ৰবন্ধ।

**কালিদাস খাটনিয়াৰ (জন্ম ঃ ১৮৯৩ খ্ৰী.)**





জন্মস্থান কালজিৰাপাৰা গাঁও। পিতৃৰ নাম ৰামচৰণ খাটনিয়াৰ মাতৃ অমিল্লা খাটনিয়াৰ। বাৰ বছৰ বয়সত প্ৰাইমাৰী স্কুলৰ পৰীক্ষাত উত্তীৰ্ণ হৈ মধ্য ইংৰাজী বিদ্যালয়ত নাম লগায় যদিও ঘৰুৱা অসুবিধাৰ বাবে সেই বছৰৰ মাজ ভাগতে স্কুল এৰিবলৈ বাধ্য হয়। 'মেঘনাদ বধ' আৰু 'পাৰ্থ পৰাজয়' নামৰ দুখন নাটক ৰচনা কৰাৰ উপৰিও ভালেমান সৰু-ডাঙৰ 'খণ্ড কবিতা' ৰচনা কৰে। ৰচনা কৰা গ্ৰন্থৰ সংখ্যা ৩৫ খন। তাৰ ভিতৰত ১১ খনে প্ৰকাশৰ মুখ দেখে। সেইকেইখন হ'ল —'ফুল কলি' (১৯১৫), 'পদ্মহৰণ', 'গৌৰীগীতা', 'নাম ৰত্নমালা', 'গান্ধী গীতা', 'ভাগৱত মাহাত্ম্য', 'পঞ্চতন্ত্ৰ কথা কুসুম', 'ভোগেশ্বৰ মাহাত্ম্য', ' সৌপ্তিক পৰ্ব', 'ঐষিক পৰ্ব' আৰু 'আশ্ৰমিক পৰ্ব'।

**কালিৰাম মেধি (জন্ম-১৮৭৮ ·, মৃত্যু-২৪ জানুৱাৰী, ১৯৫৪ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ ৰামদিয়া।

কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞান বিষয়ত এম. এ. ডিগ্ৰী লাভ কৰা অসমৰ তৃতীয়জন এম. এ. ডিগ্ৰীধাৰী লোক। ১৯০৪ খ্ৰীষ্টাব্দত মাটিহাকিম কামত নিযুক্ত হয়। তাৰ পিছত ই. এ. চি. (১৯১০), মহকুমাধিপতি (১৯১৪-৩৪) আৰু অস্থায়ী উপায়ুক্ত হিচাপে অসমৰ বিভিন্ন ঠাইত সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰি ১৯৩৬ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে।

অসমীয়া সাহিত্য-সংস্কৃতিৰ গৱেষক, প্ৰচাৰক আৰু এজন বিদগ্ধ পণ্ডিত। 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' তেওঁৰ সাহিত্যিক জীৱনৰ কীৰ্তিস্তম্ভ। সম্পাদিত গ্ৰন্থ হেম সৰস্বতীৰ কাব্যগ্ৰন্থ 'প্ৰহ্লাদ চৰিত' (১৯২৩) আৰু 'অংকাৱলী' (১৯৪৮)। 'মহাপুৰুষ শংকৰদেৱৰ বাণী'ত মহাপুৰুষগৰাকীৰ বিভিন্ন গ্ৰন্থৰ বাণী সন্নিৱিষ্ট কৰিছে। 'আসাম বান্ধৱ', 'বাঁহী', 'চেতনা', 'আলোচনী', 'আৱাহন', 'সুৰভি', 'ৰামধেনু'ত প্ৰবন্ধ প্ৰকাশ পোৱাৰ উপৰিও 'কামৰূপ অনুসন্ধান সমিতি'ৰ মুখপত্ৰত ইংৰাজী ভাষাত ৰচিত ভালেমান গৱেষণাধৰ্মী প্ৰৱন্ধ প্ৰকাশ পাইছে। ১৯৮৯

খ্ৰীষ্টাব্দত মৰণোত্তৰভাৱে প্ৰকাশ পোৱা গ্ৰন্থৰ নাম 'অসমীয়া ভাষাৰ মূল কথা'।

১৯১৮ খ্ৰীষ্টাব্দত বৰপেটাত অনুষ্ঠিত অসম সাহিত্য সভাৰ তৃতীয় অধিৱেশনত সভাপতিত্ব কৰে আৰু ১৯৪৩ খ্ৰীষ্টাব্দত কামৰূপ সঞ্জীৱনী সভাই 'তত্ত্বনিধি' উপাধিৰে সন্মানিত কৰে।

**কাশীনাথ বৰ্মন (জন্ম-জুলাই, ১৮৯৫, মৃত্যু- মাৰ্চ, ১৯৬৩ খ্ৰী.)**

জন্মস্থান নলবাৰীৰ ধৰ্মপুৰ মৌজাৰ আমনিগাঁও। পিতৃৰ নাম দুতিৰাম বৰ্মন। মাতৃৰ নাম কেতেকী দেৱী।

প্ৰাথমিক শিক্ষা নলবাৰী মাইনৰ স্কুলত আৰম্ভ হয়। গোলাঘাট হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি পিতৃৰ সহযোগত 'আমনি' স্কুলৰ শিক্ষক পদত নিযুক্ত হয়। ১৯১২ খ্ৰীষ্টাব্দত শিক্ষক প্ৰশিক্ষণ পৰীক্ষাত প্ৰথম হৈ উত্তীৰ্ণ হোৱাৰ পিছত তিনিচুকীয়া মাইনৰ স্কুলৰ প্ৰধান শিক্ষক হিচাপে যোগদান কৰে। ১৯১৬ খ্ৰীষ্টাব্দত 'নৰ্মাল পঢ়িবলৈ যোৰহাটলৈ যায় আৰু ১৯১৮ খ্ৰীষ্টাব্দত প্ৰথম বিভাগত পাছ কৰি যোৰহাটৰ প্ৰেক্টিচিং স্কুলৰ হে'ড পণ্ডিত পদত অধিষ্ঠিত হয়। ১৯৩০ খ্ৰীষ্টাব্দৰ পৰা ১৯৩৯ খ্ৰীষ্টাব্দলৈ কমলপুৰ এম. ভি স্কুলৰ প্ৰধান শিক্ষকৰূপে কাম কৰে। জীৱনৰ পিছৰছোৱাত নাজিৰাত নিগাজীকৈ থাকিবলৈ লয়। দহবছৰমান শিৱসাগৰৰ হাইস্কুলতো শিক্ষকতা কৰে। নৰ্মাল স্কুলৰ আলোচনী 'প্ৰভাত' সম্পাদনা কৰি থকা অৱস্থাত ভালেসংখ্যক শিক্ষা সম্পৰ্কীয় লেখা ৰচনা কৰে। তেওঁ 'নাৰীৰত্ন' নামৰ অমূল্য গ্ৰন্থত ভাৰতীয় বুৰঞ্জীৰ মুঠ চৈধ্যগৰাকী সাহসী আৰু বুদ্ধিদীপ্ত বীৰাংগনাৰ জীৱনী প্ৰকাশ কৰিছে।

১৯৪৯ খ্ৰীষ্টাব্দত 'অমৰ কাহিনী' আৰু 'গল্প লহৰি' নামৰ দুখন গ্ৰন্থ প্ৰকাশ কৰি উলিয়ায়। 'অমৰ কাহিনী'ত পৃথিৱীৰ এঘাৰজন ধৰ্ম গুৰু আৰু 'গল্প লহৰি'ত ছটা ভিন্ন ধৰ্মী গল্পক স্থান দিয়া হৈছে। ১৯৫০





খ্ৰীষ্টাব্দত ৰচনা কৰা 'শান্তি দূত' নামৰ গ্ৰন্থত মহামানৱ মহাত্মা গান্ধীৰ জীৱন বিশ্লেষণ কৰিছে।

অন্যান্য গ্ৰন্থ : 'কথাকলি' (১৯৫৮), 'পুৰুষ ৰত্ন' (১৯৬১), 'দেশ-বিদেশৰ সাধু সংগ্ৰহ' (১৯৬৪), 'অসমৰ বৈষ্ণৱ ধৰ্ম আৰু বৈষ্ণৱাচাৰ্যসকলৰ চমু জীৱনী', 'কিৰাট অৰ্জুন' (পঞ্চম অংকৰ নাট), 'অতুল পাঠ ইত্যাদি।

**কীৰ্তিনাথ বৰদলৈ (জন্ম-৭ নৱেম্বৰ, ১৮৭৮, মৃত্যু-২৩ ফেব্ৰুৱাৰী, ১৯৫২ খ্ৰী.)**

জন্মস্থান অবিভক্ত দৰং জিলাৰ মঙলদৈ মহকুমাৰ কুৰুৱা গাঁও। একাধাৰে সংগীতজ্ঞ, নাট্যকাৰ আৰু অভিনেতা। ছাত্ৰ অৱস্থাত হাতে লিখা আলোচনী এখন সম্পাদনা কৰে। যোৰহাটত থকা কালত বাতৰি, অসম, অসম ৰাইজ আদি কাকত সম্পাদনা কৰে। বেণুধৰ ৰাজখোৱাৰ দ্বাৰা স্থাপিত 'মঙলদৈ মজলিছ'ৰ (১৯০৬) এগৰাকী সক্ৰিয় সদস্য আছিল।

ভালেসংখ্যক শিশু উপযোগী গীতি-নাট ৰচনা কৰে। তাৰ ভিতৰত 'লুইত কোঁৱৰ' (১৯৩১), 'সুৰ বিজয়' (১৯৩৪), 'বাসন্তীৰ অভিষেক' (১৯২৯), 'মেঘাৱলী' (১৯৫২) আদি উল্লেখযোগ্য। প্ৰকৃতিক মানৱ চৰিত্ৰৰূপে অংকন কৰাৰ দক্ষতা অপৰিসীম। নাটসমূহত অসমৰ থলুৱা সুৰৰ গুঞ্জন শুনিবলৈ পোৱা যায়।

লেখকৰ সংগীত বিষয়ক পুথিসমূহৰ ভিতৰত 'সুৰ সংগ্ৰহ', 'অসমীয়া সুৰ পৰিচয়', 'কামৰূপীয়া সংগীত' (১৯৩৭) আদি উল্লেখযোগ্য।

অসম সাহিত্য সভাৰ সপ্তদশ অধিৱেশনৰ সংগীত শাখাৰ সভাপতিৰ পদ শুৱনি কৰে।

**কুঞ্জলতা দেৱী (জন্ম : ১৮৯৭ খ্ৰী.)**

জন্মস্থান নগাঁও জিলাৰ আমোলাপট্টি। ৰচনা কৰা গ্ৰন্থ : 'ভক্ত জয়', 'জয়মতী কুঁৱৰী', 'ৰাণী দুৰ্গাৱতী', 'জয় নায়ক মহাদেৱ শৰ্মা'।

**কুমুদচন্দ্ৰ বৰুৱা (জন্ম ঃ ১৯০৯, মৃত্যু ঃ ১৮ ফেব্ৰুৱাৰী, ১৯৮৩ খ্ৰী.)**

অসমীয়া সাহিত্যত নাট্যকাৰ হিচাপে পৰিচিত। একাধাৰে গায়ক আৰু অভিনেতা। 'ৰাঙলী' নামৰ গীতৰ পুথি এখনেৰে সাহিত্যিক জীৱন আৰম্ভ হয়। অসমীয়া নাট্য সাহিত্যলৈ লেখকৰ অৱদানসমূহ হ'ল—'গুড নাইট ছাৰ', 'লিমিটেড কোম্পানী', 'তীৰ্থযাত্ৰী', 'বৰযাত্ৰী', 'এশ দহ ধাৰা', 'ঊনৈশ শ সাতত্ৰিশ', 'দুইৰ এটকা গ'ল', 'চকু চৰহা সংঘৰ সভাপতি নিৰ্বাচন', 'সভাসদৰ নাচ' ইত্যাদি।

**কুমুদেশ্বৰ বৰঠাকুৰ**

বংশ পৰিচয় সম্পৰ্কে তথ্য পোৱা হোৱা নাই। যোৰহাট নাট্য মন্দিৰৰ লগত জড়িত আছিল। 'ধোৰোক পণ্ডিত' এখন মঞ্চ সফল নাট।

১৮৯০ খ্ৰীষ্টাব্দৰ ১৩ নৱেম্বৰ তাৰিখে তেজপুৰত স্থাপন হোৱা 'অসমীয়া ভাষাৰ আলোচনা সভা'খন এই নামেৰেই ১৮৯৭ খ্ৰীষ্টাব্দৰ ৩১ জানুৱাৰীলৈকে চলি আছিল। পৰৱৰ্তী সময়ত এই সভাখনৰ নাম সলনি কৰি 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' ৰখা হয়। কুমুদেশ্বৰ বৰঠাকুৰে এই সভাৰ সম্পাদকৰ পদ শুৱনি কৰে।

এগৰাকী জীৱনী সাহিত্য ৰচক। 'ৰত্ন কৌমুদী' এখন উল্লেখযোগ্য জীৱনী গ্ৰন্থ। সাধু কথাৰ পুথিৰ ভিতৰত 'সুধুৰ ভঁড়াল' উল্লেখনীয়।

**কুমুদেশ্বৰ বৰঠাকুৰ (জন্ম ঃ ১৮৯৩; মৃত্যু ঃ ৮ নৱেম্বৰ, ১৯৬৬ খ্ৰী.)**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাযায়। শিক্ষা ঃ স্নাতক (কটন কলেজ), বি. টি। ৰচিত গ্ৰন্থ ঃ 'মেঘদূতম' (১৯১৯), 'বেদৱাণী' (১৯৯৩), 'ছেক্সপীয়েৰ' (১৯৩১), 'পাৰস্য প্ৰদীপ' (বাঁহীত প্ৰকাশ পোৱা), 'কোঁৱৰ ভৰত' (১৯৫২), 'ঝাঁন্সীৰ ৰাণী লক্ষ্মীবাই' (১৯৬০), 'ভকতৰ ভগৱান' (১৯৪০), 'ওহালি' (১৯৫২) আদি উল্লেখনীয়।





**কুসুমকুমাৰী বৰুৱানী**

'জোনাকী যুগ'ৰ কবি। জন্ম-মৃত্যুৰ তাৰিখৰ উল্লেখ পোৱা নাযায়।। 'জোনাকী'ৰ ১ম ভাগ ৬ষ্ঠ সংখ্যাত (১৮২৪ শক) 'ফুলৰ বিষাদ' নামৰ এটা কবিতা ছপা হৈছে।

**কৃপানাথ ভাগৱতী (জন্ম - ১৮৮৭, মৃত্যু- ১৯৪৬ খ্ৰী.)**

বৰপেটা জিলাৰ লেখক। বংশ পৰিচয় পোৱা নাই। প্ৰকাশিত একমাত্ৰ গ্ৰন্থখন হ'ল—'মহাপুৰুষ'। লেখকৰ 'ওলোটা বুজিলি ৰাম', 'গুৰু নিন্দাৰ প্ৰতিকাৰ', 'গীতাৰ ব্যাখ্যা' আদি অপ্ৰকাশিত গ্ৰন্থ।

**কৃষ্ণ ভূঞা (জন্ম-১৯১৪ খ্ৰী.)**

প্ৰাথমিক শিক্ষা যোৰহাটত। ১৯৩২ খ্ৰীষ্টাব্দত যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা মেট্ৰিক, যোৰহাট কলেজৰ পৰা বি. এ. আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ১৯৪২ খ্ৰীষ্টাব্দত এম. এ. ডিগ্ৰী লাভ কৰে। অসম চৰকাৰৰ সমবায় বিভাগত চাকৰি কৰি ১৯৭০ খ্ৰীষ্টাব্দত অৱসৰ লয়।

'আৱাহন' আৰু 'ৰামধেনু' এই দুয়োটা যুগত (বিংশ শতিকাৰ পৰা অন্তিম দশকলৈকে সামৰি) অসমৰ বিভিন্ন কাকত-আলোচনীত গল্প, উপন্যাস প্ৰকাশ হৈছে। চুটি গল্পৰ বুদ্ধিনিষ্ঠ বিশ্লেষণ তেওঁৰ ৰচনাৰ এক অনন্য বৈশিষ্ট্য। গল্পৰ উপৰি উপন্যাসো ৰচনা কৰিছে। ৰচনাসম্ভাৰ হ'ল—'ৰামধেনুৰ ৰং' (১৯৬২), 'ফুল আৰু জাবৰ' (১৯৮৮), 'কৃষ্ণ ভূঞাৰ গল্প সমগ্ৰ' (১ম খণ্ড, ১৯৯৮), 'উত্তৰ মেঘ' (উপন্যাস, ১৯৮১)।

'আপোন ঘৰ' আৰু 'বিতোপন কাকতিৰ আত্মকথা' নামৰ উপন্যাস দুখন কৃষ্ণ ভূঞাৰ উপন্যাস সমগ্ৰত প্ৰকাশ হৈছে।

তেওঁ কবিতা আৰু নাটকো ৰচনা কৰিছে। দুখনমান নাটক অনাতাঁৰ কেন্দ্ৰৰ নাট বিভাগৰ জৰিয়তে প্ৰচাৰ হৈছে।

**কৃষ্ণকান্ত সন্দিকৈ (জন্ম—২০ জুলাই, ১৮৯৮, মৃত্যু-৭ জুন, ১৯৮২ খ্ৰী.)**

জন্মস্থান যোৰহাট। পিতৃৰ নাম ৰাধাকান্ত সন্দিকৈ, মাতৃৰ নাম নাৰায়ণী সন্দিকৈ। সৰস্বতীৰ বৰপুত্ৰ কৃষ্ণকান্ত সন্দিকৈয়ে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতালৈ যায। কলিকতাৰ সংস্কৃত কলেজৰ পৰা সংস্কৃতত অনাৰ্ছ লৈ বি. এ. (১৯১৭) পাছ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সংস্কৃতৰ বৈদিক শাখাৰ স্নাতকোত্তৰ (১৯১৯) আৰু অক্সফোৰ্ড বিশ্ববিদ্যালয়ত আধুনিক ইতিহাস বিষয়ৰ স্নাতকোত্তৰ (১৯২৩) ডিগ্ৰী লাভ কৰে। ইয়াৰ পৰৱৰ্তী সময়ত ৪ বছৰমান ফ্ৰান্স আৰু জাৰ্মানীত বিভিন্ন ভাষা আৰু সাহিত্যৰ অধ্যয়নত মনোনিৱেশ কৰে। অসমীয়া, বাংলা ভাষাৰ উপৰিও বিশ্বৰ ১১ টা ভাষাৰ এজন বিদগ্ধ পণ্ডিত। যোৰহাট জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষ (১৯৩০-৪৭) আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথমগৰাকী উপাচাৰ্য (১৯৪৮-৫৭) আছিল। তেওঁৰ সোঁৱৰণত ভাৰত চৰকাৰে এটা ডাক টিকট (১৯৮৩) প্ৰচলন কৰে।

এগৰাকী আন্তৰ্জাতিক খ্যাতিসম্পন্ন পণ্ডিত। যুগমীয়া কৃতি ঃ 'নৈষধচৰিত অব শ্ৰীহৰ্ষ' (১৯৩৪), 'যশস্তিলক এণ্ড ইণ্ডিয়ান কালচাৰ' (১৯৪৯) আৰু 'প্ৰবৰ সেনজ সেতুবন্ধ' (১৯৫৮)।

'বাঁহী', 'চেতনা', 'আলোচনী', 'অসম সাহিত্য সভা পত্ৰিকা', 'আৱাহন' আদিকে ধৰি ভালেসংখ্যক আলোচনীত লিখা-মেলা কৰিছে। 'অসম ছাত্ৰ সন্মিলনৰ অধিৱেশন' (গুৱাহাটী, ১৯৩৭), সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনৰ প্ৰাচীন সংস্কৃত শাখা (লক্ষ্ণৌত অনুষ্ঠিত, ১৯৫১) আৰু ভাৰত আন্তঃবিশ্ববিদ্যালয় সমিতিৰ সভাপতি (১৯৫২)ৰ আসন শুৱন কৰে। ভাৰত চৰকাৰে 'পদ্মশ্ৰী' (১৯৫৫) আৰু 'পদ্মবিভূষণ' (১৯৬৭) উপাধি আৰু অসম সাহিত্য সভাই 'সদস্য মহীয়ান' (১৯৭৮) উপাধিৰে সন্মানিত কৰিছে। যতীন্দ্ৰনাথ গোস্বামীৰ দ্বাৰা সংকলিত-সম্পাদিত 'কৃষ্ণকান্ত সন্দিকৈ ৰচনা সম্ভাৰ'ৰ বাবে মৰণোত্তৰভাৱে তেওঁ ১৯৮৫ খ্ৰীষ্টাব্দত সাহিত্য অকাডেমী বঁটাৰে বিভূষিত হয়।





**কৃষ্ণপ্ৰসাদ আগৰৱালা (জন্ম - ১৮৭২, মৃত্যু- ১৯৯৭ খ্ৰী.)**

জন্মস্থান তেজপুৰ চহৰ। স্কুলীয়া শিক্ষা আৰম্ভ কৰে তেজপুৰ হাইস্কুলত। ১৮৯৩ খ্ৰীষ্টাব্দত প্ৰেছিডেন্সী কলেজৰ পৰা এণ্ট্ৰেন্স পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হয়। স্কুলত পঢ়ি থকা কালতে ছাত্ৰবন্ধু আনন্দচন্দ্ৰ আগৰৱালা, ব্ৰহ্মানন্দ বৰকাকতী আদিৰ লগ লাগি 'ধৰ্মসংগীত' নামৰ এখনি গীতি ধৰ্মী পুথি ৰচনা কৰে। এই গ্ৰন্থখনি বঙালী ছাত্ৰবন্ধু শৰৎ চন্দ্ৰ চক্ৰৱৰ্তীয়ে প্ৰকাশ কৰি উলিয়ায়। 'নিৰাশ' (কবিতা, জোনাকী ৩য় ভাগত প্ৰকাশিত) 'অকলৈ জোনাকী (জোনাকী সপ্তম সংখ্যাত প্ৰকাশিত), 'মেঘযুদ্ধ' (বিজুলী) আদি লেখকৰ উল্লেখযোগ্য ৰচনা।

**কেদাৰনাথ গোস্বামী (জন্ম-১৮৯৯, মৃত্যু- ২২ মে', ১৯৬৪ খ্ৰী.)**

জন্মস্থান নগাঁও জিলাৰ জামুগুৰি সত্ৰ। প্ৰাথমিক শিক্ষা লাভ কৰে শিৱসাগৰ আৰু শ্বিলঙত। উচ্চ শিক্ষাৰ বাবে কাশী হিন্দু বিশ্ববিদ্যালয়লৈ যায়। কিন্তু অসহযোগ আন্দোলনৰ বাবে শিক্ষা অসমাপ্ত হয়। সংস্কৃত, অসমীয়া, ইংৰাজী, হিন্দী, বাংলা, উৰ্দু, লেটিন, ফৰাচী, ৰাছিয়ান আদি বহুকেইটা ভাষাতে বুৎপত্তি থকা আৰু 'দা টাইমছ অব আসাম', 'পঞ্চায়ত' আদি কাকত সম্পাদনা কৰে। এগৰাকী সুদক্ষ সমালোচক আৰু অনুবাদক। প্ৰকাশিত গ্ৰন্থ —'কমিউনিষ্ট মেনিফেষ্টো' (অনুবাদ) আৰু 'স্বপ্ন দৰ্শন'।

**কেশৱনাৰায়ণ দত্ত (জন্ম-১৯০৩, মৃত্যু-১৯৭১ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ বজালীৰ ৰতনপুৰ গাঁও। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা উচ্চ শিক্ষা লাভ কৰি শ্বিলঙৰ ছেইণ্ট এড্‌মাণ্ডছ কলেজত শিক্ষকতা কৰে। পাছত বুৰঞ্জী আৰু প্ৰত্নতত্ত্ব বিভাগৰ উপ সঞ্চালক পদত অধিষ্ঠিত হয়। ১৯৫০ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ মাৰ্ঘেৰিটা অধিৱেশনৰ প্ৰধান সম্পাদক, ১৯৬১ খ্ৰীষ্টাব্দত আলিগড়ত

অনুষ্ঠিত 'ভাৰতীয় বুৰঞ্জী কংগ্ৰেছ' আৰু অসম সাহিত্য সভাৰ ডিব্ৰুগড় অধিৱেশনৰ বুৰঞ্জী সন্মিলনৰ সভাপতিৰ পদ শুৱনি কৰে।

অসমীয়া বুৰঞ্জী সাহিত্যৰ এগৰাকী প্ৰসিদ্ধ বুৰঞ্জীবিদ। ৰচিত গ্ৰন্থ—'লেণ্ডমাৰ্ক অব দা ফ্ৰিডম্ ষ্ট্ৰাগল ইন আছাম', 'এন আছপেক্ট অব দা কালচাৰ এণ্ড চিভিলাইজেছন অব আছাম', 'এ হেণ্ডবুক অব দা অল্ড ৰেকৰ্ডছ অব দা আছাম ছেক্ৰেটেৰিয়েট', 'স্বাধীনতা সংগ্ৰামত অসম', 'ব্ৰিফ হিষ্টৰি অব দা অসম সাহিত্য সভা' ইত্যাদি।

**কোহিৰাম দাস (জন্ম-১৮৮২, মৃত্যু-১৯৫৯ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ সৰ্থেবাৰী। প্ৰাথমিক শিক্ষা সৰ্থেবাৰীত লাভ কৰি ১৯০৩ খ্ৰীষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা দৰ্শনত অনাৰ্চসহ বি. এ. ডিগ্ৰী লাভ কৰে।

'চেতনা', 'বাঁহী', 'জয়ন্তী', 'পখিলা' আদি আলোচনীৰ পাতত সাহিত্য-চৰ্চা কৰিছে। 'ভাৰতৰ ধৰ্মগুৰুসকল' আৰু 'হজৰত মহম্মদৰ জীৱন চৰিত' নামৰ দুখন গ্ৰন্থ ৰচনা কৰিছে। 'চন্দ্ৰকান্ত অভিধান'ৰ শব্দ সংকলন কাৰ্যত সহযোগিতা আগবঢ়াইছিল। কামৰূপী অভিধান এখনৰ সংকলনৰ কাম সমাপ্ত কৰে যদিও সেইখন অপ্ৰকাশিত হৈ ৰয়।

সাহিত্য-চৰ্চা কৰাৰ লগতে দেশৰ হকেও কাম কৰি যায়। তেওঁ মুক্তি যুঁজাৰু হিচাপে প্ৰখ্যাত আছিল।

**কুলপ্ৰভা বৰুৱা (জন্ম ঃ ১৯১৯ খ্ৰী.)**

জন্মস্থান শোণিতপুৰ জিলাৰ বিহগুৰি কলিতা গাঁও। ছপা পুথি— 'আই সবাহৰ নাম' (১৯৭০) আৰু 'ভকতীয়া ফঁকৰা-যোজনা' (১৯৭৩)।





**কৃষ্ণকান্ত শৰ্মা (জন্ম ঃ ১৫ মাৰ্চ, ১৯১৩ খ্ৰী.)**

জন্মস্থান বৰকুৰিহা, নলবাৰী জিলা। গুৱাহাটীৰ কাহিলীপাৰা বাসিন্দা। বৃত্তিত শিক্ষক আৰু সংস্কৃত টোলৰ প্ৰতিষ্ঠাপক আছিল। প্ৰকাশিত পুথি—'শ্ৰী মদ্ভাগৱত' (১ম, ২য়, ৩য় স্কন্ধ) আৰু 'নৱ নিধি সংবাদ' (মূল সংস্কৃত)।

**প্ৰয়াত কৃষ্ণকান্ত শৰ্মা (জন্ম ঃ ১ জানুৱাৰী, ঃ ১৯১৮ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ কন্দুৱা। তেওঁ বৃত্তিত শিক্ষক আছিল। ছপা পুথি—'মুক্তি সংগ্ৰামৰ স্মৃতি' (১৯৯২)।

# খ

**খনীন্দ্ৰচন্দ্ৰ বৰুৱা (জন্ম ঃ ৪ এপ্ৰিল, ১৯০৪, মৃত্যু ঃ ২৫ এপ্ৰিল, ১৯৯০ খ্ৰী.)**

জন্মস্থান নলবাৰী জিলাৰ কমাৰকুছি গাঁও। কটন কলেজিয়েট স্কুলৰ পৰা বৃত্তিসহ প্ৰৱেশিকা, কটন কলেজৰ পৰা আই. এছ. চি. আৰু কলিকতাৰ স্কটিছ ছাৰ্চ কলেজৰ পৰা বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। অসম লোকসেৱা আয়োগৰ প্ৰতিযোগিতামূলক পৰীক্ষা দি সহকাৰী আয়ুক্ত পদৰ বাবে মনোনীত হয়। পৰৱৰ্তী সময়ত মহকুমাধিপতি আৰু উপায়ুক্তৰূপে নিযুক্তি লাভ কৰে।

পত্নীৰ অকাল মৃত্যুৰ পাছত ব্ৰহ্মবিদ্যা সম্পৰ্কে গভীৰভাৱে অধ্যয়ন কৰে। 'Bishop C. W Leadbeater ৰ পুস্তিকা 'To those who Mourn-খন অসমীয়ালৈ অনুবাদ কৰাৰ উপৰিও 'পাতালী কাণ্ড ৰামায়ণ', 'শ্ৰীশ্ৰীৰামৰায় গোসাঁইৰ নাম প্ৰসংগ', 'অসমৰ ভূমি সমস্যা', 'অসম আৰু অসমীয়া জাতিৰ সমস্যা', 'শোক আৰু সন্তপ্ত পৰিয়াললৈ' (অনুবাদ), 'মোৰ আত্মজীৱনী টোকা' আদি গ্ৰন্থ ৰচনা কৰিছে। অসম সাহিত্য সভাৰ আজীৱন সভ্য আছিল।





# গ

**গংগাৰাম কলিতা**

বংশ পৰিচয় পোৱা হোৱা নাই। 'জোনাকী' যুগৰ লেখক। 'জোনাকী'ৰ ২য় ভাগ, ৯ম সংখ্যাত (১৮২৬ শক) 'মই কোন?' শীৰ্ষক প্ৰবন্ধ এটা প্ৰকাশ হৈছে।

**গজেননাথ চহৰীয়া (জন্ম–২০ আগষ্ট, ১৯১৬, মৃত্যু- ২১ নৱেম্বৰ, ১৯৯৩ খ্ৰী.)**

জন্মস্থান দৰং জিলাৰ ছিপাঝাৰ অঞ্চলৰ প্ৰসিদ্ধ দক্ষিণ চুবুৰী গাঁও। ১৯২৮ খ্ৰীষ্টাব্দত প্ৰাথমিক শিক্ষা শেষ কৰি ছিপাঝাৰ মজলীয়া বিদ্যালয়ৰ চূড়ান্ত পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ হয়। ১৯৩৪ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহত নৰ্মাল স্কুলত পঢ়াৰ মানসেৰে যোৰহাটলৈ ঢাপলি মেলে।

১৯৩৭ খ্ৰীষ্টাব্দৰ ১ আগষ্ট তাৰিখে সৰাবাসী মজলীয়া বিদ্যালয়ত সহকাৰী শিক্ষকৰূপে নিযুক্তি পায়। এই বিদ্যালয়ত কিছুদিন চাকৰি কৰাৰ পিছত হাজৰিকাপাৰা ছিপাঝাৰ ছোৱালী এম. ভি., ছিপাঝাৰ এম. ভি আদি বিদ্যালয়ত প্ৰধান শিক্ষকৰূপে প্ৰায় ১২ বছৰকাল কাৰ্যনিৰ্বাহ কৰে। মঙলদৈ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ পৰা অৱসৰ গ্ৰহণ কৰে।

এগৰাকী কৃতি শিক্ষক হোৱাৰ উপৰিও অভিনেতা, সমাজ সংগঠক, প্ৰতিষ্ঠিত সাহিত্যিক তথা পাঠ্যপুথি প্ৰণেতাৰূপেও খ্যাত। তেওঁ প্ৰায় দুকুৰিৰো অধিক গ্ৰন্থ প্ৰণয়ন কৰিছে। সম্পাদিত গ্ৰন্থ ঃ 'ৰাণা প্ৰতাপ সিংহ', 'কুশল কোঁৱৰ' 'শ্বহীদ কনকলতা' (জীৱনী গ্ৰন্থ)। কাব্যগ্ৰন্থ ঃ 'ধূলিৰে ধৰাতে', 'ব্যৰ্থ সপোন', 'জীৱন প্ৰদীপ হায় হ'ল নিৰ্বাপিত', 'অঞ্জলি', 'চিকিমিকি' (শিশু কবিতা)। 'পথৰুঘাটৰ ৰণ' (গদ্য পুথি), 'অকণিৰ নীতিমালা' (সাধু), 'উপনিষদৰ গল্প', 'শ্ৰীমদ্ভাগৱত গীতা', 'অভিমন্যু বধ', 'সীমান্ত প্ৰহৰী' (নাটক), 'ৰাৱণ বধ', 'কুৰুক্ষেত্ৰ' সম্পাদিত গ্ৰন্থ।

'সামবেদীয় সান্ধ্য বিধি' আন এখন তত্ত্বমূলক গ্ৰন্থ। 'অকণিৰ নৱ পাঠ' (১মং, ২য় ভাগ), 'সাহিত্য দীপিকা' (১ম, ২য়, ৩য়, ৪ৰ্থ, ৫ম, ৭ম আৰু ৮ ম ভাগ), 'অকণিৰ বুনিয়াদী ৰচনা', 'অকণিৰ বুনিয়াদী ৰচনা' আদি পঢ়াশালীয়া কাব্য গ্ৰন্থ। অসম প্ৰাদেশিক যোগী সন্মিলনীৰ মুখপত্ৰ 'যুগবাণী'ৰ কেইবাটাও সংখ্যা সম্পাদনা কৰিছে। 'অসম বংগ যোগী সন্মিলনী'ৰ মুখপত্ৰ 'যোগী সংখ্যা' (অসমীয়া খণ্ড)ৰ সম্পাদক আছিল।

**গণেশচন্দ্ৰ গগৈ (জন্ম- ২৮ ডিচেম্বৰ, ১৯০৭ খ্ৰী.·, মৃত্যু ঃ ২১ আগষ্ট, ১৯৩৮ খ্ৰী.)**

জন্মস্থান যোৰহাট জিলা। পিতৃৰ নাম কনকচন্দ্ৰ গগৈ, মাতৃৰ নাম কনকা গগৈ। যোৰহাট চৰকাৰী বালক বিদ্যালয়ৰ পৰা প্ৰাথমিক শিক্ষা আৰু কটন কলেজৰ পৰা আই. এ. পাছ কৰি উচ্চ শিক্ষাৰ বাবে কাশী বিশ্ববিদ্যালয়লৈ যায়। কিন্তু ব্যক্তিগত অসুবিধাৰ বাবে শিক্ষা অসমাপ্ত হৈ ৰয়। কৰ্ম জীৱন এগৰাকী কাঠৰ ব্যৱসায়ী হিচাপে আৰম্ভ কৰি শেষত মহলদাৰ হয়।

অসমীয়া সাহিত্যত 'পাপৰিৰ কবি'ৰূপে পৰিচিত। 'বাঁহী', 'আৱাহন' আদি আলোচনীত তেওঁৰ কবিতা প্ৰকাশ হৈছে। ৰচিত গ্ৰন্থ ঃ'পাপৰি' (১৯৩৪), 'স্বপ্নভংগ' আৰু 'ৰূপজ্যোতি' (১৯৪৫), 'সপোন' (কথা কবিতা), 'ব্যৰ্থ জীৱন' (গল্প), 'শকুনিৰ প্ৰতিশোধ', 'দক্ষযক্ষ', 'হৰিশ্চন্দ্ৰ', 'কাশ্মীৰ কুমাৰী' (নাটক), 'লাচিত', 'জেৰেঙাৰ সতী', 'কমলা কুঁৱৰী', 'কুৰি শতিকা' (নাটিকা)।

এগৰাকী কবিৰূপে যিমান সফল, নাট্যকাৰ ৰূপেও সিমানেই জনপ্ৰিয়। বিশেষকৈ নাটকৰ চৰিত্ৰ চিত্ৰণৰ দিশত দখল অপৰিসীম। তেওঁ এগৰাকী কৃতী খেলুৱৈ আৰু সুদক্ষ চিকাৰী আছিল।

**গিৰিধৰ শৰ্মা (জন্ম-৩০ জুলাই, ১৯১২ খ্ৰী.·, মৃত্যু ঃ ১০ মে', ১৯৭৮ খ্ৰী.)**

জন্মস্থান নলবাৰী জিলাৰ ককয়া গাঁও। পিতৃৰ নাম ৰাধানাথ শৰ্মা





আৰু মাতৃৰ নাম দশমপ্ৰিয়া দেৱী। চামতাৰ পৰা প্ৰাথমিক শিক্ষা লাভ কৰি ককয়া কামদা চতুস্পাঠীৰ পৰা ব্যাকৰণ শাস্ত্ৰী আৰু কাব্য বিষয়ত স্বৰ্ণ পদকসহ উত্তীৰ্ণ হয়। যোৰহাটৰ পৰা নৰ্মাল পৰীক্ষাত সুখ্যাতিৰে পাছ কৰি প্ৰাইভেটকৈ উচ্চ শিক্ষা লাভ কৰে। নলবাৰী ছোৱালী এম. ই স্কুলত শিক্ষকতা, সন্দিকৈ ছোৱালী কলেজ আৰু কটন কলেজত অধ্যাপনা কৰি শেষত আৰ্য বিদ্যাপীঠ কলেজ প্ৰতিষ্ঠা কৰি অধ্যক্ষৰূপে কাম কৰি যায়।

অসম সাহিত্য সভাৰ এগৰাকী নিষ্ঠাৱান কৰ্মী আছিল। ১৯৭১ আৰু ১৯৭৩ খ্ৰীষ্টাব্দত কামৰূপ জিলা সাহিত্য সভাৰ ক্ৰমে সোণাপুৰ আৰু বকো অধিৱেশনৰ সভাপতি আছিল। অসম সাহিত্য সভাৰ ৰঙিয়া অধিৱেশনতো (১৯৭৩) সভাপতিৰ পদ শুৱনি কৰে।

পাঠ্যপুথি, অভিধান, ব্যাকৰণ, গল্প, প্ৰবন্ধ আদি ৰচনা কৰি অসমীয়া ভাষা-সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে। ৰচিত গ্ৰন্থ—'শুৱলা পাঠ' (পাঠ্যপুথি), 'প্ৰৱন্ধ বিচিত্ৰা', 'প্ৰৱেশিকা ৰচনা শিক্ষা', 'Sanskrit Grammar', 'Composition and Translation, Anglo-Assamese Dictionary', 'আধুনিক অসমীয়া অভিধান', 'সংস্কৃত ব্যাকৰণ চন্দ্ৰিকা', 'দেৱী চৌধুৰাণী' (অনুবাদ), 'গল্পগুচ্ছ' (অনুবাদ), 'চুটিগল্প সংকলন' (সম্পাদিত)।

**গুণাভিৰাম বৰুৱা (জন্ম ঃ ১৮৩৭ খ্ৰী.; মৃত্যু ঃ ১৮৯৪ খ্ৰী.)**

জন্মস্থান যোৰহাট। পিতৃ ৰণৰাম বৰুৱা গুৱাহাটীৰ লোক আছিল। সৰুতে পিতৃ বিয়োগ ঘটাত আনন্দৰাম ঢেকিয়াল ফুকনৰ তত্ত্বাৱধানত কলিকতাৰ প্ৰেছিডেন্সি কলেজত দুবছৰ পঢ়ি আইনৰ শিক্ষা গ্ৰহণ কৰে। ১৮৫৯ খ্ৰীষ্টাব্দত চৰকাৰী চাকৰিত নিযুক্তি পায়। এবছৰ পিছত এক্সট্ৰা এছিটেণ্ট কমিছনাৰ পদ লাভ কৰে। প্ৰথমা পত্নী ব্ৰজসুন্দৰীৰ মৃত্যুৰ পিছত ১৮৭০ খ্ৰীষ্টাব্দত বিষ্ণুপ্ৰিয়া নামৰ এগৰাকী বিধৱা ব্ৰাহ্মণ কন্যাক বিবাহ কৰায়। ইয়াৰ তেওঁ পাছতে ব্ৰাহ্মধৰ্ম গ্ৰহণ কৰে। বিধৱা বিবাহৰ প্ৰতি

সমৰ্থন জনাই ১৮৫৭ খ্ৰীষ্টাব্দত প্ৰখ্যাত 'ৰাম-নৱমী' নাটক ৰচনা কৰে। এই নাটকখনেই আধুনিক অসমীয়া নাটকৰ প্ৰথম নিদৰ্শন। চাকৰিসূত্ৰে নগাঁৱত থকা কালছোৱা তেওঁৰ সাহিত্যিক জীৱনৰ সোণালী সময় আছিল। ১৮৯০ খ্ৰীষ্টাব্দত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰি কলিকতাৰ নিগাজী বাসিন্দা হয় আৰু তাতেই শেষ নিশ্বাস ত্যাগ কৰে।

'অৰুণোদই' কাকতৰ যোগেদি সাহিত্য জগতত প্ৰৱেশ কৰে। 'জোনাকী', 'বিজুলী' আদি কাকতত প্ৰবন্ধ, কবিতা লিখিছে। 'গুৰুদত্ত' ছদ্মনামেৰে লিখা কিছুমান কবিতা 'বিজুলী' কাকতত সিঁচৰতি হৈ আছে। 'আসাম বন্ধু' (১৮৮৫) নামৰ মাহেকীয়া কাকত এখন সম্পাদনা কৰে। ১৮৮০ খ্ৰীষ্টাব্দত প্ৰকাশ পোৱা তেওঁ ৰচনা কৰা 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত' আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম জীৱন চৰিত। ১৮৮৪ খ্ৰীষ্টাব্দত 'অসম বুৰঞ্জী' প্ৰকাশ পায়। 'জোনাকী'ত প্ৰকাশ পোৱা 'সৌমাৰ ভ্ৰমণ' উল্লেখযোগ্য প্ৰবন্ধ। 'অসমীয়া ল'ৰাৰ মিত্ৰ' (১৮৭৩), 'কাব্য কুসুম' সম্পাদিত গ্ৰন্থ। 'অসমীয়া ল'ৰাৰ ভূগোল' আৰু 'ল'ৰাপুথি' দুখন উল্লেখযোগ্য পঢ়াশলীয়া পুথি। ঐতিহাসিক গৱেষণা, ভ্ৰমণ বৃত্তান্ত, নাটক, প্ৰবন্ধ, জীৱন চৰিত আদি শিতানত তেওঁ বিশেষ পাৰদৰ্শিতা প্ৰদৰ্শন কৰি গৈছে। বাতৰি কাকত সম্পাদনাৰ এজন পথ-প্ৰদৰ্শক আছিল।

**গুণাভিৰাম শৰ্মা**

জন্ম-মৃত্যু সম্পৰ্কে বিশেষ তথ্য পোৱা নাই। লক্ষ্মীধৰ শৰ্মাৰ ভাতৃ। এজন উল্লেখযোগ্য লেখক। তেওঁৰ সাহিত্য কৃতিৰ স্বাক্ষৰ— 'আৰণোপন্যাস', 'ৰবিন্সন ক্ৰুছো' আৰু 'ৰহস্য কাহিনী'।

**গুণেশ্বৰ কলিতা (জন্ম ঃ ৫ জানুৱাৰী, ১৯১৪ খ্ৰী.)**

জন্মস্থান নলবাৰী জিলাৰ লাউপাৰা। তেওঁ লাউপাৰা হাইস্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক আছিল। প্ৰকাশিত পুথি—'জীৱনবৃত্ত পৰিক্ৰমা'





(২০০২), 'দময়ন্তীৰ স্মৃতিত' (২০০৬), 'শ্ৰীশ্ৰী শ্যম ৰায় সত্ৰৰ মাহাত্ম্যত লাউপাৰাৰ সৌৰভ'। প্ৰকাশিত নাটক ঃ 'আজিৰ সমাজ' (১৯৫৮), 'অসবৰ্ণ বিবাহ' (১৯৫৯), 'দোষী কোন' (১৯৬০), 'ভুল কাৰ' (১৯৬৪), 'কাৰাবালা' (১৯৮০) আৰু 'আশ্ৰয়' (১৯৮৪)।

**গোপালচন্দ্ৰ বৰা**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাই।

প্ৰসিদ্ধ নাট্যকাৰৰূপে পৰিচিত। 'শ্ৰীৰামচন্দ্ৰ', 'অজ্ঞাতবাস', 'সমাজ', 'জনক' আদি নাটক অপ্ৰকাশিত অৱস্থাত পোৱা গৈছে। 'অজ্ঞাতবাস', 'শ্ৰীৰামচন্দ্ৰ', 'জনক' এই নাটকেইখন পৌৰাণিক। 'মাহী আই' এখন ধেমেলীয়া নাটক। নাটসমূহ ৰচনাৰ সময় ১৯২০-১৯৩০ খ্ৰীষ্টাব্দৰ ভিতৰত বুলি ঠাৱৰ কৰা হৈছে। কেওখন নাটকেই নগাঁও নাট্য মন্দিৰত অভিনীত হৈছে। নগাঁও ৰংগমঞ্চৰ সম্পাদকৰ পদ (১৯৩৫-১৯৩৬ আৰু ১৯৩৬-১৯৩৭) শুৱনি কৰে।

**গোবিন্দচন্দ্ৰ পৈৰা (জন্ম ঃ ২৩ জানুৱাৰী, ১৯১৭, মৃত্যুঃ ৫ জানুৱাৰী, ১৯৯৯ খ্ৰী.)**

বংশ পৰিচয় পোৱা নাই। প্ৰৱেশিকা পাছ কৰি উঠি কিছুদিন কহিমা এম. ই স্কুলত শিক্ষকতা কৰে। পৰৱৰ্তী সময়ত ডিমাপুৰত স্বাধীন ব্যৱসায় কৰাৰ লগতে সামাজিক-সাংস্কৃতিক অনুষ্ঠানসমূহত আত্মনিয়োগ কৰে। তেওঁ নাগালেণ্ড বিধান সভাৰ বিধায়ক (১৯৬৯-৭৪) আছিল। দুটা কাৰ্যকালৰ বাবে অসম সাহিত্য সভাৰ উপ-সভাপতিৰূপে (১৯৭৮-৭৯ আৰু ১৯৮৫-৮৬) কাৰ্যনিৰ্বাহ কৰে। কহিমা সাহিত্য সভাৰ সভাপতি আৰু কহিমা সমাজ কল্যাণ পৰিষদৰ প্ৰতিষ্ঠাতা আছিল।

'আৱাহন' যুগৰ গল্পকাৰ। 'বাঁহী', 'ৰামধেনু' আদিত গল্প, কবিতা আদি প্ৰকাশ পাইছে। তেওঁৰ গল্পপুথি ঃ 'সপোন আৰু স্মৃতি' (১৯৮৮), সম্পাদনা কৰিছে সু-সাহিত্যিক যোগেশ দাসে।

**গোলোকচন্দ্ৰ শৰ্মা (বৰুৱা)**

বংশ পৰিচয় পোৱা নাই। প্ৰবন্ধ লেখক হিচাপে পৰিচিত। 'আৱাহন'ৰ ২য় বছৰ, ১০ সংখ্যাত (শাওন মাহ, ১৮৫৩ শক) এওঁৰ 'কাব্য পুৰাণৰ চমু পৰিচয়' শীৰ্ষক প্ৰবন্ধ প্ৰকাশিত হৈছে।

**গৌৰীকান্ত তালুকদাৰ (জন্ম ঃ ১৮৮৫, মৃত্যুঃ ২০ অক্টোবৰ, ১৯৬৬ খ্ৰী.)**

জন্মস্থান নলবাৰীৰ ওচৰৰ চামতা। পিতৃৰ নাম বীৰদত্ত, মাতৃৰ নাম গান্ধাৰী। সৰুতে ঘাটমাউৰা হোৱা বাবে মোমায়েকহঁতৰ তত্ত্বাৱধানত ডাঙৰ-দীঘল হয়। পিছত কলিকতাৰ আইন কলেজৰ পৰা বি. এল ডিগ্ৰী লৈ গুৱাহাটীত ওকালতি কৰিবলৈ লয়। মহাত্মা গান্ধীৰ নেতৃত্বত হোৱা অসহযোগ আন্দোলনত যোগদান কৰি কাৰাবাস খাটে। নলবাৰী সমষ্টিৰ পৰা দুবাৰ অসম বিধান সভাৰ সদস্য নিৰ্বাচিত হয়। 'অসমত অস্পৃশ্যতা দূৰীকৰণ লীগ'ৰ প্ৰধান সম্পাদক, গুৱাহাটী হৰিজন সংঘৰ সভাপতি আৰু 'গুৱাহাটী বেংক'ৰ প্ৰথম মেনেজিং ডাইৰেক্টৰ আছিল। নলবাৰী আৰু গুৱাহাটীৰ বিভিন্ন স্কুল-কলেজ প্ৰতিষ্ঠাতো সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল।

অসমীয়া সাহিত্য জগতলৈ যথেষ্ট বৰঙণি আগবঢ়াইছে। 'জোনাকী' ২য় ভাগ, ১১ শ সংখ্যাত (১৮২৬ শক) 'বিজুলী' শীৰ্ষক প্ৰবন্ধ ছপা হৈছে। 'পুৰণি কামৰূপৰ ক্ষত্ৰিয় জাতি' (১৯৪২), 'হিন্দুৰ ধৰ্মানুষ্ঠান পদ্ধতি' (১৯২৬), 'গীতাৰ অসমীয়া ভাঙনি' (১৯৫৩), 'হিন্দুৰ দৃষ্টিত জীৱনৰ লক্ষ্য' (১৯৫৭), 'আছামছ্ এট এ গ্লেন্‌ছ' (১৯৫৭) ইত্যাদি উল্লেখযোগ্য ৰচনা। গুৱাহাটীত লাৱণ্য প্ৰেছ স্থাপন কৰে। তাৰ পৰাই 'দীপক' নামৰ এখন মাহেকীয়া শিশু আলোচনী উলিয়াই মৃত্যুকাললৈ সেইখন সম্পাদনা কৰে।

**গৌৰীদত্ত মিশ্ৰ**

বংশ পৰিচয় জনা নাযায়। প্ৰবন্ধকাৰ হিচাপে পৰিচিত। 'জোনাকী'ৰ





২য় ভাগ, ৩য় সংখ্যাত (১৮২৫ শক) 'মোমাই তামুলী বৰবৰা'আৰু 'জোনাকী'ৰ ২য় ভাগ, ৬ষ্ঠ সংখ্যাত (১৮২৫ শক) 'আনন্দৰাম বৰুৱা' শীৰ্ষক দুটি প্ৰবন্ধ প্ৰকাশ পাইছে।

**গৌৰীশংকৰ ভট্টাচাৰ্য (জন্ম ঃ ১০ ডিচেম্বৰ, ১৯১৫ খ্ৰী.)**

জন্মস্থান নলবাৰী জিলাৰ চতমা গাঁও। পিতৃৰ নাম শৌৰীদত্ত। গৰ্ডন হাইস্কুলৰ পৰা প্ৰাথমিক শিক্ষা, কটন কলেজৰ পৰা উচ্চ শিক্ষা আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইতিহাস আৰু অৰ্থনীতি বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। ১৯৫২, ১৯৫৭, ১৯৬৭ আৰু ১৯৭২ খ্ৰীষ্টাব্দত চাৰিবাৰকৈ অসম বিধান সভাৰ সদস্য হিচাপে নিৰ্বাচিত হয়।

একাধাৰে এগৰাকী ৰাজনীতিবিদ আৰু সাহিত্যিক। 'আৱাহন' আলোচনীৰ যোগেদি গল্পকাৰ হিচাপে আত্ম প্ৰকাশ কৰে। 'ভূমিপুত্ৰৰ মৰ্মবেদনা' গ্ৰন্থৰ বাবে অসম সাহিত্য সভাৰ অসম কেশৰী অম্বিকাগিৰী সাহিত্য বঁটা' (১৯৮৭) আৰু 'স্বাধীনতাৰ ৰাজবিচাৰ' ('ট্ৰায়েলছ অব ইণ্ডিপেণ্ডেন্স'গ্ৰন্থৰ অনুবাদ) গ্ৰন্থৰ বাবে অনুবাদৰ সাহিত্য অকাডেমী বঁটা (১৯৯৮) লাভ কৰে। গ্ৰন্থ ঃ 'প্ৰেমতকৈও তীব্ৰ', 'সবিনয় নিবেদন' ইত্যাদি।

# ঘ

**ঘনকান্ত গগৈ (জন্ম–১৯১২)**

জন্মস্থান চামুগুৰি। এজন নীৰৱ চিন্তাশীল লেখক। 'গান্ধীকৃষ্ণ' আৰু 'সোণৰ নাঙল' নামৰ দুখন প্ৰৱন্ধ পুথি ৰচনা কৰে। 'গান্ধীকৃষ্ণ'ত শ্ৰীকৃষ্ণৰ কাৰ্যাৱলী পৰ্যালোচনা কৰি গান্ধীৰ লগত তুলনামূলক বিচাৰ কৰি দেখুৱাইছে। ৰচিত উপন্যাস ঃ 'ভূমিকন্যা'।

**ঘনশ্যাম বৰুৱা (জন্ম-১৮৬৭ মৃত্যু ঃ ১৯২৩ খ্ৰী.)**

জন্মস্থান গোলাঘাট। ঊনবিংশ শতিকাৰ নাট্যকাৰসকলৰ ভিতৰত অন্যতম।

১৮৮২-৮৩ খ্ৰীষ্টাব্দত শিৱসাগৰৰ পৰা এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। ১৮৮৭ খ্ৰীষ্টাব্দত প্ৰেচিডেন্সি কলেজৰ পৰা বি. এ. ডিগ্ৰী লাভ কৰে । বি. এল. পঢ়ি থকা কালতে ৰত্নধৰ বৰুৱা, ৰমাকান্ত বৰকাকতী, আৰু গুঞ্জানন বৰুৱাৰ সৈতে 'ভ্ৰমৰংগ' ভাঙনিৰ কামত লাগে।

কলিকতাৰ পৰা আহি গোলাঘাটত ওকালতি কৰিবলৈ লয় আৰু সুখ্যাতিৰে ওকালতিৰ দায়িত্ব পালন কৰাৰ বাবে 'বৰ উকিল' নাম পায়। কেইবছৰমান গোলাঘাটত শিক্ষকতা কৰে। পিছত দলৈজান বাগিচা খুলি পাচলৈ চাহৰ ব্যৱসায়ত আত্মনিয়োগ কৰে। বিভিন্ন সামাজিক, আৰু চৰকাৰী কামৰ সৈতে জড়িত থকাৰ লগতে ৰাজনীতিতো অংশগ্ৰহণ কৰে। ১৯১৩ খ্ৰীষ্টাব্দত অসম কাউন্সিলৰ সদস্য আৰু ১৯১৯ খ্ৰীষ্টাব্দত ইয়াৰ উপসভাপতি হয়। ১৯১৫ খ্ৰীষ্টাব্দত চৰকাৰে ৰায়বাহাদুৰ উপাধিৰে সন্মানিত কৰে।





# চ

**চক্ৰেশ্বৰ ভট্টাচাৰ্য (জন্ম ঃ ১৯ এপ্ৰিল, ১৯১৮, মৃত্যু ঃ ১৯৬৯ খ্ৰী.)**

অসমীয়া সাহিত্যৰ এগৰাকী কবি, প্ৰবন্ধকাৰ আৰু অনুবাদক। 'জয়ন্তী' আলোচনীৰ পাতত প্ৰথম কবিতা প্ৰকাশ পায়। পিছলৈ যুটীয়া সম্পাদক হিচাপে 'জয়ন্তী'ৰ সম্পাদনা কৰে। প্ৰগতিশীল চিন্তাধাৰাৰ লেখক। ভট্টাচাৰ্যৰ গ্ৰন্থসমূহ হ'ল—'ৰিক্সাৱালা', 'কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ', 'বাপুজী', 'হিন্দী অসমীয়া অভিধান', 'বাণভট্টৰ আত্মকথা', 'ভগৱান বুদ্ধ', 'ৰাজপথত শিল', 'পুথিভঁৰালৰ সামাজিক ভূমিকা', 'গ্ৰাম্যধৰ্ম', 'মীৰ্জা গালিব' ইত্যাদি।

**চন্দ্ৰকান্ত বৰকাকতী (জন্ম-১৯০৪)**

জন্মস্থান ঢিঙৰ আঠগাঁও । 'অকণ', 'অৰুণ', 'গাঁৱলীয়া', 'আৱাহন' আদি আলোচনীত গল্প ৰচনা কৰে। 'আৱাহন'ত প্ৰকাশিত 'গোলেণা', 'প্ৰায়শ্চিত্ত', 'চকুলো', 'আশীৰ্বাদ', 'পতিতাৰ মৰ্মকথা', 'মৃত্যু পিপাসা', 'গৃহ লক্ষ্মী' আদি লেখকৰ বহুপঠিত গল্প। প্ৰৱন্ধ সংকলন 'অঞ্জলি'। নাটক ঃ 'শ্ৰীৰামচন্দ্ৰ' আৰু 'জ্ঞানৰ সফুঁৰা'। সাদিনীয়া কাকত 'প্ৰজাশক্তি' সম্পাদনা কৰে।

**চন্দ্ৰকুমাৰ আগৰৱালা (জন্ম ঃ ১৮৬৭, মৃত্যু ঃ ১৯৩৭ খ্ৰী.)**

জন্মস্থান তেজপুৰৰ কলংপুৰ মৌজাৰ ব্ৰহ্মজান নামৰ গাঁও। পিতৃৰ নাম হৰিবিলাস আগৰৱালা। তেওঁ প্ৰাচীন অসমীয়া সাহিত্যৰ প্ৰথম প্ৰকাশক । কলেজীয়া শিক্ষা লাভ কৰে কলিকতা চহৰত। কিন্তু ঘৰুৱা অসুবিধাৰ বাবে শিক্ষা আধাতে সমাপ্ত কৰি চাহৰ ব্যৱসায় আৰু ছপাখানা পৰিচালনাত সোমায়।

১৮৮৯ খ্ৰীষ্টাব্দত লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ

লগ লাগি 'জোনাকী' কাকত উলিয়ায় আৰু সেই কাকতৰে প্ৰতিষ্ঠাপক সম্পাদকৰূপে কাম কৰি যায়। 'অসমীয়া' (১৯১৮), 'সাদিনীয়া অসমীয়া' আৰু 'তিনিদিনীয়া অসমীয়া' নামৰ তিনিখন কাকতৰ প্ৰতিষ্ঠাপক। পিছত আটাইকেইখন যুগুতাই 'দৈনিক অসমীয়া' কাকত উলিয়ায়। লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদনাত প্ৰকাশ পোৱা 'বাঁহী' কাকতৰ লগত তেওঁ ওতপ্ৰোতভাৱে জড়িত আছিল। কাব্য সাহিত্যত 'বনকুঁৱৰী' নামৰ কবিতাৰে ৰোমাণ্টিকতাৰ পাতনি মেলে।

কাব্যগ্ৰন্থ : 'প্ৰতিমা' (১৯১৪), 'বীণ বৈৰাগী' (বাঁহীত ধাৰাবাহিকৰূপে প্ৰকাশিত ১৯২৩) আৰু 'চন্দ্ৰামৃত' (১৯৬৭)।

**চন্দ্ৰধৰ বৰুৱা (জন্ম : ১৮৭৪ খ্ৰী. মৃত্যু : ১৯৬১ খ্ৰী.)**

জন্মস্থান যোৰহাট। পিতৃ দুৰ্গাধৰ বৰুৱা। নেঘেৰীটিং শিৱদ'লৰ প্ৰখ্যাত বৰঠাকুৰ বংশৰ লোক। ১৮৯২ খ্ৰীষ্টাব্দত এন্ট্ৰেন্স পাছ কৰি কলিকতাৰ ছেণ্ট জেভিয়াৰ্ছ কলেজত বি. এ. আৰু আইন পৰ্যন্ত পঢ়ে যদিও ডিগ্ৰী নোলোৱাকৈয়ে উভতি আহে। অসমলৈ আহি কিছুদিন ওকালতি কৰে। পিছত চাহ খেতিত আত্মনিয়োগ কৰে। জোনাকী যুগৰ কবি। জোনাকীৰ কৰ্মকৰ্তাসকলৰ লগত নিবিড় ভাৱে জড়িত নাছিল বুলি জনা যায়। কবিতাত মাইকেল মধুসূদন আৰু গিৰিশচন্দ্ৰ ঘোষৰ প্ৰভাৱ সুস্পষ্ট।

ব্যংগাত্মক কবি হিচাবেও পৰিচিত। কবিতাসমূহৰ উদ্দেশ্য আৰু প্ৰকাশভংগী স্পষ্ট আৰু তীব্ৰ। 'মেঘনাদ বধ' (১৯০৪), 'ৰাজৰ্ষি' (১৯৩৭), 'ভাগ্যপৰীক্ষা' (১৯১৫), 'তিলোত্তমা সম্ভৱ' (১৯২৪), 'ৰঞ্জন' (১৯২৭), 'বিদ্যুৎ বিকাশ', 'ৰত্নকোষ' (১৯৬২) উল্লেখযোগ্য ৰচনা। 'মোগল বিজয়' অপ্ৰকাশিত অৱস্থাত থকা বুৰঞ্জীমূলক নাটক।

'বিদ্যুৎ বিকাশ' আৰু 'কামৰূপ জীয়াৰী' 'আৱাহন'ত প্ৰকাশিত।

১৯১৮ খ্ৰীষ্টাব্দত তেওঁ অসম সাহিত্য সভাৰ গোৱালপাৰা অধিৱেশনত সভাপতিত্ব কৰে।





**চন্দ্ৰনাথ বৰা (জন্ম উনবিংশ শতিকাত)**

ব্যক্তিগত জীৱন সম্পৰ্কে বিশেষ জনা নাযায়। জোনাকী যুগৰ লেখক। 'জোনাকী' আৰু 'আৱাহন'ৰ পাতত ভালেসংখ্যক প্ৰৱন্ধ-পাতি প্ৰকাশ হৈছে। 'জোনাকী'ত প্ৰকাশ পোৱা 'ডাঙৰীয়া হেমচন্দ্ৰ বৰুৱাৰ সংক্ষিপ্ত বিৱৰণ' শিৰোনামৰ জীৱনী ৰচনাখন বৰাৰ উল্লেখনীয় সাহিত্য সম্বল।

**চন্দ্ৰনাথ শৰ্মা**

তেজপুৰৰ এজন প্ৰখ্যাত সমাজকৰ্মী তথা মুক্তিযোদ্ধা আছিল। বিভিন্ন স্কুল-কলেজো প্ৰতিষ্ঠা কৰিছে। তেজপুৰৰ এজন কৃতি অভিনেতা। 'কৃষ্ণাৰ্জুন' তেজপুৰৰ ৰংগমঞ্চত মঞ্চস্থ হোৱা তেওঁৰ সফল নাট। ঐতিহ্যমণ্ডিত 'বাণ থিয়েটাৰ'ৰ সৈতে জড়িত। অভিনয়ৰ বাবে কেবাখনো নাট বঙলাৰ পৰা অসমীয়ালৈ তৰ্জমা কৰিছে। 'কুৰুক্ষেত্ৰত শ্ৰীকৃষ্ণ' তেনে এখন নাট। তেওঁ বাংলাৰ পৰা অনুবাদ কৰা 'ছাহজাহান' নাটখনৰ নাম ভূমিকাতো অভিনয় কৰে।

**চন্দ্ৰপ্ৰভা ভূঞা (হাজৰিকা) (জন্ম : ১৯০৬, মৃত্যু : ১৯৮১ খ্ৰী.)**

জন্মস্থান যোৰহাট। পিতৃৰ নাম মীনধৰ হাজৰিকা। ডিব্ৰুগড় মহকুমাৰ প্ৰিয়ৰাম ভূঞাৰ লগত বিবাহপাশত আবদ্ধ হয়। তেওঁ ৰচিত কবিতা 'বাঁহী' আৰু 'আসাম হিতৈষী'ত প্ৰকাশ পায়।

**চন্দ্ৰপ্ৰভা শইকীয়ানী (জন্ম-১৯০১, মৃত্যু :১৯৭২)**

জন্মস্থান বজালী অঞ্চলৰ দৈশিঙৰী গাঁও। পিছত গুৱাহাটীৰ বাসিন্দা হয়। স্বাধীনতা আন্দোলনৰ সক্ৰিয় কৰ্মী আছিল। নাৰীৰ স্বাধীনতা আৰু মৰ্যাদাৰ হকে যথেষ্ট কষ্ট স্বীকাৰ কৰিছে। 'অসম প্ৰাদেশিক মহিলা সমিতি'ৰ প্ৰতিষ্ঠাতা। 'আৱাহন' আলোচনীত ভালেসংখ্যক গল্প প্ৰকাশ পাইছে। 'পিতৃ-ভিঠা' এখন উল্লেখযোগ্য উপন্যাস। 'মহাত্মা গান্ধীৰ শেষ

কথা' নামৰ এখন অনুবাদ গ্ৰন্থ তেওঁৰ নামত পোৱা যায়। মাহেকীয়া আলোচনী 'অভিযাত্ৰী' সম্পাদনা কৰে। ভাৰত চৰকাৰে তেওঁক 'পদ্মশ্ৰী' উপাধিৰে বিভূষিত কৰিছে।

**চন্দ্ৰবালা বৰুৱা (জন্ম ঃ ১৯০৭, মৃত্যু ঃ ২৪ জানুৱাৰী, ১৯৮৩ খ্ৰী.)**

জন্মস্থান (ভাদ মাহৰ পূৰ্ণিমা তিথিত) তেজপুৰৰ কলিবাৰী। পিতৃৰ নাম সোণাৰাম পটংগীয়া, মাকৰ নাম মাহিন্দ্ৰী পটংগীয়া। সৰুতে মাক-দেউতাকে মৰমতে নাম ৰাখিছিল চন্দ্ৰাৱলী।

শিক্ষা জীৱন আৰম্ভ হয় স্থানীয় টাউন হলত। পিছত তেজপুৰ ছোৱালী এম. ভি স্কুলত পঢ়ে আৰু তাৰ পৰাই দহ বছৰ বয়সতে মধ্য ছাত্ৰৰ বৃত্তি লাভ কৰে। নগাঁৱৰ মিছন স্কুলৰ পৰা 'ছিনিয়ৰ ট্ৰেইনিং'ত সুখ্যাতিৰে উত্তীৰ্ণ হয়।

'ঘৰ জেউতি', 'আৱাহন', 'বাঁহী', 'জয়ন্তী'ত 'অলকা' ছদ্মনামত অসংখ্য গল্প-প্ৰবন্ধ আৰু কবিতা লিখিছে। 'ঘৰ-জেউতি'ৰ দ্বিতীয় বছৰ ষষ্ঠ সংখ্যাত 'আত্মনিৰ্ভৰশীলতা', দ্বিতীয় বছৰৰ নৱম সংখ্যাত 'কমলা'। 'আৱাহন'ৰ চতুৰ্থ বছৰৰ সপ্তম সংখ্যাত 'বান্দীৰ জীয়েক' আৰু 'আৱাহন'ৰ পঞ্চম বছৰৰ তৃতীয় সংখ্যাত 'মায়া নে মতিভ্ৰম', পঞ্চম বছৰৰ পঞ্চম সংখ্যাত 'ভোটৰ উপদ্ৰৱ' নামৰ গল্প প্ৰকাশ পাইছে।

**চন্দ্ৰাৱতী দেৱী কটকী (জন্ম ঃ ১৮৯৭, মৃত্যু ঃ ১৯৭৪ খ্ৰী.)**

জন্মস্থান জখলাবন্ধা। বিয়ানাম, আইনাম আদি ৰচনা কৰাৰ উপৰিও 'গুণমালা' আৰু 'তত্বমালা' নামৰ দুখন পুথি ৰচনা কৰিছে।

**চশ্‌মে নূৰজাহান বেগম (জন্ম ঃ ২৬ নৱেম্বৰ, ১৯০৫, মৃত্যু ঃ ২ নৱেম্বৰ, ১৯৭৩ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড় চহৰৰ নতুন আমোলাপট্টি। পিতৃ ধৰ্মপ্ৰাণ মুছলমান হাঁজী আকবৰ আলী। তেওঁ মাতৃ উঁম্মে কুলচুম।





'জ্ঞান মালিনী'ৰ কবি মফিজুদ্দিন আহমেদ হাজৰিকাৰ মাজু বায়েক 'উম্মে কুলচুম'ৰ জীয়াৰী। মাতৃকুলৰ পৰা সাহিত্যৰ প্ৰেৰণা লাভ কৰে। স্কুলীয়া শিক্ষাৰ অষ্টমমান শ্ৰেণীলৈকে পঢ়ি শিক্ষাজীৱন সমাপ্ত কৰে।

১৯২১ খ্ৰীষ্টাব্দত ডিব্ৰুগড়ৰ এক সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান ৰিয়াজউদ্দিন আহমদৰ লগত বিবাহপাশত আবদ্ধ হয়। অকালতে বিধৱা হৈ ১৯২৯ খ্ৰীষ্টাব্দত পাঁচোটি সন্তানৰ সৈতে সংসাৰৰ যুদ্ধক্ষেত্ৰত অৱতীৰ্ণ হয়। জীৱনৰ একমাত্ৰ সংগী আছিল শিক্ষা।

তিনিচুকীয়াৰ বালিকা বিদ্যালয়ৰ পৰা 'মলমা' নামেৰে এখন আলোচনী প্ৰকাশ কৰিবলৈ লয়। সেই সময়তে ডিব্ৰুগড়ৰ পৰা প্ৰকাশ পোৱা আলোচনী 'প্ৰচাৰক'ত 'সতী ৰহিমা', 'আৱাহন', 'সুখ আৰু দুখ' আদি কবিতা প্ৰকাশ হৈছে। কলিকতাৰ পৰা প্ৰকাশিত অসমৰ বিখ্যাত আলোচনী 'আৱাহন'ত 'স্নেহৰ টান', 'মলিমা' আদি গল্প আৰু গুৱাহাটীৰ পৰা প্ৰকাশিত আলোচনী 'সাধনা'ত 'স্তুতি', 'মহত্ব', 'প্ৰাৰ্থনা', 'ব্যৰ্থতাৰ বিফল বাতৰি' আদি কবিতা প্ৰকাশ পায়।

'মোসলেম ভাৰত' নামৰ কলিকতাৰ পৰা ওলোৱা বাংলা আলোচনীখনত 'নিবেদন', 'তুমি' আদি কবিতা আৰু 'আসামেৰ নাৰী সমাজ' নামৰ প্ৰবন্ধ প্ৰকাশ পাইছে।

**চাইফুদ্দিন আহমদ (জন্ম-১৮৯২, মৃত্যু ঃ ১৯৫৭ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড়। কৃতি শিক্ষাবিদ হিচাপে পৰিচিত। একাধাৰে এজন নিপুন খেলুৱৈ, সু-অভিনেতা আৰু সমাজ সেৱক আছিল।

ডিব্ৰুগড়ৰ নাটশালাত সেই সময়ৰ দৰ্শকসকলৰ বাবে অভিনেতা হিচাপে তেওঁ 'চকুৰ মণি' স্বৰূপ আছিল। ভিন ভিন নাটকত অভিনয় কৰি ভূয়সী প্ৰশংসা লাভ কৰে। তেওঁ অভিনীত —'মিছৰ কুমাৰী', 'সংসাৰ-চিত্ৰ', 'চিকন্দৰ শ্বাহ', 'দেৱলাদেৱী' আদি সেই সময়ৰ উল্লেখযোগ্য আৰু মঞ্চসফল নাট।

'জোনাকী', 'আৱাহন' আদিত যথেষ্ট মূল্যৱান প্ৰবন্ধ ৰচনা কৰিছে।

প্ৰবন্ধসমূহৰ ভিতৰত 'গছগছনিৰ উপকাৰিতা', 'আমেৰিকাৰ ইউনাইটেড ষ্টেট্‌চ', 'গাৰো জাতি' ইত্যাদি উল্লেখনীয়।

**চালেহ হাজৰিকা (জন্ম-১৯০৪ খ্ৰী.)**

জন্মস্থান নগাঁৱৰ পুৰণিগুদাম। ভালেসংখ্যক প্ৰৱন্ধ-পাতি ৰচনা কৰিছে। 'বাঁহী' আলোচনীত 'নেপোলিয়ন আৰু ইছলাম', 'গাজী', 'আনোৱাৰ পাছাৰ শেষ চিঠি'. 'তুৰ্কী জাতি' আদিকে ধৰি ৰাজনৈতিক আৰু ভালে সংখ্যক বুৰঞ্জীমূলক প্ৰৱন্ধ-পাতি ৰচনা কৰিছে। অনুবাদক আছিল। তুৰ্কী বীৰাংগনা খালেন্দা খানামৰ 'The Daughter of Smarna' খন 'স্মাৰ্ণা জীয়াৰী' নামেৰে অনুবাদ কৰিছে। 'কবি ইকবাল', 'কবি ৰবীন্দ্ৰনাথ', 'চৰদাৰে জাঁহান', 'চাৰ্লছ আলেকজেণ্ডাৰ ব্ৰুছ' আদি পুথি হাতে লিখা অৱস্থাত আছে।

**চিন্তাহৰণ পাটগিৰী (জন্ম ঃ ১৮৯২, মৃত্যু ঃ ১৯৭৮ খ্ৰী.)**

জন্মস্থান বজালী অঞ্চলৰ বামাখাটা গাঁও। পিছলৈ সৰভোগত স্থায়ীভাৱে থাকিবলৈ লয়।

একাধাৰে ঔপন্যাসিক, প্ৰৱন্ধকাৰ, অনুবাদক। 'প্ৰাচীন বৰনগৰৰ কথা' অসমীয়া সাহিত্যলৈ লেখকৰ উল্লেখযোগ্য অৱদান। 'সংসাৰ চিত্ৰ' (উপন্যাস), 'হৃফৰ সাধু', 'সৰল ৰামায়ণ' আদি গ্ৰন্থৰ উপৰিও 'ৰবিন্‌চন ক্ৰুছো'ৰ অসমীয়া অনুবাদ কৰিছে। 'শ্ৰীমদ্ভাগৱত'ৰ অনুবাদখন আজিও অপ্ৰকাশিত।

'সৰল ৰামায়ণ' গ্ৰন্থৰ বাবে তেওঁ অসম সাহিত্য সভাৰ পুৰস্কাৰ লাভ কৰিছে।

**চিৰাজুদ্দিন আহমেদ (জন্ম-১৯০৮ খ্ৰী.)**

জন্মস্থান নগাঁও জিলাৰ পুৰণিগুদাম। 'আৱাহন', 'জয়ন্তী', 'চেতনা', 'সাধনা', 'প্ৰচাৰক', 'অকণ' আদি আলোচনীত লেখা-মেলা কৰিছে।





ডিব্ৰুগড় মেডিকেল স্কুলৰ ছাত্ৰ হৈ থকা অৱস্থাৰ (১৯২০ খ্ৰীষ্টাব্দ) পৰা চুটি গল্প লিখিবলৈ আৰম্ভ কৰে। 'অনাথ', 'ভালপোৱাৰ আহুতি', 'ৰত্না', 'বুলবুল' আদি এওঁৰ বহুপঠিত গল্প। অপ্ৰকাশিত গল্প পুথি 'তুফান'। বনুৱাসকলৰ সমস্যাৰাজিক বিষয় বস্তু হিচাপে লৈ ভিন ভিন প্ৰৱন্ধ ৰচনা কৰিছে।

ইণ্ডিয়ান নেছনেল ট্ৰেড ইউনিয়ন কংগ্ৰেছ আৰু চৰকাৰী বনুৱা বিভাগৰ উপদেষ্টা কমিটিৰ কেইবাটাও দায়িত্বপূৰ্ণ পদত তেওঁ অধিষ্ঠিত আছিল।

**চেনীৰাম বৰুৱা**

জোনাকী যুগৰ লেখক। বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাযায়। শিক্ষামূলক ভালেসংখ্যক তথ্য সমৃদ্ধ প্ৰৱন্ধ ৰচনা কৰিছে। 'জোনাকী' কাকতৰ নতুন খণ্ডৰ প্ৰথম ভাগত প্ৰকাশ পোৱা 'গাঁৱলীয়া শিক্ষা' নামৰ উন্নত চিন্তাৰ প্ৰৱন্ধটিত গাঁৱলীয়া শিক্ষাৰ প্ৰয়োজনীয়তা সম্পৰ্কে আলোচনা কৰা হৈছে।

**চেনীৰাম ভট্টাচাৰ্য (জন্ম ঃ ১৭ ভাদ, ১৯০৫, মৃত্যু ঃ ১৩ ভাদ, ১৯৯০ খ্ৰী.)**

জন্মস্থান দৰং জিলাৰ ব্যাসপাৰা। পিতৃৰ নাম থিৰমন দেৱশৰ্মা, মাতৃৰ নাম কেশোমতী দেৱী। পিতৃ এজন প্ৰখ্যাত জ্যোতিষী আছিল।

ব্যাসপাৰাতে প্ৰাথমিক শিক্ষা সমাপ্ত কৰি তিনি বহুৰমান পাথৰিঘাট মজলীয়া বিদ্যালয়ত পঢ়া-শুনা কৰে। পাছত সংস্কৃত অধ্যয়নৰ বাবে নলবাৰীলৈ যায় আৰু তাতেই থাকি সংস্কৃত ৰত্নমালা ব্যাকৰণ বিভাগৰ মধ্যমা পৰীক্ষাত উত্তীৰ্ণ হয়। এজন পাৰদৰ্শিতাসম্পন্ন কৰ্মকাণ্ডীয় পুৰোহিত আৰু সিদ্ধহস্ত জ্যোতিৰ্বিদৰূপে পৰিচিত।

তেওঁ কেইবাখনো পুথি ৰচনা কৰি গৈছে। তাৰ ভিতৰত 'শ্ৰীশ্ৰীচণ্ডী' (১৯৯৮), 'সৰু ব্যাস আৰু আমাৰ বংশাৱলী' (১৯৮৮) উল্লেখযোগ্য।

'দুনী স্মৃতি' (১৯৯০)দুনী অঞ্চলৰ ইতিহাস বৰ্ণিত কাব্যগ্ৰন্থ; গ্ৰন্থখন তেওঁৰ মৃত্যুৰ পাছত ২০০৬ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহত প্ৰকাশ পায়। অপ্ৰকাশিত পুথি —'কণ্টক পুৰাণ', 'ঈশ্বৰ কোন' আৰু 'জীৱনৰ কথা'। ১৯৮৯ খ্ৰীষ্টাব্দত কামৰূপ জিলাৰ 'কল্পনাথ সত্ৰ'ৰ তৰফৰ পৰা তেওঁক ভট্টাচাৰ্য উপাধি প্ৰদান কৰা হয়।

**চৈয়দ আব্দুল মালিক (জন্ম-১৪ জানুৱাৰী,১৯১৯, মৃত্যু ঃ ১৯ ডিচেম্বৰ, ২০০০ খ্ৰী.)**

জন্মস্থান গোলাঘাট জিলাৰ নাহৰণি। পিতৃৰ নাম চৈয়দ ৰহমত আলি আৰু মাতৃৰ নাম মৰহুমা চৈয়দা লতিফুন্নিছা।

প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এম. এ. ডিগ্ৰী লাভ কৰে। যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ পৰা অসমীয়া বিভাগৰ মুৰব্বীৰূপে অৱসৰ লয়। পিছত (১৯৫৪-৫৬) গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি গৱেষণা বিভাগৰ অধীনত 'অসমীয়া জিকিৰ আৰু জাৰী' সম্পৰ্কে গৱেষণা কৰে।

এজন পৰিপক্ক গদ্য লেখক। গীতিকাৰৰূপেও পৰিচিত। 'ৰঙা পুলিচ' কথা ছবিত অভিনয় কৰে। ৰচিত দুটিমান গীত কথাছবিখনত সন্নিৱিষ্ট কৰা হৈছে। কাব্য, শিশু সাহিত্য, প্ৰৱন্ধ-সংকলন, নাটক ৰচনাৰে তেওঁ বহুমুখী প্ৰতিভাৰ স্বাক্ষৰ দাঙি ধৰিছে। জনপ্ৰিয় ঔপন্যাসিক তথা গল্পকাৰ। প্ৰকাশিত উপন্যাসৰ সংখ্যা প্ৰায় ৬৬ খন। গল্পৰ সংখ্যা প্ৰায় ২০০০ তকৈ অধিক। সাহিত্যৰ পৰিচয় ঃ

নাটক ঃ 'ৰাজদ্ৰোহী' (১৯৫৬)। (ভূত কুকুৰচোৱা বৰাৰ পুতেক সতৰামৰ বুৰঞ্জীপ্ৰসিদ্ধ কাহিনীক অৱলম্বন কৰি এই নাট ৰচনা কৰা হৈছে।) 'আলহী ঘৰ' (১৯৪৭), 'মকৰা জাল', 'অমৰ মায়া', 'শকুন্তলা' ইত্যাদি।

কবিতা ঃ 'স্বাক্ষৰ' (১৯৬৭), 'বেদুইন' (১৯৪৮), 'স্বপ্ন-দুস্বপ্ন আৰু কিছু কথা', 'ছন্দহীন ছন্দ' (২০০১), 'ছন্দহাৰা ছন্দ' (অপ্ৰকাশিত)।





শিশু সাহিত্য ঃ 'মুকলি মনৰ সাধু' (১৯৫৯)।

অনুবাদ উপন্যাস ঃ 'অৰণ্য দেৱতা', 'মৰণ লগৰী' ('বাঁহী'ত ধাৰাবাহিকভাৱে প্ৰকাশিত)। (মূল Crime and punishment, দস্তয়ভস্কি)

চুটিগল্প ঃ 'পৰশমণি' (১৯৪৬), 'এজনী নতুন ছোৱালী' (১৯৫২), 'ৰঙাগড়া' (১৯৫৩), 'মৰহা পাপৰি' (১৯৫৪), 'অস্থায়ী আৰু অন্তৰা' (১৯৬৫), 'ছয় নম্বৰ প্ৰশ্নৰ উত্তৰ' (১৯৬৮), 'বহুত বেদনা এটোপা চকুলো' (১৯৬৬), 'শিল আৰু শিখা' (১৯৬৯), 'প্ৰাণাধিক' (১৯৬৮), 'সাধু কথা' 'বাঁহী' প্ৰকাশিত।

**উপন্যাস ঃ** 'তীৰ্থযাত্ৰা' (১ম খণ্ড আৰু ২য় খণ্ড, ১৯৫০), 'বনজুই' (১৯৫৮), 'অঘৰী আত্মাৰ কাহিনী' (১৯৬৯), 'ছবিঘৰ' (১৯৫৯), 'সূৰুযমুখীৰ স্বপ্ন', 'জীয়া জুৰিৰ ঘাট' (১৯৬০), 'অমৰ মায়া' (১৯৭১), 'আধাৰশিলা' (১৯৬৬), 'শিখৰে শিখৰে' (১৯৬৩), 'মৰম মৰম লাগে' (১৯৬২), 'ৰজনীগন্ধাৰ চকুলো' (১৯৬৭), 'প্ৰাচীৰ আৰু প্ৰান্তৰ' (১৯৬৮), 'পাছমৰা হাবিৰ বাট' (১৯৭৩), 'ঘোঁৰা নিদান' (১৯৭১), 'জেতুকা পাতৰ দৰে' (১৯৭১), 'কবিতাৰ নাম লাভা' (১৯৬৯), 'ওমলা ঘৰৰ ধূলি' (১৯৬৪), 'বিহ মেটেকাৰ ফুল' (১৯৬৯), 'সোণালী সুতাৰে বন্ধা', 'এটি সূৰ্য এখন নদী আৰু এখন মৰুভূমি', 'মাটিৰ চাকি' (১৯৫৯), 'অন্য আকাশ অন্য তৰা' (১৯৬২), 'মোৰ বাবে নুৰুবা মালতী ফুল' (১৯৬৫), 'ৰূপতীৰ্থৰ যাত্ৰী' (১ম খণ্ড, ১৯৬৩, ২য় খণ্ড ১৯৬৫), 'জয়া মণিকা ইত্যাদি' (১৯৬৮), 'অগ্নিগৰ্ভা' (১৯৭১), 'স্বপ্ন ভংগ' (১৯৮৫), 'উইঁ হাফলু' (১৯৭১), 'ধন্য নৰ তনু ভাল', 'সিপাৰে প্ৰাণ সমুদ্ৰ' (১৯৭২), 'মন জেতুকাৰ পাত' (১৯৭৩), 'নল বিৰিণা খাগৰি' (১৯৭৩), 'অন্ধকূপ' (১৯৭৭), 'মৌ ডিমৰুৰ কোঁহ' (১৯৮৫), 'ৰূপাবৰীৰ পলস' (১৯৮০), 'কেৱল প্ৰেমেৰেই যদি' (১৯৮৫), 'ফাগুণৰ শেষ হাঁহি' (১৯৮৪), 'এটা ধুমকেতুৰ শৰশয্যা' (১৯৮৭), 'গাঁথনিত তেজৰ কঁৰাল' (১৯৮৮), 'অন্য যুগ ভিন্ন তীৰ্থ' (১৯৮৮), 'স্বাতী নক্ষত্ৰ ৰ জন্ম' (১৯৮৮), 'সুমেৰু কুমেৰু

আৰু এটা বাঁহী' 'ভূমি চম্পাৰ কপালৰ সেন্দূৰৰ ফোঁট' (১৯৮৮), 'উভতি অহাৰ গান' (১৯৮৯), 'বন্দৰ, কামিজ, বেলুন' (১৯৯১), 'মনুষ্যত্বৰ মৰিশালি' (১৯৯৪), 'নিঃসংগ মৌ পিয়াৰ গীত' (১৯৯৫), 'ফুলনি বাৰীত বজ্রপাত' (১৯৯৬), মুনি চুনিৰ চকা-চমকা' (১৯৯৬), 'মই মৰিনো নেযাওঁ কিয় ?' (১৯৯৭), 'আপোন আপোন স্বৰ্গ' (১৯৯৮), 'নিজৰাৰ বুকুত জ্বলা জুইৰ শিখা' (১৯৯৮), 'অক্ষয় অব্যয় স্মৃতি', 'ত্রিশূল', 'ৰথৰ চকৰি ঘূৰে', 'একা বেঁকা বৃত্ত', 'ডাঃ অৰুণাভৰ অসম্পূৰ্ণ জীৱনী', 'গাঁথনিত তেজৰ চেকুৰা' ইত্যাদি।

(মালিকে ৰচনা কৰা সকলো গ্রন্থৰ নাম ইয়াত সন্নিৱিষ্ট হোৱা নাই।)

তেওঁ লাভ কৰা সন্মান আৰু স্বীকৃতি ঃ ১৯৬৩-৬৯ খ্রীষ্টাব্দলৈ সাহিত্য অকাডেমি কাউন্সলৰ সদস্য, ১৯৭২ খ্রীষ্টাব্দত 'অঘৰী আত্মাৰ কাহিনী' উপন্যাসৰ বাবে সাহিত্য অকাডেমি বঁটা, ১৯৬৯ খ্রী.ত অসম সাহিত্য সভাৰ বিংশ অধিৱেশনৰ প্রধান সম্পাদক, ১৯৭৬ খ্রীষ্টাব্দত টিহুত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ ত্রিশচত্বাবিংশ অধিৱেশনত আলোচনা চক্ৰৰ সভাপতি, অসম সহিত্য সভাৰ অভয়াপুৰীত বহা চতুশ্চত্বাবিংশ অধিৱেশনৰ সভাপতি, ১৯৮৪ খ্রীষ্টাব্দত 'পদ্মশ্রী' বঁটা, ১৯৮৮ খ্রীষ্টাব্দত ডিব্রুগড় বিশ্ববিদ্যালয়ৰ পৰা 'ডি লিট' উপাধি, ১৯৯২ খ্রীষ্টাব্দত 'পদ্মভূষণ' বঁটা, ১৯৯৩ খ্রীষ্টাব্দত 'আজান পীৰ বঁটা', '১৯৯৪ খ্রীষ্টাব্দত 'অসম উপত্যকা' বঁটা, ১৯৯৭ খ্রীষ্টাব্দত অসম সাহিত্য সভাৰ সৰ্বোচ্চ সন্মান 'সাহিত্যাচাৰ্য' উপাধি, ১৯৯৯ খ্রীষ্টাব্দত শ্রীমন্ত শংকৰদেৱ' বঁটা, সাহিত্য কৰ্মৰ বাবে তেওঁকেইবাবাৰো বিদেশ ভ্ৰমণ কৰিছে।

ৰাজনীতিৰ সৈতে জড়িত মালিকে এম. পি. হিচাপেও কাৰ্যনিৰ্বাহ কৰে।





# জ

**জগতচন্দ্ৰ গোস্বামী**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাযায়। মূলতঃ প্ৰবন্ধ ৰচক। 'জোনাকী'ৰ ২য় ভাগ, ১২ শ সংখ্যাত (১৮২৬ শক) আৰু ৩য় ভাগ ১ম সংখ্যাত (১৯২৬ শক) 'মানৱ দিনত ভাগি যোৱা অসমীয়া' শীৰ্ষক প্ৰবন্ধটো এটা খণ্ডত প্ৰকাশ পায়।

**জমিৰুদ্দিন আহমদ (জন্ম ঃ ১৯১৭ খ্রী.)**

অসমীয়া সাহিত্য জগতত ঔপন্যাসিক, কবি আৰু গল্পকাৰৰূপে প্ৰখ্যাত। 'অভিযাত্ৰী' উল্লেখযোগ্য উপন্যাস। আহমদ এজন কবিৰূপে পৰিচিত। তেওঁৰ জাতীয় ভাৱ ধাৰাৰ কবিতাৱলী 'আৱাহন' আৰু 'জয়ন্তী' যুগৰ উল্লেখযোগ্য সৃষ্টি। প্ৰকাশিত কবিতাপুথি ঃ 'অগ্নিশিখা' আৰু 'শতাব্দীৰ পৰিহাস'। গল্পপুথি ঃ 'জেৰিণা' আৰু 'আন্ধাৰ নিশাৰ জুই'।

**জিতেন্দ্ৰনাথ হাজৰিকা (জন্ম ঃ ১১ ডিচেম্বৰ, ঃ ১৯১৭, মৃত্যু ঃ ১৭ ফেব্ৰুৱাৰী, ২০০৬ খ্রী.)**

জন্মস্থান নগাঁও জিলাৰ বিৰহ বেবেজীয়া। পিতৃৰ নাম মহেন্দ্ৰনাথ হাজৰিকা, মাতৃৰ নাম মদনমঞ্জৰী। পাছলৈ বৰদানী গাঁও, পুৰণিগুদামৰ নিবাসী হয়। ঢাকা কলেজৰ পৰা ইণ্টাৰমেডিয়েট পৰীক্ষাত উত্তীৰ্ণ হয়। এজন স্বাধীনতা সেনানী আছিল। টেক্সটাইল ইন্সপেক্টৰৰূপে শিৱসাগৰ, তেজপুৰ, নগাঁও, হাইলাকান্দি আদি ঠাইত কাৰ্যনিৰ্বাহ কৰি অৱসৰগ্ৰহণ কৰে। বিভিন্ন সামাজিক-সাংস্কৃ-তিক অনুষ্ঠানৰ সৈতে জড়িত। তেওঁ এজন নাট্যকাৰৰূপে পৰিচিত। ৰচিত নাটক ঃ 'অগ্নিশিখা' (১৯৪২, গণবিপ্লৱৰ আধাৰত ৰচিত) আৰু 'শেষ ৰাত্ৰি' (২০০৯, মহাবীৰ কৰ্ণৰ জীৱনগাঁথা সম্বলিত) ।

**জীৱন বৰুৱা**

জন্মস্থান বিশ্বনাথ চাৰিআলি। এজন জনপ্ৰিয় সাহিত্যিক। তেওঁ ভালেমান গ্ৰন্থ ৰচনা কৰিছে। তাৰ ভিতৰত উল্লেখযোগ্য গ্ৰন্থ হ'ল—'মই মনৰো', 'বিদুৰ' (শিশু সাহিত্য), 'লম্বোদৰ বৰা' (জীৱনী)। এই গ্ৰন্থখনৰ বাবে ১৯৪০ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ স্বৰ্গীয় কমলা দেৱী বঁটা লাভ কৰিছে। অপ্ৰকাশিত অৱস্থাত থকা গ্ৰন্থসমূহ হ'ল—'পুৰণি কালৰ সাধু' (সাধু কথাৰ পুথি), 'চৰাইৰ কথা' (চৰাইৰ জীৱনক লৈ লেখা পুথি), 'ঘৰৰ কাজিৰঙা' (বিভিন্ন জন্তুৰ জীৱনক লৈ লিখা), 'জমা খৰচ' (নাটিকা), 'সমাজ আৰু সংঘাত' (উপন্যাস), 'অৱসান' (নাটক), 'বেঙুনবাৰী' (উপন্যাস), 'এপেৰা ক'লা শিল' (উপন্যাস), 'ছাত্ৰ আৰু সমাজ' (উপন্যাস) আৰু 'মোৰ শিষ্যবাতা' (ডিনালেডিৰ অভিজ্ঞতা)।

**জ্ঞাননাথ বৰা (জন্ম ঃ ২০ মাৰ্চ, ১৮৯০, মৃত্যু ঃ ৩০ নবেম্বৰ, ১৯৬৮ খ্ৰী.)**

জন্মস্থান গুৱাহাটী। পিতৃৰ নাম সত্যনাথ বৰা, মাতৃ ভুৱনমোহিনী। কটন কলেজৰ পৰা স্নাতক আৰু আৰ্ল ল' কলেজৰ পৰা বি. এল. পাছ কৰি গুৱাহাটীত ওকালতি কৰিবলৈ আৰম্ভ কৰে। পিছলৈ কুৰি বছৰকাল কলিকতা উচ্চ ন্যায়ালয়ত (বৰ্তমান কলকাতা) ওকালতি কৰে।

এগৰাকী দেশপ্ৰেমিক আৰু চিন্তাশীল কথা সাহিত্যিক। 'ঊষা', 'আৱাহন' আদি আলোচনীত ভালেমান কবিতা আৰু প্ৰৱন্ধ প্ৰকাশ পাইছে। 'যুগতত্ত্ব' (১৯২৪), 'নতুন পৃথিৱী' (১৯৫৩), 'পুৰণি অসমীয়া সাহিত্য' (১৯৫৩), 'আধুনিক অসমীয়া সাহিত্য' (১৯৬১), 'অসমত বিদেশী' (১৯২২) আদি গ্ৰন্থত ৰাজনৈতিক, জাতীয় সমস্যা আৰু সাহিত্য বিষয়ক আলোচনা সন্নিৱিষ্ট হৈছে।

অসম সাহিত্য সভাৰ পঞ্চত্ৰিংশ অধিবেশনৰ (তেজপুৰ, ১৯৬৮) সভাপতি আৰু গুৱাহাটী একতা সভাৰ প্ৰথমজন সম্পাদকৰ (১৯০৬) পদ অলংকৃত কৰাৰ লগতে অসম ছাত্ৰসন্মিলনৰ জন্ম লগ্নতো তেওঁ জড়িত





আছিল।

**জ্ঞানবালা বৰুৱা (জন্ম ঃ ১৯০৪ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড়। ৰচনা কৰা একমাত্ৰ ভ্ৰমণ কাহিনীখন 'আকাশী পথেৰে বিদেশলৈ' (১৯৫৪)।

**জ্ঞানানন্দ জগতী (জন্ম ঃ ১৮৭২, মৃত্যু ঃ ১৯৪০ খ্ৰী.)**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য নাই। 'আলোচনী'ত 'লিটাৰেৰি এছে' ৰচনা প্ৰকাশ পাইছে। 'সাধু কথাৰ জোলোঙা' (১৯০৯) লেখকৰ উল্লেখযোগ্য সাধু পুথি। মনোৰম লঘু ব্যংগাত্মক প্ৰবন্ধ ৰচকৰূপে পৰিচিত। জ্ঞানানন্দ জগতী তুলসীপ্ৰসাদ দত্তৰ ছদ্মনাম। 'বাঁহী'ত একাধিক প্ৰৱন্ধ ৰচনা কৰিছে।

**জ্যোতিপ্ৰসাদ আগৰৱালা (জন্ম ঃ ১৭ জুন, ১৯০৩, মৃত্যু ঃ ১৭ জানুৱাৰী, ১৯৫১ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড় জিলাৰ তামোলবাৰী চাহ বাগিছা। পিতৃৰ নাম পৰমানন্দ আগৰৱালা আৰু মাতৃৰ নাম কিৰণময়ী। ডিব্ৰুগড় আৰু তেজপুৰত প্ৰাথমিক শিক্ষা সম্পন্ন কৰে, উচ্চ শিক্ষাৰ বাবে ইংলেণ্ডৰ এডিন্‌বৰা বিশ্ববিদ্যালয়লৈ যায় আৰু শেষত জাৰ্মানীৰ পৰা চিনেমা নিৰ্মাণৰ প্ৰশিক্ষণ লয়।

একাধাৰে গীতিকাৰ, সুৰকাৰ, প্ৰৱন্ধকাৰ, নাট্যকাৰ, সংগীতজ্ঞ, কথা ছবি পৰিচালক আৰু মহান বিপ্লৱী। প্ৰথম অসমীয়া কথাছবি নিৰ্মাতা। তেওঁ নিৰ্মাণ কৰা ছবি 'জয়মতী' (১৯৩৫) আৰু 'ইন্দ্ৰমালতী' (১৯৩৭)। স্বাধীনতা আন্দোলনৰ এজন সক্ৰিয় কৰ্মী আছিল।

অসমীয়া নাট্য সাহিত্যলৈ অভূতপূৰ্ব বৰঙণি আগবঢ়ায়। অসমীয়া ৰংগমঞ্চত বৈপ্লৱিক পৰিৱৰ্তনৰ সূচনা কৰিছে। সাংস্কৃতিক চেতনা বিজড়িত গীত, কবিতা, নাটক সকলোতে শৈল্পিক দক্ষতা বৈপ্লৱিক চিন্তাধাৰা প্ৰতিফলিত হৈছে।

গীত, কবিতা, নাটকৰ উপৰিও বহুকেইটা গল্প আৰু উপন্যাস ৰচনা কৰিছে। 'শোণিত কুঁৱৰী' (১৯১৭, ১৪ বছৰ বয়সত ৰচনা কৰা), 'কাৰেঙৰ লিগিৰী', 'ৰূপালীম' (১৯৬০), 'লভিতা', 'নিমাতী কইনা', 'সোণ পখিলী', খনিকৰ', 'কনকলতা', 'সুন্দৰ কোঁৱৰ', 'লুইতৰ পাৰৰ অগ্নিসুৰ', 'চন্দ্ৰকুমাৰ আগৰৱালা' (জীৱনী), 'আমাৰ গাঁও (উপন্যাস, অসমাপ্ত) আদি অসমীয়া সাহিত্যলৈ বহুমূলীয়া উল্লেখযোগ্য অৱদান। তেওঁ 'অসমীয়া ভাষা' নামৰ কাকত এখন সম্পাদনা কৰিছিল।

**জ্বলতিৰাম লহকৰ (জন্ম ঃ ১৮৯০ মৃত্যু ঃ ১৩ এপ্রিল, ১৯৩৯ খ্রী.)**

জন্মস্থান কামৰূপ জিলাৰ ৰঙিয়া। পিতৃৰ নাম মংগলাৰাম, মাতৃ বৈহাগী। প্ৰাথমিক শিক্ষা কটন কলেজিয়েটত আৰু উচ্চ শিক্ষা লাভ কৰে ঢাকাৰ পৰা। কৰ্ম জীৱন আৰম্ভ কৰে এগৰাকী শিক্ষক হিচাপে।

কামৰূপ সাহিত্য সভাৰ সম্পাদক আৰু অসম সাহিত্য সভাৰ (১৯২০ খ্রী.) সহকাৰী সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰে। 'বিজুলী', 'চেতনা', 'বাঁহী', 'আৱাহন' আদি আলোচনীৰ যোগেদি সাহিত্য-চৰ্চাত ব্ৰতী হয়। প্ৰকাশিত গ্ৰন্থৰ উল্লেখ পোৱা নাযায়।





# ট

**প্ৰয়াত টুনিৰাম হাজৰিকা (জন্ম ঃ ৩ আগষ্ট, ১৯১১ খ্রী.)**

জন্মস্থান হিন্দু গাঁও, লখিমপুৰ জিলা। উত্তৰ লক্ষীমপুৰ চৰকাৰী হাইস্কুলত দশম শ্ৰেণীলৈকে পঢ়ি শিক্ষা সমাপ্ত কৰে। প্ৰকাশিত পুথি— 'গণ বিপ্লৱত উত্তৰ লক্ষীমপুৰ' (১৯৭১), 'সমাজ আৰু সংহাৰ' (১৯৮১), 'নিদ্ৰাৰ প্ৰহৰী' (১৯৮৬), 'মোৰ গাঁও, মোৰ আই' (২০০৩) আৰু 'স্বাধীনতা আন্দোলনত উত্তৰ লক্ষীমপুৰৰ বৰঙণি' (২০০১)।

# ড

**ডিম্বেশ্বৰ নেওগ (জন্ম ঃ ৭ আগষ্ট, ১৮৯৯খ্ৰী. ·, মৃত্যু ঃ ১২ নবেম্বৰ, ১৯৬৬ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ জিলাৰ কমাৰদফীয়া গাঁও। পিতৃৰ নাম মাণিকচন্দ্ৰ নেওগ। স্কুলীয়া শিক্ষা গ্ৰহণ কৰে শিৱসাগৰত, কটন কলেজৰ পৰা স্নাতক হৈ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা অসমীয়াত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। অসমৰ বিভিন্ন স্কুলত শিক্ষকতা কৰি অৱশেষত ১৯৫১ চনত যোৰহাটৰ নৰ্মাল স্কুলৰ অধ্যক্ষ পদৰ পৰা অৱসৰ গ্ৰহণ কৰে। একাধাৰে কবি, গল্পকাৰ, নাট্যকাৰ, গৱেষক, ঔপন্যাসিক আৰু সু-সমালোচক। অসমীয়া সাহিত্যৰ এগৰাকী প্ৰসিদ্ধ বুৰঞ্জীবিদ।

অসম সাহিত্য সভাৰ পত্ৰিকা সম্পাদক (১৯৩৩-৪৪), অসম সাহিত্য সভাৰ সম্পাদক (১৯৪৪-৪৭) আৰু দ্বাত্ৰিংশ অধিৱেশনৰ (নলবাৰী, ১৯৬৫) সভাপতি আছিল। অসমীয়া ভাষা-সাহিত্য-বুৰঞ্জীলৈ তেওঁৰ অৱদান লেখত ল'বলগীয়া। ৰচনা সম্ভাৰ ঃ 'আকুল পথিক' (১৯১২), 'মালিকা' (১৯২১), 'ফাগুনী' (১৯২২), 'ডাক ভণিতা' (১৯২২), 'নামতী' (১৯২৩), 'কুণ্ডিল কুঁৱৰী' (১৯২৪), 'থুপিতৰা' (১৯২৫), 'মালতী' (১৯২৭), 'ভোতাৰজা', 'পুতলি' (১৯২৮), 'বিহুৱতী' (১৯২৯),'ইন্দ্ৰধনু' (১৯২৯), 'শিশুলীলা' (১৯২৯), 'ৰাসক্ৰীড়া' (১৯২৯), 'দীপাৱলী' (১৯৩১), 'অকাল বসন্ত' (১৯৩২), 'কামৰূপ' (১৯৩২), 'আধুনিক অসমীয়া বুৰঞ্জী'(১৯৩৭), 'অসমীয়া সাহিত্যৰ জিলিঙনি' (১৯৩৮),'মেঘদূত' (১৯৪০), 'বিজ্ঞানৰ আগকথা' (১৯৪০), 'বৈষ্ণৱ ধৰ্মৰ আতিগুৰি' (১৯৪১), 'বৈষ্ণৱ ধৰ্মৰ ভক্তিতত্ত্ব' (১৯৪২),'থাপনা' (১৯৪৬), 'অসমা' (১৯৪৭), 'ইন্ট্ৰ'ডাকছন টু আছাম' (১৯৪৭), 'প্ৰাগ ঐতিহাসিক অসম' (১৯৪৭), 'বিচিত্ৰা', (১৯৪৮), 'ৰহৰহী পানী মিঠে' (১৯৪৮), 'অসমীয়া কথা প্ৰতিভা' (১৯৫০),





'অসমীয়া ভাষা আৰু লিপিৰ কাহিনী' (১৯৫০), 'নাৰদীয় ভক্তিসূত্ৰ' (১৯৫০), 'মহাপুৰুষীয়াইজম ঃ এ ইউনিভাৰছেল ৰিলিজিয়ান' (১৯৫০), 'অসমীয়া সাহিত্যৰ জেউতি' (১৯৫১), 'সাহিত্য কি' (১৯৫২), 'শুধ অসমীয়া' (১৯৫৩), 'বৰ্ণ নিৰ্ণয় বা জাতিৰ বিচাৰ' (১৯৫৪), 'দা ষ্টৰি অব মৰ্ডাণ আছামিছ লিটাৰেচাৰ' (১৯৫৫),'গাঁৱে নগৰে' (১৯৬০), 'নিউলাইট অন হিষ্টৰি অব অছমীয়া লিটাৰেচাৰ' (১৯৬২), 'সমাজ চিন্তামণি' (১৯৬৫) আৰু 'অতীত মাধুৰী' (১৯৬৬), 'যুগনায়ক শংকৰদেৱ' (১৯৬৬) ।

# ত

**তপেশ্বৰ শৰ্মা (জন্ম-১৮৯৩)**

জন্মস্থান দৰং জিলাৰ মঙলদৈ। এগৰাকী মুক্তিযুঁজাৰুৰূপে পৰিচিত। প্ৰতিষ্ঠিত লেখক। ৰচনা কৰা গ্ৰন্থসমূহৰ ভিতৰত 'হজৰত মহম্মদ', 'বাপুজীৰ বিয়োগত', 'মহাত্মা গান্ধী', 'চিলাৰায়', 'সোণৰ পদুম', 'সূৰজ পূজা', 'ছত্ৰপতি শিবাজী' আদি উল্লেখযোগ্য।

**তাৰানাথ কাব্য বিনোদ**

জন্মস্থান নলবাৰী জিলাৰ বনগাঁও। সাহিত্য চৰ্চাৰ উপৰিও বিভিন্ন সামাজিক কাম-কাজৰ লগত জড়িত আছিল। 'আসাম বান্ধৱ' আলোচনীৰ মুখ্য সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰে। ৰচিত গ্ৰন্থৰ সংখ্যা দহখন।

**তিলক দাস (জন্ম ঃ ১৯১৭, মৃত্যু ঃ ২০ ফেব্ৰুৱাৰী, ২০০৪ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ বৰহাটী। প্ৰকাশিত পুথি—

উপন্যাস ঃ আবতি', 'জীৱনৰ গতি' (১৯৪৯), 'শিল্পী' (১৯৪৫), 'আজিৰ সমাজ' (১৯৫৫), 'দুজন বেকাৰ', 'শিৰনামৰ সংসাৰ', 'জীৱন বুৰঞ্জীৰ দুটি পাত', 'মিলনৰ পথাৰ ৰুদ্ধ কৰি', 'আকৌ জোনাক আহেঁ', 'কত যুগ যায়', 'এই ৰং এই সুৰভি', 'পৰ্বতৰ ৰূপালী জোনাক', 'কেঁচা সোণ যেন', 'যাত্ৰাৰ শেষ নাই', 'সাগৰে কল্লোল কৰে', 'যুগান্তৰৰ সুৰুয' (১৯৮৮), 'জীৱন যন্ত্ৰণাৰ মাধুৰী' (১৯৮৫), 'নিশাৰ নিয়ৰে ঢকা', 'ব্ৰাংচিং', 'বাঁহীৰ সুৰ', 'এই জীৱন এই যৌৱন' (১৯৯১), 'মহিমাময়ী প্ৰেম' (১৯৯৬)।

অন্যান্য গ্ৰন্থ—'অম্বিকাগিৰি আৰু তেওঁৰ জীৱন দৰ্শন' (১৯৫২), 'বিষ্ণুৰাভা এতিয়া কিমান ৰাতি' (১৯৭৭), 'কলাগুৰু বিষ্ণুৰাভা', 'বিষ্ণুৰাভা পুনৰ আহিব উভতি', 'সোঁৱৰণীৰ সুন্দৰসকল' (১৯৯০),





'শ্ৰীমন্ত শংকৰদেৱ' (১৯৮৮), 'সুন্দৰ শ্ৰীমন্ত শংকৰদেৱ আৰু জ্যোতিপ্ৰসাদ-বিষ্ণুপ্ৰসাদ', 'শ্ৰীশ্ৰী শংকৰদেৱ', 'ডেকা সুন্দৰৰ বৰনটুৱা', 'সত্ৰসমূহৰ নাম-প্ৰসংগ আৰু নীতি নিৰ্বন্ধ' (১৯৬০), 'সত্ৰীয়া গীত-বাদ্য-নৃত্যৰ চমু কথা', 'সত্ৰীয়া সংগীত সৌৰভ' (১৯৯৩), 'দৰদী' (গীতি কবিতা), 'ৰূপচিত্ৰ' (কবিতা পুথি), 'অসমৰ পৰা ভাৰতলৈ' (কবিতা পুথি), 'চিফুঙৰ দৰদী সুৰ' (১৯৮৯), 'নতুন পৃথিৱী' (নৃত্যনাটিকা), 'প্ৰাচীন পৃথিৱী' (নৃত্যনাট), 'অমৃতৰ ত্ৰিধাৰা', 'নানা কথা নানা জ্ঞান', 'পৰাধীনতাৰ পিছত' (পুস্তিকা), 'অসমীয়াৰ জাতীয় সমস্যা' (পুস্তিকা), 'মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱ' (ত্ৰিভাষিক গ্ৰন্থ সম্পাদনা), 'সংস্কৃতিৰ জিলিঙনি' (১৯৮৭প্ৰবন্ধ), 'স্বাধীনতাৰ পিছত' (১৯৪৭), 'নানা কথা নানা জ্ঞান' (১৯৭০)।

**ডাঃ তিলোত্তমা ৰায়চৌধুৰী (জন্ম-১৯০৮ খ্ৰী.)**

জন্মস্থান গুৱাহাটী। পিতৃৰ নাম হৰেকৃষ্ণ দাস, মাতৃ হেমপ্ৰভা দাস। ১৯৩৩ খ্ৰীষ্টাব্দত কলিকতা মেডিকেল কলেজৰ পৰা এম. বি. বি. এছ পাছ কৰে। ১৯৩৮ খ্ৰীষ্টাব্দত ডাঃ প্ৰভাত চন্দ্ৰ ৰায়চৌধুৰীৰ সৈতে বিবাহপাশত আৱদ্ধ হয়। বিভিন্ন আলোচনীত ছাত্ৰী অৱস্থাৰ পৰাই লেখা প্ৰকাশ কৰিছে। ১৯৩০ খ্ৰীষ্টাব্দত 'বাঁহী'ত প্ৰকাশিত কবিতাটিৰ নাম 'অনুতপ্ত'।

**তাৰিণীকান্ত ভট্টাচাৰ্য (জন্ম ঃ ১৩ অক্টোবৰ, ১৯১৩ খ্ৰী; মৃত্যু ঃ ৬ আগষ্ট, ১৯৭৯ খ্ৰী.)**

জন্মস্থান অবিভক্ত কামৰূপ জিলাৰ ওপৰ বৰভাগ পৰগণাৰ ভালুকুছি। স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা (ইংৰাজী বিভাগ)। অধ্যাপনা কৰে শ্বিলঙৰ চেইন্ট এডমাণ্ডছ কলেজ (১৯৪০) আৰু ছিলেটৰ মুৰাৰিচান্দ কলেজত। কটন কলেজৰ অধ্যক্ষ, অসম চৰকাৰৰ শিক্ষা বিভাগৰ যুটীয়া সঞ্চালক আৰু অসম মাধ্যমিক শিক্ষা পৰিষদৰ সচিবৰূপে কাৰ্যনিৰ্বাহ কৰে। সাহিত্য ৰাজি ঃ 'সাহিত্যৰ গতিপথ' (১৯৬২), 'ছেক্সপীয়েৰ' (১৯৭৭), 'ইবছেনৰ নাট্য প্ৰতিভা'

(সমালোচনামূলক গ্ৰন্থ, ১৯৭৮), 'এডনা ফাৰবাৰ্ৰ পুলিৎজাৰ পুৰস্কাৰপ্ৰাপ্ত ছো বিগ' (১৯৬৭), 'ছেইণ্ট হেনৰী ডেভিদথ'ৰোৰ গুৱাল্ডেন' (১৯৬৭), 'আই. ই. এচেলমেণ্টৰ ৰাহাউল্লা এণ্ড নিউ এৰা' (১৯৪৮, অনূদিত), 'আধুনিক অসমীয়া সাহিত্য' (১৯৫২, অনূদিত), 'মহাপুৰুষ মাধদেৱৰ নামঘোষা' (১৯৬৩),'গোপাল দ্বিজ প্ৰণীত আৰু নৰনাৰায়ণ গোস্বামী সম্পাদিত 'ঘোষাৰত্ন' (অনূদিত, ১৯৭৬), 'কেতেকী' (ৰঘুনাথ চৌধাৰী, অনুবাদ), 'সন্ধিয়াৰ সুৰ' (নলিনীবালা দেৱী, অনূদিত) ইত্যাদি।

**তীৰ্থনাথ শৰ্মা (জন্ম-১৯১১, মৃত্যু ঃ ২৩ অক্টোবৰ, ১৯৮৬ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ জিলাৰ জাঁজী। পিতৃৰ নাম গোলাপচন্দ্ৰ শৰ্মা।

শিক্ষা জীৱন আৰম্ভ হয় যোৰহাটত । ১৯২৯ খ্ৰীষ্টাব্দত তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিক্ষা পৰীক্ষা পাছ কৰি কটন কলেজত ভৰ্তি হয়। তাৰ পৰাই আই. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ স্বাধীনতা আন্দোলনত যোগ দি কাৰাবাস খাটে। কাৰাগাৰৰ পৰা ওলাই পুনৰ শিক্ষা জীৱন আৰম্ভ কৰে আৰু ১৯৩৪ খ্ৰীষ্টাব্দত কটন কলেজৰ পৰা সন্মানসহ বি. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৩৭ খ্ৰীষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম. এ. পাছ কৰি ভাষা সাহিত্যৰ অধ্যাপক ৰূপে কাৰ্যনিৰ্বাহ কৰে (১৯৫০ পৰ্যন্ত)। ১৯৫০-৫৪ কালছোৱাত কটন কলেজৰ গ্ৰন্থাগাৰিক, তাৰ পিছত ইতিমধ্যে প্ৰতিষ্ঠা হোৱা প্ৰাগজ্যোতিষ মহাবিদ্যালয়ৰ অধ্যক্ষ পদত অধিষ্ঠিত হয়। অৱসৰ গ্ৰহণ কৰে ১৯৭১ খ্ৰীষ্টাব্দত। ১৯৭১ খ্ৰীষ্টাব্দত মাকুমত অনুষ্ঠিত অসম সাহিত্য সভাৰ অষ্টাত্ৰিংশ অধিৱেশনত সভাপতিত্ব কৰে।

তেওঁৰ ৰচনা সম্ভাৰ—'সাহিত্য বিদ্যা পৰিক্ৰমা, 'পঞ্চপুষ্প', 'ৰত্ন সংগম, 'আউনীআটী সত্ৰৰ বুৰঞ্জী', 'বেণুধৰ শৰ্মা' (সাহিত্য অকাডেমী বঁটাপ্ৰাপ্ত), 'কামসেন্দূৰ' (কাব্য), 'মহাত্মাৰ বাণী', 'গান্ধী শিক্ষাসাৰ' আদি।

'পঞ্চতন্ত্ৰ' আৰু 'কামধেনু' নামৰ দুখন আলোচনী সম্পাদনা কৰে।

**ত্ৰৈলোক্যনাথ গোস্বামী (জন্ম-১৯০৬ খ্ৰী., মৃত্যু ঃ ১৯৮৮ খ্ৰী.)**





জন্মস্থান নলবাৰী। পিতৃৰ নাম যামিনীকান্ত শৰ্মা আৰু মাতৃ অমৃতপ্ৰিয়া দেৱী। নলবাৰীৰ গৰ্ডন হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন মহাবিদ্যালয়ৰ পৰা স্নাতক আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। আইন পৰীক্ষাতো উত্তীৰ্ণ হয়। কৰ্মজীৱন আৰম্ভ কৰে শিক্ষকতাৰে। নলবাৰী গৰ্ডন হাইস্কুল, যোৰহাট আৰু ধুবুৰী চৰকাৰী হাইস্কুল, কটন কলেজ আৰু শ্ৰীহট্টৰ মুৰাৰিচাঁদ কলেজত অস্থায়ীভাৱে শিক্ষকতা কৰি পিছত নলবাৰী কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ হয়। পলাশবাৰীত বহা অসম সাহিত্য সভাৰ অষ্টবিংশ (১৯৬০) আৰু গোৱালপাৰাত বহা ঊনবিংশ (১৯৬১) সন্মিলনত সভাপতিৰ পদ শুৱনি কৰে। অসমীয়া সাহিত্য জগতলৈ মহৎ বৰঙণি আগবঢ়াই গৈছে। গল্প লেখকৰূপে বিশেষ প্ৰসিদ্ধি থকাৰ উপৰিও সাহিত্যৰ সমালোচকৰূপেও খ্যাত। অসমীয়া সাহিত্য জগতলৈ আগবঢ়োৱা অৱদানসমূহ হ'ল—

গল্প ঃ 'অৰুণা' (১৯৪২), 'মৰীচিকা' (১৯৪৮), 'শিল্পীৰ জন্ম' (১৯৫৮) আৰু 'জীৱনৰ জীয়া জুই' (১৯৭০)।

আলোচনামূলক গ্ৰন্থ ঃ 'আলোচনা সাহিত্য' (১৯৬১), 'আধুনিক গল্প সাহিত্য' (১৯৬৫),'ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ' (১৯৭০), 'সাহিত্য কলা আৰু তাৰ বিচাৰ' (১৯৭২), 'সমুদ্ৰ মন্থন', 'নন্দন তত্ত্ব ঃ প্ৰাচ্য আৰু পাশ্চাত্য' (১৯৮০)। 'আধুনিক গল্প সাহিত্য' গ্ৰন্থখনিৰ বাবে ১৯৬৭ খ্ৰীষ্টাব্দত সাহিত্য অকাডেমি বঁটা লাভ কৰে। উপন্যাস ঃ 'জীয়া মানুহ'। আত্মজীৱনী ঃ অতীতৰ কথা (১৯৮৯), ভিন্ন ধৰ্মী ৰচনাৰ সংকলন ঃ 'চিন্তা তৰংগ'।

**ত্ৰৈলোকেশ্বৰী দেৱী বৰুৱানী (জন্ম ঃ ১৮৭৫, মৃত্যু ঃ ১৪ এপ্ৰিল, ১৯৫৪ খ্ৰী.)**

অসমীয়া সাহিত্যৰ ইতিহাসত শিশু সাহিত্যিকৰূপে প্ৰখ্যাত। তেওঁ সাধু কথাৰ পুথি ৰচনা কৰিছে। পুথি দুখনৰ নাম—'সাধু কথা' (১৯৩৩-৩৪) আৰু 'সন্ধিয়াৰ সাধু' (১৯৩৭)। বি. এ. জগন্নাথ বৰুৱাৰ পত্নী আছিল।

# থ

**থানেশ্বৰ হাজৰিকা (জন্ম ঃ ১৮৯৮, মৃত্যু ঃ ১৯৪৩ খ্ৰী.)**

এজন বহুমুখী প্ৰতিভাধৰ লেখক। কাব্যত লোকগীতৰ সাৰ্থক সুৰ প্ৰতিধ্বনিত হৈছে। এগৰাকী অনুবাদকৰূপেও পৰিচিত। 'দীন-দুখী' নামৰ 'বাঁহী'ত প্ৰকাশিত অনূদিত উপন্যাসখন ১৯৬২ খ্ৰীষ্টাব্দত পুথিৰূপে প্ৰকাশ পায়। 'আলোচনী' আৰু 'বাঁহী'ত কেইবাটিও গল্প প্ৰকাশ পাইছে। 'বব্ৰুবাহন' (১৯৩৩) তেওঁৰ এখন পৌৰাণিক একাংকিকা নাট।





# দ

**দণ্ডিনাথ কলিতা (জন্ম ঃ ১৮৯০, মৃত্যু ঃ ১৯৫০ খ্ৰী.)**

জন্মস্থান তেজপুৰৰ মহাভৈৰৱ মৌজাৰ কেতেকীবাৰী গাঁও। পিতৃৰ নাম মংগলৰাম কলিতা আৰু মাতৃৰ নাম জোনাকী। তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি বি. এ. মহলালৈকে শিক্ষা লয়। তাৰ পিছত তেজপুৰতে শিক্ষকতা কৰে আৰু তাৰ পৰাই অৱসৰ লয়। অসমীয়া সাহিত্যৰ এজন নীৰৱ স্ৰষ্টা। একাধাৰে কবি, নাট্যকাৰ, গল্পকাৰ, ঔপন্যাসিক, জীৱনীলেখক, ব্যংগ সাহিত্যৰ ৰচক। সাহিত্যৰাজি —ব্যংগ কবিতা ঃ 'ৰহঘৰা' (১৯১৬), 'ৰগৰ' (১৯২২), 'বহুৰূপী' (১৯২৬)।

ব্যংগাত্মক গদ্য ঃ আত্মানন্দৰ আত্ম কাহিনী' (১৯৩৫)।

ব্যংগ নাটক ঃ 'পোহনীয়া কুকুৰ' (১৯৪৬), 'পৰাচিত' (১৯৪৯), 'কীচক বধ' (১৯৫০)।

কাহিনী কাব্য ঃ 'অসম সন্ধ্যা' (১৯৪৯), 'কবিতাৰ পুথি দীপ্তি' (১৯২৫), 'বীণাৰ ঝংকাৰ' (১৯৫১)।

নাটক ঃ 'অগ্নিপৰীক্ষা' (১৯৩৭), 'সতীৰ তেজ' (১৯৩১), 'বীৰ চিলাৰায়' (১৯৬৫), 'মুক্তিৰ অভিযান' (১৯৪১), 'নগৰৰ বিহুতলী' (১৯৪৬), 'পৰিচয়' (১৯৫০)।

জীৱনী ঃ 'কৰ্মবীৰ চন্দ্ৰনাথ' (১৯২৪), 'গোহাঞিবৰুৱা' (১৯৪৬)।

উপন্যাস ঃ 'ফুল' (১৯০৮), 'গণ বিপ্লৱ' (১৯৪৮), 'সাধনা' (১৯২৮), 'পৰিচয়' (১৯৪৭), 'অদৃষ্ট' (১৯৪৯), 'আৱিষ্কাৰ' (১৯৫১), 'হত্যাকাৰী কোন' (১৯৪৭)। গল্প সংকলন ঃ 'সাতসৰী' (১৯২২)।

ওপৰোক্ত ৰচনাৰাজিৰ উপৰিও 'সংস্কৃত নাটকৰ সাধু'ৰ (১৯৫১) লগতে 'প্ৰদীপ' (১৯১৮) আৰু 'সাহিত্য মুক্তাৱলী' (১৯৩৪) শিৰোনামৰ

দুখন পাঠ্যপুথিও যুগুত কৰি গৈছে।

**দণ্ডীধৰ ফাটোৱালী (জন্ম ঃ ১৮৯৩ খ্ৰী.)**

জন্মস্থান তিনিচুকীয়া জিলাৰ ডাঙৰী। 'বাঁহী', 'আৱাহন', 'আমাৰ দেশ' আদি আলোচনীৰ যোগেদি সাহিত্য-চৰ্চা কৰে। একাধাৰে কবি, ঔপন্যাসিক আৰু নাট্যকাৰ। ৰচনাৰাজি—'চপলা', 'যুগলমূৰ্তি' (উপন্যাস), 'নৱকলি' (কবিতা), 'শত্ৰুদমন', 'নীলাম্বৰ' (নাটক) ইত্যাদি।

**দানিয়াল হাজৰিকা (জন্ম ঃ ১৯০১ খ্ৰী.)**

জন্মস্থান নগাঁও জিলাৰ পুৰণিগুদাম। ছাত্ৰ অৱস্থাৰ পৰাই সাহিত্য-চৰ্চা কৰিছে। 'পায়গম', 'প্ৰচাৰক' আদি আলোচনীত কবিতা, প্ৰবন্ধ আদি প্ৰকাশিত হৈছে।

**দামোদৰ দেৱগোস্বামী (জন্ম ঃ ১৯১৮ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ সৰুক্ষেত্ৰী মৌজাৰ হালধিবাৰী সত্ৰ। টিহু উচ্চ ইংৰাজী বিদ্যালয়ৰ সহকাৰী শিক্ষক। শিশু উপযোগী এখন উল্লেখযোগ্য জীৱনী পুথি ঃ 'স্বামী বিবেকানন্দ'। প্ৰকাশিত অন্যান্য পুথি—'অমৰ মানৱ', 'ৰাষ্ট্ৰভাষা শিক্ষা' আৰু 'প্ৰসংগ মালা'। অপ্ৰকাশিত পুথি—'বেদাচাৰ্য শ্ৰীশ্ৰীজগন্নাথ দেৱৰ বংশাৱলী', 'পুৰণি সাধু', 'ভাৰত গৌৰৱ আনন্দৰাম বৰুৱা', 'মইনাৰ সাধু', 'মহাবীৰ লাচিত বৰফুকন', 'মহাভাৰতৰ কথা', 'ধৰ্মমূলক গীত-পদ', 'শিশু কৃষ্ণ' ইত্যাদি।

**দীননাথ মেধি (জন্ম ঃ ১৪ ডিচেম্বৰ, ১৮৯৭ খ্ৰী.; মৃত্যু ঃ ২৩ জানুৱাৰী, ১৯৬৯ খ্ৰী.)**

জন্মস্থান ৰামদিয়াৰ প্ৰখ্যাত ভঠেলি খোলাৰ ওচৰৰ বৰচৌৱা। প্ৰাথমিক শিক্ষা সমাপ্ত কৰি ১৯১৩ খ্ৰীষ্টাব্দত কটন কলেজিয়েটৰ পৰা





মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পিছত কটন কলেজৰ পৰা বি. এচ. চি. ডিষ্টিংচনসহ পাছ কৰি কলিকতা বিশ্ববিদ্যালয়ত পদাৰ্থ বিজ্ঞানত এম. এচ. চি. শ্ৰেণীত নাম ভৰ্তি কৰে। কিন্তু পঢ়া আধৰুৱা কৰি আইন পঢ়িবলৈ যায় আৰু আইনৰ ডিগ্ৰী লাভ কৰি ওকালতি কৰিবলৈ লয়। পিছলৈ অসমৰ প্ৰখ্যাত দেৱানী উকীল হিচাপে জনাজাত হয়।

তেওঁ হাজো হয়গ্ৰীৱ মাধৱ দেৱালয়ৰ পৰিচালনা সমিতিৰ সম্পাদক আছিল। এগৰাকী প্ৰতিভাবান সৃষ্টিশীল লেখক। 'আৱাহন'ত ছদ্মনামত গল্প লিখাৰ উপৰিও ১৯৫৫ খ্ৰীষ্টাব্দত 'বিয়াল্লিছ' নামৰ এখনি গল্প পুথি প্ৰকাশ কৰে।

গুৱাহাটীত ওকালতি কৰি থকা সময়ত 'পপীয়াতৰা' নামৰ এখন গল্প পুথি সম্পূৰ্ণ কৰি থৈছিল যদিও সেইখন অপ্ৰকাশিত অৱস্থাতে থাকি গ'ল।

বিভিন্ন আলোচনী, পত্ৰিকা আদিত প্ৰবন্ধ-পাতি লিখিছে। 'ভাৰতীয় সংস্কৃতিৰ আৱৰ্তন যুগে যুগে' আৰু 'মহাপুৰুষক সুঁৱৰি' নামৰ দুখন মূল্যৱান ৰচনাৰ উপৰিও তেওঁ ৰচনা কৰা বিভিন্ন ধৰণৰ প্ৰবন্ধৰ পাণ্ডুলিপি অপ্ৰকাশিত অৱস্থাত পোৱা গৈছে।

**দীননাথ শৰ্মা (জন্ম-১২ চেপ্টেম্বৰ, মৃত্যু ঃ ১৯১৪ খ্ৰী.)**

জন্মস্থান দৰং জিলাৰ বিশ্বনাথ চাৰিআলি। বিভিন্ন ঠাইত অস্থায়ীভাৱে চাকৰি কৰি পিছত গুৱাহাটীৰ অসম কংগ্ৰেছ প্ৰেছত সাত বছৰ কাল কটায়। অৱশেষত ট্ৰিবিউন প্ৰেছত যোল্ল বছৰ চাকৰি কৰি অৱসৰ লয়।

এজন প্ৰতিষ্ঠিত গল্পকাৰ আৰু ঔপন্যাসিক। 'আৱাহন'ত গল্প লিখি সাহিত্যিক জীৱন আৰম্ভ কৰে। গ্ৰন্থ—'দুলাল' (১৯৫২), 'কোৱাভাতুৰীয়া ওঁঠৰ তলত' (১৯৫০), 'কল্পনা আৰু বাস্তৱ' (১৯৫৫), 'অকলশৰীয়া, পোহৰ' (১৯৫৮)।

'উষা' (১৯৫১), 'সংগ্ৰাম' (১৯৫৪), 'নদাই' (১৯৬০), 'নবাৰুণ' (১৯৬৮), 'শান্তি' (১৯৪১), 'ভৰলীপাৰৰ কাহিনী' (১৯৮৭) শৰ্মাৰ বহু

পঠিত উপন্যাস। অসমীয়া অনুবাদ সাহিত্যলৈ তেওঁৰ বৰঙণি অতুলনীয়। লুট হামচুনৰ 'গ্ৰাউথ অব দা ছইল' নামৰ উপন্যাসখন 'মাটি আৰু মানুহ' (১৯৫০) শিৰোনামৰে অনুবাদ কৰে। 'হেমচন্দ্ৰ বৰুৱা' (১৯৫৪), 'সত্যনাথ বৰা' (১৯৪০), 'দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা' (১৯৪৭) ইত্যাদি শৰ্মাদেৱৰ দ্বাৰা ৰচিত জীৱনচৰিতমূলক সৰু পুথি।

**ডাঃ দীননাথ শৰ্মা (জন্ম ঃ ১৩ জুলাই, ১৮৯৪ খ্ৰী.·, মৃত্যু ঃ ১৯৭৮ খ্ৰী.)**

জন্মস্থান বজালী অঞ্চলৰ বামুণকুছি। গৌৰীপুৰ হাইস্কুলৰ পৰা প্ৰৱেশিকা আৰু কোচবেহাৰ মহাবিদ্যালয়ৰ পৰা এফ. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। কলিকতাৰ নেছনেল মেডিকেল কলেজৰ পৰা ডাক্তৰী পাছ কৰে। ডাঃ শৰ্মাই গল্পকাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ পৃষ্ঠপোষকতাত ১৯২৯ খ্ৰীষ্টাব্দৰ পৰা কলিকতাৰ পৰা ওলোৱা মাহেকীয়া আলোচনী 'আৱাহন'ৰ সম্পাদনাৰ দায়িত্ব বহন কৰে। 'পাৰিজাত' নামৰ শিশু আলোচনী এখনো সম্পাদনা কৰে। 'ছোভিয়েট বিপ্লৱ আৰু অসমীয়া সাহিত্য', 'ভাৰত ৰুছ কাহিনী' লেখকৰ দুখন উল্লেখনীয় পুথি।

**দীনেশ্বৰ শৰ্মা (জন্ম-১৮৯৪ খ্ৰী.)**

জন্মস্থান দৰঙৰ ব্যাসপাৰা গাঁও। ৰচিত গ্ৰন্থ ঃ 'মুক্তি মন্ত্ৰ' আৰু 'পথৰুঘাট'। নাটক—'মঙলদৈৰ বুৰঞ্জী'। এই নাটকখন মঙলদৈৰ ইতিহাসৰ ভেঁটিত ৰচনা কৰা হৈছে।

**দুতীৰাম দাস**

বিশেষকৈ প্ৰবন্ধ ৰচয়িতাৰূপে পৰিচিত। 'জোনাকী'ৰ দ্বিতীয় ভাগ, পঞ্চম সংখ্যাত (১৮২৫ শক) 'বুৰঞ্জী পাঠ' (প্ৰথম খণ্ড), দ্বিতীয় ভাগ, ষষ্ঠ-সপ্তম সংখ্যাত (১৮২৫ শক) 'বুৰঞ্জী পাঠ' (দ্বিতীয় খণ্ড), জোনাকীৰ





দ্বিতীয় ভাগ, নৱম সংখ্যাত 'কৰ্তব্য আৰু কৰ্তব্য শিক্ষাৰ কাল' শীৰ্ষক প্ৰবন্ধ প্ৰকাশ পাইছে।

**দুগ্ধনাথ খাউণ্ড**

নাট্যকাৰৰূপে পৰিচিত। ৰচিত নাটক 'সীতা হৰণ' এখন পৌৰাণিক নাটক। এই গ্ৰন্থখন অমিত্ৰাক্ষৰ ছন্দত ৰচিত। পাঁচটা অংকৰ এই নাটখনিৰ মূল ভেটি ৰামায়ণৰ 'অৰণ্যকাণ্ড' ১৯১৩ খ্ৰীষ্টাব্দত প্ৰকাশ হয়।।

**দুৰ্গানাথ বৰুৱা**

(জন্ম-মৃত্যু তথা বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নগ'ল।)

ব্যক্তিগত জীৱন সম্পৰ্কে বিশেষ তথ্য পোৱা নাযায়। 'জোনাকী' আৰু 'আৱাহন' যুগৰ লেখক অ.ভা.উ.সা. সভাৰ যুটীয়া সম্পাদক আছিল। 'জোনাকী'ৰ প্ৰথম ভাগৰ চতুৰ্থ সংখ্যা প্ৰকাশ পোৱা 'মেক্সমূলাৰ' তেওঁৰ এটি মূল্যৱান প্ৰবন্ধ।

'সন্ধ্যাৰ ঝাৰ' (প্ৰথম ভাগ, ষষ্ঠ সংখ্যা), 'আমাৰ উন্নতি নাই কিয়' (প্ৰথম ভাগ, দ্বিতীয় সংখ্যা) ইত্যাদি 'জোনাকী' কাকতত প্ৰকাশিত লেখকৰ কেইটিমান উল্লেখনীয় প্ৰবন্ধ।

**দুৰ্গাধৰ বৰকটকী**

(জন্ম-মৃত্যু তথা বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নগ'ল।)

জোনাকী যুগৰ লেখক। জোনাকীৰ তৃতীয় ভাগ, দশম সংখ্যাত এটি জীৱনীমূলক প্ৰবন্ধ 'ডেভিদ লিভিংষ্টন' নামেৰে প্ৰকাশ হৈছে। এই প্ৰবন্ধটিত ডেভিদ লিভিংষ্টনৰ কৰ্ম কৃতিৰ বিশদ বিৱৰণ দাঙি ধৰা হৈছে। সুদূৰ ইংলেণ্ডৰ পৰা আহি এইজনা কৃতী পুৰুষে ভাৰতবৰ্ষত কেনেকৈ মানৱ সেৱাত ব্ৰতী হৈ কাললৈ খ্যাতি ৰাখি থৈ গৈছে সেই বিষয়ে ব্যাখ্যা আগবঢ়াইছে।

**দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা (জন্ম-১৮৭০, মৃত্যু ঃ ১৪ জুন, ১৯২৯ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ জিলা। পিতৃৰ নাম নৰোত্তম। যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰাথমিক শিক্ষা লাভ কৰি উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যায়। পিছত খেতি-বাতি আৰু ব্যৱসায়ত মনোনিৱেশ কৰে।

'ঘৰ-জেউতি' নামৰ আলোচনী এখনৰ লগতো ঘনিষ্ঠভাৱে জড়িত আছিল। একাধাৰে নাট্যকাৰ, শিশু সাহিত্যিক, বিজ্ঞান লেখক। ৰচনাসমূহ হ'ল—'মহৰি' (১৮৯৬), 'নিগ্ৰো' (১৮৯৭), 'গুৰু দক্ষিণা' (১৯০১), 'বৃষকেতু কলিযুগ' (বেণুধৰ ৰাজখোৱাৰ লগত যুটীয়াভাৱে), 'উৰ্দু কবিতা', 'ল'ৰা কবিতা', 'ফুল', 'জ্ঞান মঞ্জৰী ফলা', 'সহজ চিকিৎসা', 'প্ৰাকৃতিক চিকিৎসা' আৰু 'স্বাস্থ্য পাঠ'। মুখ্যতঃ আসাম হিতৈষী', 'আলোচনী', 'ঘৰ জেউতি' আদি আলোচনীৰ যোগেদি লেখা-মেলা কৰে।

**দুৰ্গেশ্বৰ শৰ্মা (জন্ম-১৮৮৫, মৃত্যু ঃ ১৯৬১ খ্ৰী.)**

জন্মস্থান যোৰহাটৰ পঠীয়া গাঁও। পিতৃৰ নাম কমলেশ্বৰ শৰ্মা। পঠীয়া গাঁও প্ৰাইমাৰী স্কুলত শিক্ষা জীৱনৰ পাতনি মেলে। ১৮৯৯ খ্ৰীষ্টাব্দত এণ্ট্ৰেন্স পৰীক্ষা যোৰহাট হাইস্কুলৰ পৰা, কোচবেহাৰ কলেজৰ পৰা এফ. এ. (১৯০১), বি. এ. (১৯০৩) আৰু বি. এল. (১৯০৬) পৰীক্ষা পাছ কৰে। কিছুদিন ওকালতি কৰাৰ পিছত এক্সট্ৰা এচিছটেণ্ট কমিছনাৰ পদ লাভ কৰে। ১৯২৬-২৮ খ্ৰীষ্টাব্দত বৰপেটাৰ মহকুমাধিপতি পদত নিযুক্তি পায়। ১৯৩৪ খ্ৰীষ্টাব্দত কামৰূপৰ ডেপুটি কমিছনাৰ হয় আৰু ১৯৪০ খ্ৰীষ্টাব্দত কমিচনাৰ হিচাপে অৱসৰ লয়।

অৱসৰৰ পিছত গৌৰীপুৰ বিজনীৰ দেৱান পদত নিযুক্ত হয় (১৯৪৩)।

ৰচনা সম্ভাৰ —

নাটক ঃ 'পাৰ্থ পৰাজয়' (১৯০৯), 'চন্দ্ৰাৱলী' (১৯১০),'বালীবধ' (১৯১২) আৰু 'পদ্মাৱতী'। কাব্যপুথি ঃ 'অঞ্জলি' (১৯১০) আৰু 'নিবেদন' (১৯২০)। মৰণোত্তৰ কালত প্ৰকাশিত কাব্যপুথি ঃ 'উপাসনা'। (এই পুথিত বিভিন্ন আলোচনীৰ পাতত প্ৰকাশিত কবিতাসমূহ সন্নিৱিষ্ট কৰা





হৈছে।)

**দুলাল বৰঠাকুৰ**

বংশ, মৃত্যু সম্পৰ্কে বিশেষ তথ্য পোৱা নহ'ল। জন্মস্থান যোৰহাট। একাধাৰে অভিনেতা, নাট্যকাৰ, শিশু সাহিত্যিক, প্ৰবন্ধ লেখক। বহুতো তথ্য গধুৰ প্ৰবন্ধ বিভিন্ন আলোচনীৰ পাতত সিঁচৰতি হৈ আছে। তেওঁৰ ৰচিত মঞ্চসফল নাটক—'মোহনমালা', 'শৰতৰ অভিষেক' (১৯৩৮), 'হাঁহি-ধেমালি', 'লড়কে লেংগে'। শিশু পুথি ঃ 'ঘুমটি যায়োৰে' (১৯৫৫) আৰু 'এসময়ত চীন দেশ'।

**দেবানন্দ ভৰালী (জন্ম-১৮৮৩ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ। পিতৃৰ নাম ঈশানন্দ ভৰালী। শিৱসাগৰত স্কুলীয়া শিক্ষা সাং কৰি কোচবেহাৰৰ ভিক্টোৰিয়া কলেজত পঢ়িবলৈ যায়। তাৰ পৰাই বি. এ. পাছ কৰে। কৰ্ম জীৱন আৰম্ভ হয় উপ-ডেপুটি কালেক্টৰ হিচাপে। ১৯২৬ খ্ৰীষ্টাব্দত চাকৰিৰ পৰা অৱসৰ লয়।

একাধাৰে প্ৰবন্ধ লেখক, নাট্যকাৰ, ভাষা-তাত্ত্বিক আৰু কবি। 'উষা', 'বাঁহী', 'অসম সাহিত্য সভা পত্ৰিকা' আদিত প্ৰবন্ধ পাতি লিখাৰ উপৰিও 'মিৰি' ছদ্মনাম লৈ বহু কবিতা ৰচনা কৰিছে। ৰচনা সম্ভাৰ— নাটক ঃ 'ভীমদৰ্প', 'শ্ৰীশংকৰ' আৰু 'বিহু' (১৯৪৬)। গৱেষণাধৰ্মী গ্ৰন্থ ঃ 'অসমীয়া ভাষাৰ মৌলিক বিচাৰ' (১৯১২) আৰু 'এ ষ্টাডি অব ফ'নলজি এণ্ড ভকেবুলাৰি অব দা আছামিছ লেংগুৱেজ' (১৯০৭)। শব্দৰ উৎপত্তি সম্পৰ্কে লিখা ইংৰাজী গ্ৰন্থ ঃ 'মেনুৱেল অব আছামিছ গ্ৰামাৰ'।

**দেবেন্দ্ৰনাথ বেজবৰুৱা**

জন্মস্থান যোৰহাট জিলা। পিতৃৰ নাম গোবিন্দচন্দ্ৰ বেজবৰুৱা। শিৱসাগৰৰ পৰা প্ৰাথমিক শিক্ষা আৰু কলিকতাৰ পৰা উচ্চ শিক্ষা লাভ কৰে। যোৰহাট বেজবৰুৱা হাইস্কুলত শিক্ষকতা কৰি পিছলৈ যোৰহাটত

ওকালতি আৰম্ভ কৰে।

তেওঁ অসমীয়া সাহিত্যৰ প্ৰথম গৰাকী বুৰঞ্জী লেখক। ৰচিত গ্ৰন্থ— 'অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী' (১৯১১)। উক্ত গ্ৰন্থখনত অসমীয়া ভাষা, ভাষাৰ উৎপত্তি, আখৰ জোঁটনি আদি বিষয়ৰ ওপৰত আলোকপাত কৰা হৈছে।

**দেবেন্দ্ৰনাথ ভট্টাচাৰ্য (জন্ম-১৯০২, মৃত্যু ঃ ১৯৮৫ খ্ৰী.)**

জন্মস্থান নলবাৰী অঞ্চলৰ আঠঘৰীয়া। শিক্ষা বিভাগৰ পৰিদৰ্শন শাখাত কাম কৰি কৰ্ম জীৱনৰ ওৰ পেলায়।

প্ৰতিষ্ঠিত লেখক। ৰচিত গ্ৰন্থ ঃ 'আধুনিকা', 'ফল্গু প্ৰবাহ' (উপন্যাস), 'হিয়াৰ কঁপনি' (গল্প পুথি), 'অসমত শক্তি পূজা', 'ঐতিহাসিক কৃষ্ণ' (ধৰ্মশাস্ত্ৰ আধাৰিত আলোচনী), 'ভাৰতীয় প্ৰেম কাহিনী' (আখ্যানমূলক পুথি), 'বুনিয়াদী শিক্ষাৰ পটভূমি' (শিক্ষামূলক পুথি) ইত্যাদি। টীকাকাৰসকলৰ মন্তব্য আলোচনা কৰি প্ৰকাশ কৰা গ্ৰন্থ ঃ 'শ্ৰীমদ্ভাগৱত'।

**দেবেন্দ্ৰনাথ শৰ্মা (জন্ম-১৯০২, মৃত্যু ঃ ১৯৮৯ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ অন্তৰ্গত সৰ্থেবাৰীৰ ওচৰৰ কাৰাকুছি। পিতৃৰ নাম হংসনাথ আৰু মাতৃ মহেশ্বৰী। কাৰাকুছি প্ৰাথমিক বিদ্যালয়ত প্ৰাথমিক শিক্ষা আৰম্ভ কৰি নলবাৰীৰ গৰ্ডন হাইস্কুলত নাম ভৰ্তি কৰে। ১৯২৩ খ্ৰীষ্টাব্দত গৰ্ডন হাইস্কুলৰ পৰা প্ৰথম বিভাগত মেট্ৰিক পাছ কৰি 'ফুলৰ মেডেল' লাভ কৰে। কোচবিহাৰ কলেজৰ পৰা ১৯২৮ খ্ৰীষ্টাব্দত ডিষ্টিংছনসহ বি. এ. পাছ কৰি ১৯৩০ খ্ৰীষ্টাব্দৰ ১৫ জুলাই তাৰিখে গুৱাহাটীৰ কামৰূপ একাডেমীত প্ৰধান শিক্ষক ৰূপে যোগদান কৰে। ৰচনা কৰা উল্লেখযোগ্য গ্ৰন্থ ঃ 'ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাস', 'কুৰি শতিকাৰ মহান বিপ্লৱী', 'সমস্বত্ত্ববাদ', 'Gauhati of tomorrow', 'Life year plan- its objectives & Economic ideals, 'মৌলানা আবুল কালাম আজাদ' (অপ্ৰকাশিত) ইত্যাদি। তেওঁ পাণ্ডুৰ পৰা প্ৰকাশ হোৱা দৈনিক কাকত 'শান্তিদূত' আৰু গুৱাহাটীৰ পৰা প্ৰকাশ হোৱা সাপ্তাহিক কাকত 'অসম ৰাইজ'ৰো সম্পাদনা কৰিছিল।





**দেৱকান্ত বৰুৱা (জন্ম-১৯১৪, মৃত্যু ঃ ১৯৯৬ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড়। পিতৃৰ নাম নীলকান্ত বৰুৱা। ১৯৩০ খ্ৰীষ্টাব্দত নগাঁও হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। তাৰ পিছত কাশীৰ হিন্দু বিশ্ববিদ্যালয়ৰ পৰা ১৯৩৫ খ্ৰীষ্টাব্দত বি. এ. আৰু ১৯৩৭ খ্ৰীষ্টাব্দত এল. এল. বি পৰীক্ষাত উত্তীৰ্ণ হয়।

সাংবাদিকতাৰে কৰ্ম জীৱনৰ আৰম্ভণি কৰে। ছাত্ৰ অৱস্থাৰ পৰাই ৰাজনীতিৰ লগত জড়িত আছিল। কংগ্ৰেছকৰ্মী হিচাপে কাৰাবাস খাটে। কিছুকাল অসমৰ শিক্ষামন্ত্ৰীৰূপে কাৰ্যনিৰ্বাহ কৰে। পিছত অসম বিধান সভাৰ অধ্যক্ষ পদতো অধিষ্ঠিত হয়। 'অসমীয়া' (১৯৪৪) আৰু 'দৈনিক অসমীয়া' (১৯৪৫) কাকতৰ সম্পাদক আৰু 'নতুন অসমীয়া' কাকতৰ (১৯৪৮) প্ৰতিষ্ঠাপক সম্পাদক আছিল।

কবি ৰূপে অসমীয়া কাব্য সাহিত্যত তেওঁ এখন বিশেষ স্থান আছে। ৰমন্যাসবাদ নিষ্ক্ৰান্তিৰ বাটকটীয়া। 'সাগৰ দেখিছা' লেখকৰ একমাত্ৰ কবিতাপুথি। ইয়াত একুৰি তিনিটা কবিতা আছে (দ্বিতীয় সংস্কৰণ, ১৯৪৫ খ্ৰী.)। ব্ৰাউনিঙৰ দৰে নাটকীয় একোক্তিৰ প্ৰয়োগ কবিতাসমূহৰ প্ৰধান বৈশিষ্ট্য। তেওঁ 'কলংপৰীয়া কবি' নামেৰে প্ৰখ্যাত। 'আৱাহন'ৰ এগৰাকী শ্ৰেষ্ঠ কবি।

**দেৱনাথ বৰদলৈ (জন্ম-১৮৭৩, মৃত্যু ঃ ১৯১৬ খ্ৰী.)**

জন্মস্থান নগাঁও জিলা। অসমীয়া নাট্য সাহিত্যৰ এগৰাকী উদীয়মান নাট্যকাৰ। তেওঁ ৰচনা কৰা পৌৰাণিক নাটক —'বৈদেহী-বিচ্ছেদ', 'শ্ৰীৰামচন্দ্ৰৰ বিজয় মহোৎসৱ' আৰু 'ৰাৱণ বধ'। ঐতিহাসিক পটভূমিৰ

আধাৰত ৰচিত নাটক ঃ 'হেমপ্ৰভা'। এই নাটকৰ পটভূমি ঐতিহাসিক যদিও ইয়াৰ কাহিনী মূলতঃ প্ৰেমমূলক আৰু কাল্পনিক।

**দেৱেশ্বৰ চলিহা (জন্ম-১৮৭৬, মৃত্যু ঃ ১৯৫২ খ্ৰী.)**

কলিকতাৰ ৰিপন কলেজৰ পৰা উচ্চ শিক্ষা আৰু ঢাকা আইন কলেজৰ পৰা আইন বিষয়ক ডিগ্ৰী লাভ কৰে।

শিক্ষকতাৰে কৰ্ম জীৱন আৰম্ভ কৰি ১৯১৪ খ্ৰীষ্টাব্দৰ পৰা যোৰহাট চহৰত ওকালতি আৰম্ভ কৰে। এগৰাকী ভাষাবিদ আছিল। তেওঁ ভালেসংখ্যক গ্ৰন্থ প্ৰণয়ন কৰিছে। তাৰ ভিতৰত 'মহাভাৰতৰ কথা', 'শ্বেক্সপীয়েৰৰ গল্প', 'অন্নবস্ত্ৰ', 'আইন-আদালত', 'বাংলা ভাষা আৰু অসমীয়া ভাষা' ইত্যাদি প্ৰধান।

অসম সাহিত্য সভাৰ 'চন্দ্ৰকান্ত অভিধান'ৰ প্ৰণয়নত যথেষ্ট বৰঙণি আগবঢ়াই গৈছে।

১৯৪৯ খ্ৰীষ্টাব্দত প্ৰকাশ কৰা 'Origin and Growth of the Assamese Language and Literature' নামৰ গ্ৰন্থখনি অসমীয়া সাহিত্যলৈ তেওঁৰ অমূল্য অৱদান।

**দেৱেন্দ্ৰনাথ চক্ৰৱৰ্তী (জন্ম ঃ ১৮৯৮ খ্ৰী.)**

জন্মস্থান বঙাইগাঁও জিলাৰ দেবানগাঁও। শিক্ষাত নৰ্মাল পাছ। এম. ভি. স্কুলৰ প্ৰধান শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰে। কলকতাৰ 'নিখিল ভাৰত সাহিত্য সংঘৰ দ্বাৰা 'বিদ্যাবিনোদ' আৰু 'সাহিত্য সৰস্বতী' উপাধিৰে সন্মানিত হয়। সৃষ্টিকৰ্ম—'সচিত্ৰ আদৰ্শ শিশু পাঠ' (১৯৩৮), 'জয়গীত প্ৰজা প্ৰীতি' (১৯৪৪), 'ফুলৰ পাহি' (কবিতা, ২০০৭) আৰু 'কুসুমাঞ্জলি' (কবিতা, ২০০৭)

**দৈৱচন্দ্ৰ তালুকদাৰ (জন্ম-১৯০০, মৃত্যু ঃ ১৯৬৭ খ্ৰী.)**

গুৱাহাটীৰ বাসিন্দা। কলেজিয়েট মাধ্যমিক বিদ্যালয় আৰু কটন





কলেজত শিক্ষা লাভ কৰে। কাছাৰীৰ সহকাৰী পদত যোগদান কৰে যদিও কামৰ মাজে মাজে সময় উলিয়াই সাহিত্য ৰচনাতো মনোনিৱেশ কৰে। প্ৰকাশিত উপন্যাস—'ধুঁৱলী-কুঁৱলী' (১৯২২), 'দুনীয়া' (১৯৬১), 'অপূৰ্ণ' (১৯৪০), 'আগ্নেয়গিৰি' (১৯২৪), 'বিদ্ৰোহী' (১৯৪৮) আৰু 'আদৰ্শপীঠ'। 'অপূৰ্ণ' (১৯৩১-৩২) 'আৱাহন' কাকতত প্ৰকাশ হোৱা উপন্যাস। দহ বছৰৰ পাছত স্বতন্ত্ৰ পুস্তকৰূপে প্ৰকাশিত হয়।

তেওঁ ৰচনাসমগ্ৰ ঃ 'ভাস্কৰবৰ্মা', 'বামুণীকোঁৱৰ', 'হৰদত্ত', 'অসম প্ৰতিভা' (বুৰঞ্জীমূলক নাটক), 'লহগ', 'বিপ্লৱী' (সামাজিক নাটক) আৰু 'কুঁহিমলা' (১৯২৩), 'প্ৰেমপত্ৰ' (১৯২২), 'সৌন্দৰ্য' (১৯৩০) (ৰমন্যাসিক ভাৱধাৰাৰ খণ্ড কবিতাৰ পুথি)। 'গাণ্ডীৱ' নামৰ সাপ্তাহিক কাকত এখন প্ৰকাশ কৰি সাংবাদিক হিচাপেও দায়িত্ব পালন কৰে।

# ধ

**ধনদাকুমাৰী শইকীয়া (জন্ম ঃ ১৮৯৬, মৃত্যু ঃ ১৯৭৭ খ্ৰী.)**

জন্মস্থান ডুমডুমা। প্ৰকাশিত পুথি ঃ 'ৰন্ধন প্ৰণালী' (১৯৩০), 'মহিলা কীৰ্তন', 'নামতী জীয়ৰী' ইত্যাদি।

**ধনাই বৰা (জন্ম ঃ ১৮ মাৰ্চ, ১৮৭২, মৃত্যু ঃ ১৬ জুন, ১৯৫৬ খ্ৰী.)**

জন্মস্থান দৰং জিলাৰ ছিপাঝাৰৰ পশ্চিম চুবা গাঁও। প্ৰাথমিক শিক্ষা লাভ কৰে গুৱাহাটীৰ নৰ্মাল স্কুলত। তেওঁ এগৰাকী কৃতি শিক্ষক আছিল। কবি আৰু গীতিকাৰৰূপে পৰিচিত। 'বাঁহী' আলোচনীৰ যোগেদি কাব্য চৰ্চাৰ পাতনি মেলে। ৰচনাসমূহৰ ভিতৰত—'আদি পুথি', 'সৰল মৌখিক গণনা', 'ল'ৰাবোধ', 'পৰিমিতি', 'সাহিত্য কণিকা', 'কবিতা চন্দ্ৰিকা' আদি উল্লেখনীয়। অসম সাহিত্য সভাই ১৯৮০ খ্ৰীষ্টাব্দত লেখকৰ 'মোৰ জীৱন যাত্ৰাৰ কথা' শীৰ্ষক আত্মজীৱনী প্ৰকাশ কৰিছে।

**ধনীৰাম দত্ত**

জন্মস্থান ৰঙিয়া। নাট্যকাৰৰূপে পৰিচিত। তেওঁ ৰচনা কৰা নাটক ঃ 'উৰ্বশী উদ্ধাৰ' (১৯১৮)। এখন পৌৰাণিক নাটক। 'জোনাকী'ৰ দ্বিতীয় ভাগ দশম সংখ্যাত (১৮২৬ শক) 'সৰস্বতী স্তুতি' আৰু 'বাঁহী' আলোচনীৰ দ্বিতীয় বছৰ দ্বিতীয় সংখ্যাত (পুহ, ১৮৩২ শক) 'অ মোৰ হৰি!' নামৰ কবিতা প্ৰকাশ হৈছে।

**ধনেশ্বৰ শৰ্মা (জন্ম ঃ ১৮৫৩, মৃত্যু ঃ ১৯৫১ খ্ৰী.)**

জন্মস্থান বৰ্তমানৰ নলবাৰী মহকুমাৰ পিপলিবাৰী গাঁও। পিতৃৰ নাম বনমালী শৰ্মা আৰু মাতৃৰ নাম মাইলতা দেৱী। ধনেশ্বৰ শৰ্মাৰ ঘৰত এখন পুৰণি সংস্কৃত চতুস্পাঠী (পঢ়াশালি বা টোল) আছিল। এই চতুস্পাঠীৰ





প্ৰভাৱতে পিছৰ জীৱনত তেওঁ ভাৰতৰ প্ৰসিদ্ধ পৌৰাণিক কাহিনীৰ আধাৰত নাটক ৰচনা কৰিছিল বুলি জনা যায়।

প্ৰাথমিক বিদ্যালয়ৰ পৰা বৃত্তি লৈ ১৯১৪ খ্ৰীষ্টাব্দত গুৱাহাটী কলেজিয়েট স্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰে, পিছত কটন কলেজত আই. এ. পঢ়িবলৈ লয়। ১৯১৬ খ্ৰীষ্টাব্দত গুৱাহাটীৰ উপায়ুক্তৰ কাৰ্যালয়ত কেৰাণী কামত সোমায়, ১৯১৭ খ্ৰীষ্টাব্দৰ চাৰি জুলাইত নলবাৰী গৰ্ডন স্কুলত শিক্ষক পদত যোগ দিয়ে, ১৯৫০ খ্ৰীষ্টাব্দলৈকে সেই পদত থাকি অৱসৰ লয়।

অসমীয়া, ইংৰাজীৰ উপৰিও বাংলা আৰু হিন্দী ভাষাতো তেওঁৰ দখল আছিল।

তেওঁৰ অসমীয়া ভাষালৈ অনূদিত নাটক ঃ 'ৰণচণ্ডী'। মৌলিক নাটক ঃ 'উষা', 'মায়ামন্ত'। সমাজিক নাটক 'সংসাৰ চিত্ৰ'। সেই সময়ত এই নাটকসমূহ ইমান জনপ্ৰিয় হৈছিল যে পিপলিবাৰী নাট্য সমিতিৰ উপৰিও বৰখালা, কৈঠালকুছি, ধুৰকুছি, হালৌগাঁও, লাওপাৰা, পচৰীয়া আদিৰ বিভিন্ন যাত্ৰাদলে প্ৰায় পঞ্চম দশকলৈকে এই নাটকবোৰ অভিনয় কৰিছিল। নাটকত অমিত্ৰাক্ষৰ ছন্দ, মিত্ৰাক্ষৰ ছন্দ আৰু গদ্য এই তিনিবিধ সংলাপৰ প্ৰয়োগ দেখা যায়।

**ধৰ্মকান্ত গোহাঁই**

জন্ম-মৃত্যু, বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নহ'ল। জন্মস্থান তিনিচুকীয়া জিলাৰ ডুমডুমা। স্কুলীয়া অৱস্থাৰে পৰা বিভিন্ন কাকত-আলোচনীৰ জৰিয়তে সাহিত্য-চৰ্চা কৰে। প্ৰকাশিত গ্ৰন্থৰাজিৰ ভিতৰত—'লাচিত বৰফুকন', 'ফাঁচীৰ হুকুম', 'নাগৰিক জীৱন' ইত্যাদি উল্লেখযোগ্য।

**ধৰ্মলতা বৰুৱা (জন্ম-১৮৯৫ খ্ৰীঃ, মৃত্যু ঃ ১৯৮১ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড়ৰ আমোলাপট্টি। পিতৃৰ নাম মাণিকচন্দ্ৰ দত্ত আৰু মাতৃৰ নাম তিলোত্তমা দত্ত। বৃত্তি পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হয় যদিও

সুবিধাৰ অভাৱত উচ্চ শিক্ষা লোৱাৰ পৰা বঞ্চিত হয়। পোন্ধৰ বছৰ বয়সত ৰূপৰাম বৰুৱাৰ সৈতে বিবাহপাশত আবদ্ধ হয়। কবি হিচাপে তেওঁ পৰিচিত। বিশেষকৈ খুহুটীয়া কবিতা ৰচনা কৰিছে। লেখিকাৰ কবিতাৰ মূল লক্ষ্য আছিল সমাজ সংস্কাৰ।

**ধৰ্মেশ্বৰ ডেকা (জন্ম-১৯১৬, মৃত্যু ঃ ২৯ জানুৱাৰী, ১৯৮৭ খ্ৰী.)**

জন্মস্থান সৰ্থেবাৰী। প্ৰাথমিক শিক্ষা লাভ কৰে সৰ্থেবাৰীত। ১৯৩৮ খ্ৰীষ্টাব্দত সংস্কৃতত লেটাৰসহ প্ৰথম বিভাগত প্ৰৱেশিকা পাছ কৰি সৰ্থেবাৰী আৰু শোলমাৰা হাইস্কুলত শিক্ষকতা কৰে। বি. এ. আৰু ই. টি. অগাপিছাকৈ পাছ কৰে প্ৰাইভেটকৈ। পিছলৈ বনগাঁও হাইস্কুলৰ প্ৰধান শিক্ষক হয়।

ৰচিত গ্ৰন্থৰ ভিতৰত ছখন কাব্যগ্ৰন্থ, এখন উপন্যাস (সপোন কুঁৱৰী), এখন প্ৰবন্ধ আৰু এখন সাধু। 'কঁহাৰৰ অৱদান' নামৰ এখন নাটক ১৯৫৮ খ্ৰীষ্টাব্দত অনাতাঁৰ কেন্দ্ৰযোগে প্ৰচাৰ হয়।

**ধৰ্মেশ্বৰী দেৱী বৰুৱানী (জন্ম ঃ ১৮৯২, মৃত্যু ঃ ৯ মাৰ্চ, ১৯৬০ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ গুৱাহাটীৰ পঞ্চৱতী আশ্ৰম। পিতৃৰ নাম যজ্ঞেশ্বৰ দেৱ শৰ্মা, মাতৃৰ নাম ৰত্নাপ্ৰিয়া দেৱী। পিতৃৰ উৎসাহ আৰু অনুপ্ৰেৰণাত সাহিত্য, দৰ্শন আদিৰ ঘৰুৱা শিক্ষা লাভ কৰে।

বাৰ বছৰ বয়সত গুৱাহাটীৰ দুৰ্গানাথ বৰুৱাৰ সৈতে বিবাহপাশত আৱদ্ধ হয়। বিয়াৰ পিছতে দুৰাৰোগ্য ৰোগত আক্ৰান্ত হয়। 'বাঁহী', 'আলোচনী', 'অৰুণ' আদি কাকতৰ যোগেদি কাব্য-চৰ্চাৰ পাতনি মেলে। কবিতাসমূহ প্ৰশস্তিসূচক, শ্ৰুতিমধুৰ আৰু আধ্যাত্মিক ভাৱেৰে সম্পৃক্ত।

১৯৫৬ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাই 'কাব্য ভাৰতী' উপাধি প্ৰদান কৰে আৰু অসম চৰকাৰৰ পৰা সাহিত্যিক পেঞ্চন লাভ কৰে। কবিতাপুথি—'ফুলৰ শৰাই' (১৯২৯), 'প্ৰাণৰ পৰশ' (১৯৫২), 'জীৱনীতৰী' (১৯৬৩)। তেওঁৰ মৃত্যুৰ পাছত প্ৰকাশিত গ্ৰন্থ দুখন হ'ল—





'অশ্ৰুধাৰা' আৰু 'জীৱন ধাৰা' (১৯৬৪)।

**ধৰণীধৰ ডেকা (জন্ম ঃ ১৯১৩ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ সৰুক্ষেত্ৰী। প্ৰকাশিত একমাত্ৰ পুথি—'মানৰ দিন'।

**ধীৰেন্দ্ৰনাথ দত্ত (জন্ম ঃ ১৯১২, মৃত্যু ঃ ২২ অক্টোবৰ, ১৯৭২ খ্ৰী.)**

জন্মস্থান গোলাঘাট জিলাৰ কৰুণাটিং চাহ বাগিচা। প্ৰাথমিক শিক্ষা লাভ কৰে কুৱালগুৰিত। প্ৰগতিশীল চিন্তাধাৰাৰ লেখক। অসমীয়া সাহিত্যত কবি হিচাপে পৰিচিত। অসমীয়া, হিন্দী, ইংৰাজী, বাংলা ভাষাত বুৎপত্তি আছিল অপৰিসীম। ভাৰতৰ স্বাধীনতা আন্দোলনৰ মাৰ্ক্সীয় ভাৱাদৰ্শৰে উজ্জীৱিত এগৰাকী সাম্যবাদী নেতা আছিল। কবিৰ প্ৰখ্যাত 'কাঠমিস্ত্ৰীৰ ঘৰ' কবিতাটি অসমীয়া সাহিত্যলৈ উল্লেখনীয় অৱদান।

**ধীজেন্দ্ৰ নাৰায়ণ দাস (জন্ম ঃ ১৯০৪ খ্ৰী.)**

জন্মস্থান গোৱালপাৰা জিলাৰ দলগোমা। বৃত্তিত শিক্ষক আছিল। তেওঁৰ প্ৰকাশিত পুথি—'আদৰ্শ জীৱনী', 'বিচিত্ৰ জ্ঞান' আৰু 'আমাৰ আৰ্থিক অৱস্থাৰ আভাস বা ধনী হোৱাৰ উপায়'।

# ন

**নকুলচন্দ্ৰ ভূঞা (জন্ম ঃ ১৮৯৫, মৃত্যু ঃ ১৬ জানুৱাৰী, ১৯৬৮ খ্ৰী.)**

জন্মস্থান চাৰিং। যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰে। উচ্চ শিক্ষা গ্ৰহণ কৰে কলিকতাত। প্ৰথমে কেইবছৰমান ডিব্ৰুগড় আৰু তেজপুৰত (১৯২৪ খ্ৰীষ্টাব্দলৈকে) চৰকাৰী চাকৰি কৰে। পাছত যোৰহাটৰ চাহ কোম্পানীৰ অধীনত চাহ বাগিচাৰ চাকৰিত নিযুক্তি পায়। পিছলৈ পদোন্নতি লাভ কৰি 'ছিনিয়ৰ মেনেজাৰ' হয়। ১৯৫৪ খ্ৰীষ্টাব্দত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে।

একাধাৰে বুৰঞ্জীবিদ, নাট্যকাৰ আৰু গল্পলেখক। বুৰঞ্জীমূলক গ্ৰন্থ 'বাৰভূঞা' প্ৰকাশ হয় ১৯১৬ খ্ৰীষ্টাব্দত। এই পুথিখনকে পৰিবৰ্দ্ধিত আকাৰত 'বাৰভূঞাৰ চমু বুৰঞ্জী' শিৰোনামেৰে প্ৰকাশ কৰা হয়। ৰচিত নাটক ঃ 'বদন বৰফুকন' (১৯২৭), 'চন্দ্ৰকান্ত সিংহ' (১৯৩১), 'বিদ্ৰোহী মৰাণ' (১৯৩৮), 'নুমলী কুঁৱৰী' (১৯৬০) আৰু ' শাহু আই'। গল্প ঃ 'চোৰাংচোৱাৰ চ'ৰা' (১৯১৮), 'জোনোৱালী' (১৯৩৩) আৰু 'গল্পৰ শৰাই' (১৯৬২)। বিহুগীতৰ সংগ্ৰহ ঃ 'বহাগী' (১৯২৩)। ৰাধাকান্ত সন্দিকৈৰ জীৱনৰ ভিত্তিত ৰচনা কৰা 'ৰাধাকান্ত সন্দিকৈ' (১৯৬১) আৰু 'চাহ বাগিচাৰ বনুৱা' (১৯৬০) দুখন উল্লেখযোগ্য গ্ৰন্থ। শিশু পুথি ঃ 'সোণহঁতৰ ভীষ্ম' আৰু 'আমাৰ পাঠ'।

অসম সাহিত্য সভাৰ সৈতে তেওঁ ওতপ্ৰোতভাৱে জড়িত আছিল। ১৯৬৭ খ্ৰীষ্টাব্দত ডিব্ৰুগড়ত বহা অধিৱেশনত সভাপতিৰ আসন শুৱনি কৰে।

**নগেন্দ্ৰনাৰায়ণ চৌধুৰী (জন্ম ঃ ১৮৮১, মৃত্যু ঃ ১৯৪৭ খ্ৰী.)**

জন্মস্থান গোৱালপাৰা জিলাৰ অন্তৰ্গত মেছপাৰা। জমিদাৰ





পৰিয়ালৰ সন্তান। পিতৃৰ নাম খগেন্দ্ৰনাৰায়ণ চৌধুৰী, মাতৃৰ নাম সাৰদাপ্ৰিয়া দেৱী। শিক্ষা জীৱন লক্ষীমপুৰত আৰম্ভ কৰি ধুবুৰী আৰু গোৱালাপাৰা উচ্চ বিদ্যালয়ত হাইস্কুলীয়া শিক্ষা গ্ৰহণ কৰে। কিন্তু সেই সময়ত গোৱালপাৰা, ধুবুৰী আদি ঠাইত বাংলা ভাষা প্ৰচলন আছিল বাবে তেওঁ কেইবাজনো ছাত্ৰৰ লগ লাগি বাংলা ভাষা বৰ্জন কৰি অসমীয়া ভাষাৰ পাঠ গ্ৰহণ কৰে। এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰি দেওঘৰ, গয়া, ঢাকা, কলিকতা আদিত থাকি নানা ধৰণৰ বিদ্যা আহৰণ কৰে। সেইবোৰৰ ভিতৰত ইন্দ্ৰজাল বিদ্যা, বাদ্য সংগীত, উচ্চাংগ সংগীত, নৃত্য আদি প্ৰধান। তেওঁ আৱাহন (১৯২৯) কাকতৰ জন্মদাতা। ১৯৩১ খ্ৰীষ্টাব্দত শিৱসাগৰত অনুষ্ঠিত ত্ৰয়োদশ অসম সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনখনিৰ সভাপতিৰ আসন অলংকৃত কৰে। এই সভাতেই চৌধুৰীদেৱে লক্ষ্মীনাথ বেজবৰুৱাক 'ৰসৰাজ' উপাধিৰে বিভূষিত কৰে।

ৰচিত গ্ৰন্থ—'দাংগায় আত্মৰক্ষা' (ব্যায়াম বিষয়ক)। এই গ্ৰন্থৰ বাহিৰেও তথ্যসমৃদ্ধ অনেক গল্প-প্ৰবন্ধ, ভ্ৰমণ কাহিনী আদি ৰচনা কৰিছে।

**নজৰ আলি পণ্ডিত (জন্ম ঃ ১৮৭৯ খ্ৰী.)**

জন্মস্থান দৰং। ৰচনা কৰা আত্মজীৱনীমূলক গ্ৰন্থ—'মোৰ জীৱনৰ কিছু কথা'। এইখন দৰঙী লোক-সংস্কৃতি তথা তদানীন্তন সমাজৰ দলিল স্বৰূপ।

**নন্দনাথ গোস্বামী**

জন্মস্থান যোৰহাট। প্ৰাথমিক শিক্ষা লাভ কৰে যোৰহাট প্ৰাইমাৰী বিদ্যালয়ত। সংবাদ জগতৰ এজন পুৰোধা ব্যক্তি। ১৯৩৫ খ্ৰীষ্টাব্দৰ ১২ আগষ্ট তাৰিখে প্ৰকাশ পোৱা অসমৰ প্ৰথমখন বাতৰি কাকত (দৈনিক) 'দৈনিক বাতৰি'ৰ পৰিচালনা সমিতিৰ এজন সন্মানীয় সদস্য আছিল। বাতৰি কাকতখনৰ লগত জড়িত থাকি ভিন্ ভিন্ বিষয়ৰ প্ৰবন্ধ ৰচনা কৰে। উল্লেখ্য নন্দনাথ গোস্বামীয়ে পণ্ডিত নেহৰুৰ আত্মজীৱনীৰ এছোৱা অনুবাদ কৰি প্ৰকাশ কৰে।

**নন্দেশ্বৰ চক্ৰৱৰ্তী (জন্ম ঃ ৮ ডিচেম্বৰ, ১৮৮৫ খ্ৰী.·, মৃত্যু ঃ ১৫ নবেম্বৰ, ১৯৬৮ খ্ৰী.)**

একাধাৰে লেখক, প্ৰকাশক আৰু গ্ৰন্থ বিক্ৰেতা হিচাপে পৰিচিত। আগশাৰীৰ বহুকেইজন লেখকৰ মূল্যৱান গ্ৰন্থ প্ৰকাশ কৰিছে। প্ৰকাশন গোষ্ঠীকেইটাৰ নাম ক্ৰমে এজেন্সী কোম্পানী, গৌৰীশংকৰ যন্ত্ৰ আৰু সদাশিৱ প্ৰেছ। তেওঁ ডিব্ৰুগড়ৰ অনাৰেৰি মেজিষ্ট্ৰেটৰূপে কাৰ্যনিৰ্বাহ কৰে। ৰচনাসমব হ'ল ঃ 'কবিতা পাঠ' (১৯০৫), 'ক-খ কিতাপ', 'অসমীয়া ল'ৰাৰ ধাৰাপাত' (পাঠ্যপুথি), 'নিত্য কৃত্য দৰ্পণ', 'কাৰ্য প্ৰকাশ', 'নিদান সাৰ সংগ্ৰহ', 'বিয়ানাম' আৰু 'স্বপ্নফল'।

**প্ৰয়াত নন্দেশ্বৰ শইকীয়া (জন্ম ঃ ১৯১৮ খ্ৰী.)**

জন্মস্থান লক্ষীমপুৰ জিলাৰ পাণবাৰী। কৰ্মসূত্ৰে ব্যৱসায়ী। প্ৰকাশিত পুথি—'কৰ্ণপৰ্ব' (নাটক), 'জৱাহৰলাল নেহৰু' (জীৱনী গ্ৰন্থ), 'গণতন্ত্ৰ' (উপন্যাস) আৰু 'ভক্ত প্ৰহ্লাদ'।

**নবীনচন্দ্ৰ বৰদলৈ (জন্ম ঃ ১৬ ফেব্ৰুৱাৰী, ১৮৩৬, মৃত্যু ঃ ৪ ফেব্ৰুৱাৰী, ১৯৩৬ খ্ৰী.)**

জন্মস্থান উত্তৰ গুৱাহাটী। নিৰ্ভীক, দেশপ্ৰেমিক, যশস্বী বক্তা, বিচক্ষণ ৰাজনীতিজ্ঞ, স্বাধীনতা সংগ্ৰামী আৰু আগশাৰীৰ যোদ্ধা আছিল। কৰ্মবীৰ উপাধিৰে বিভূষিত। পত্নীৰ নাম হেমন্তকুমাৰী দেৱী। অসমৰ প্ৰখ্যাত কবি পদ্মশ্ৰী নলিনীবালা দেৱীৰ পিতৃ। জ্যোতিৰত্ন আদ্যনাথ ভট্টাচাৰ্যই ৰচনা কৰা 'নবীনচন্দ্ৰ বৰদলৈ সোঁৱৰণী' 'আৱাহন'ৰ সপ্তম বছৰ পঞ্চম সংখ্যাত প্ৰকাশিত হৈছে।

তেজপুৰ আৰু ডিব্ৰুগড়ত প্ৰথমিক শিক্ষা আৰম্ভ কৰি কলিকতাৰ ছেইণ্ট জেভিয়াৰ্ছ কলেজৰ পৰা এফ. এ. আৰু প্ৰেছিডেন্সি কলেজৰ পৰা বি. এ. পাছ কৰে। প্ৰেছিডেন্সি কলেজতে এম. এ. আৰু বি. এল. পঢ়ে। বক্তা আৰু লেখক হিচাপে পৰিচিত বৰদলৈয়ে 'জোনাকী', 'বিজুলী',





'ঊষা', 'বাঁহী', 'আলোচনী', 'আসাম বান্ধৱ' আদি আলোচনীত প্ৰবন্ধ, গীত, ধৰ্মগ্ৰন্থ আদি ৰচনা কৰে। পোনতে কলিকতা, পিছলৈ গুৱাহাটীত ওকালতি কৰে। 'শ্যাম বৰণীয়া অসম আই ধুনীয়া', 'ডেকা গাভৰুৰ দল' আদি তেওঁৰ প্ৰখ্যাত গীত।

গৃহলক্ষ্মী (১৯১১), 'কৃষ্ণলীলা' (১৯৩৩) নবীনচন্দ্ৰ বৰদলৈ ৰচিত দুখন বিখ্যাত নাটক। 'গৃহলক্ষ্মী' গহীন সামাজিক নাটক। শ্বেক্সপীয়েৰৰ কেইবাখনো নাটক অসমীয়া ভাষালৈ অনুবাদ কৰিছে। সেইকেইখন হ'ল—'তৰুণ কাঞ্চন' (Troilus and Cressida), 'বিষাদ কাহিনী' (King lear), 'দন্দুৰী দমন' (Taming of the Shrew), 'ভ্ৰান্তি বিনোদ' (As you like it)। উক্ত নাটকেইখনৰ ভিতৰত 'তৰুণ কাঞ্চন' প্ৰকাশিত। বাকীকেইখন অপ্ৰকাশিত।

উপন্যাস ঃ 'প্ৰশান্ত শান্তি'। জীৱনী গ্ৰন্থ ঃ 'অনিতা গেৰিবল্ডি'। চেতনা', 'মিলন', 'বাঁহী', 'আৱাহন' আদিত গল্প, প্ৰবন্ধ প্ৰকাশ হৈছে।

**(১) নবীনচন্দ্ৰ ভট্টাচাৰ্য (জন্ম ঃ ১৮৭৫ খ্ৰী. )**

জন্মস্থান নলবাৰী জিলাৰ আঠঘৰীয়া। উপন্যাসৰ যোগেদি সাহিত্য-চৰ্চা কৰে। প্ৰকাশিত উপন্যাস ঃ 'চন্দ্ৰপ্ৰভা'।

**(২) নবীনচন্দ্ৰ ভট্টাচাৰ্য (জন্ম ঃ ২৮ মাৰ্চ, ১৯০৬ খ্ৰী. ·, মৃত্যু ঃ ৭ চেপ্তেম্বৰ, ১৯৭৩ খ্ৰী.)**

জন্মস্থান বিশ্বনাথ চাৰিআলিৰ ওচৰৰ ভীৰগাঁও। পিতৃৰ নাম কালীনাথ ভট্টাচাৰ্য, মাতৃ পাহিতা দেৱী।

বিশ্বনাথ চাৰিআলিত প্ৰাথমিক শিক্ষা গ্ৰহণ কৰে। অৰ্থৰ অভাৱত কিছু বছৰ ঘৰতে থাকি পিছত পুনৰ পঢ়া আৰম্ভ কৰে। ১৯২৫ খ্ৰীষ্টাব্দত কলিকতালৈ যায়। তাৰ পৰাই অট'মোবাইল ইঞ্জিনীয়াৰিঙৰ ডিপ্লোমা সহকাৰে উভতি আহি চাহ বাগিছাৰ চাকৰিত নিযুক্তি পায়।

স্বাধীনতা আন্দোলনৰ এজন নিৰ্ভীক যুঁজাৰু আছিল। সমাজ আৰু

দেশৰ বাবে কাম কৰি কেইবাবাৰো কাৰাবাস খাটে। বিশ্বনাথ চাৰিআলিৰ বিশ্বনাথ কলেজৰ প্ৰখ্যাত প্ৰতিষ্ঠাতাসকলৰ অন্যতম।

ভালেসংখ্যক প্ৰবন্ধ, গীত-মাত আদি ৰচনা কৰিছে।

**নবীনচন্দ্ৰ শৰ্মা (জন্ম ঃ ১৭ নবেম্বৰ, ১৯০০ খ্ৰী.·, মৃত্যু ঃ ৭ আগষ্ট, ১৯৭৪ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ গুৱাহাটী। পিতৃৰ নাম চন্দ্ৰনাথ শৰ্মা। স্কুলীয়া শিক্ষা লাভ কৰে কটন কলেজিয়েট হাইস্কুলত। কৰ্মজীৱনৰ পাতনি মেলে গুৱাহাটী কটন কলেজত।

একাধাৰে লেখক, খেলুৱৈ আৰু অভিনেতা আছিল। প্ৰকাশিত গ্ৰন্থ— 'শাৰীৰিক শিক্ষাৰ হাতপুথি' আৰু 'শিশু শিক্ষা প্ৰণালী'।

**নলিনীবালা দেৱী (জন্ম ঃ ২৩ মাৰ্চ, ১৮৯৮ খ্ৰী.·, মৃত্যু ঃ ২৪ ডিচেম্বৰ, ১৯৭৭ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলা। পিতৃৰ নাম কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, মাতৃৰ নাম হেমন্ত কুমাৰী। পিতৃৰ অনুপ্ৰেৰণাত অসমীয়া, ইংৰাজী, সংস্কৃত, বুৰঞ্জী আদি বিষয়ত জ্ঞান আহৰণ কৰে। ১৯০৯ খ্ৰীষ্টাব্দত ১২ বছৰ বয়সত বিবাহপাশত আৱদ্ধ হয়। ১৯১৭ খ্ৰীষ্টাব্দত স্বামীক হেৰুৱায়। কম বয়সতে বৈধব্য জীৱন কটাবলগীয়া হোৱাৰ বাবে আধ্যাত্মিক চিন্তা-চেতনাৰে ব্যক্তিগত দুখ বেদনা সকলো পাহৰিবলৈ চেষ্টা কৰে। গীতা, উপনিষদ আৰু কবিগুৰু ৰবীন্দ্ৰনাথৰ ভাৱ দৰ্শনে কবিক জীয়াই থকাৰ প্ৰেৰণা দিয়ে। ধৈৰ্য আৰু সহনশীলতাৰ মন্ত্ৰ শিকে ভাৰতীয় দৰ্শনৰ পৰা।

তেওঁ বিভিন্ন সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত আছিল। ১৯৪৫ খ্ৰীষ্টাব্দত সৰ্বভাৰতীয় শিশু মেলাৰ সভানেত্ৰী হিচাপে কাৰ্যনিৰ্বাহ কৰে। সাহিত্য অকাডেমিৰ এগৰাকী সন্মানীয় সদস্যা আছিল। অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ অধিৱেশন (যোৰহাট, ১৯৫৪) আৰু ১৯৬৪ খ্ৰীষ্টাব্দৰ সৰ্বভাৰতীয় কবি সন্মিলনৰ সভানেত্ৰী আছিল। অসম সাহিত্য





সভাৰ ১৯৬০ আৰু ১৯৬৯ খ্ৰীষ্টাব্দত ক্ৰমে পলাশবাৰী আৰু বৰপেটাত অনুষ্ঠিত কবি সন্মিলনৰ সভানেত্ৰীৰ পদ শুৱনি কৰে। নলবাৰী সংস্কৃত সঞ্জীৱনী সভাই 'কাব্য ভাৰতী' উপাধি আৰু ভাৰত চৰকাৰে ১৯৫৮ খ্ৰীষ্টাব্দত 'পদ্মশ্ৰী' উপাধিৰে সন্মানিত কৰে । বিশ্ব হিন্দী সন্মিলনেও বিশেষ সন্মান আগবঢ়ায়। ১৯৬৮ খ্ৰীষ্টাব্দত 'অলকানন্দা' কাব্যগ্ৰন্থৰ বাবে সাহিত্য অকাডেমি বঁটা লাভ কৰে।

অসমীয়া সাহিত্যলৈ অৱদান ঃ'সন্ধিয়াৰ সুৰ' (১৯২৮), 'সপোনৰ সুৰ' (১৯৪৮), 'পৰশমণি' (১৯৫৭), 'যুগদেৱতা' (১৯৫৮), 'জাগৃতি' (১৯৫২),'অলকানন্দা (১৯৬৪), 'অন্তিমৰ সুৰ' (১৯৭৭), 'এৰি অহা দিনবোৰ' (১৯৭৬), 'শান্তিপথ' (১৯৭১), 'স্মৃতি তীৰ্থ' (১৯৪০), 'বিশ্বদীপা' (১৯৬১), 'চৰ্দাৰ বল্লভভাই পেটেল' (১৯৬৬), 'মীৰাবাঈ' (১৯৬৮), 'প্ৰহ্লাদ' (১৯৫৮), 'শেষ পূজা' (১৯৫৮), 'পাৰিজাত অভিষেক' (১৯৬৮) ইত্যাদি। গীতিকাৰ হিচাপেও সুপ্ৰসিদ্ধ।

**নলিনীকান্ত বৰুৱা**

জন্ম-মৃত্যু সম্পৰ্কে বিশেষ তথ্য পোৱা নাই। অসমীয়া সাহিত্যৰ এগৰাকী অনুবাদক আৰু গল্পকাৰ। কম সংখ্যক গল্পৰে অসমীয়া সাহিত্যত সুনাম অৰ্জন কৰিবলৈ সক্ষম হৈছে। আনটোলা ফ্ৰাঁচৰ 'থেইজ' আৰু 'অল কোৱায়েট ইন দা ওৱেষ্টাৰ্ন ফ্ৰণ্ট' নামৰ অনুবাদ গ্ৰন্থ দুখন 'আৱাহন'ত ছোৱা ছোৱাকৈ প্ৰকাশ হৈছিল। লেককে এৰিখ মেৰিয়া ৰেমাৰ্কৰ All quit on the Western front উপন্যাস 'পশ্চিম সীমান্তত পূৰ্ণ শান্তি' নামেৰে ভাঙনি কৰিছে।

**নাৰায়ণচন্দ্ৰ মহন্ত (জন্ম ঃ ১৯০৫ খ্ৰী.)**

জন্মস্থান কলিয়াবৰ। নগাঁও গভৰ্ণমেণ্ট হাইস্কুলৰ শিক্ষক আছিল।

বৈষ্ণৱ সাহিত্যৰ প্ৰতি বিশেষভাৱে অনুৰাগী আছিল। 'জয়ন্তী', 'ধৰ্ম প্ৰদীপ', 'নামধৰ্ম', 'উদয়' আদি আলোচনীত ধৰ্ম বিষয়ক আৰু

শংকৰী-সংস্কৃতি সম্বন্ধীয় প্ৰবন্ধাদি ৰচনা কৰিছে। ছাত্ৰাৱস্থাত নগাঁও গভৰ্ণমেণ্ট হাইস্কুলৰ আলোচনী 'উদয়' সম্পাদনা কৰিছে। প্ৰকাশিত পুথি—'ৰাসতত্ত্ব' আৰু 'অসম সত্ৰ সংঘৰ জন্ম কাহিনী'। 'গুৰু-শিষ্য সংবাদ', 'যুগধৰ্ম', 'মহাপুৰুষীয়া ধৰ্মৰ ক্ৰমিক ধাৰা', 'নিজ সত্ৰৰ বুৰঞ্জী' আদিকে ধৰি কেবাখনো গ্ৰন্থ অপ্ৰকাশিত অৱস্থাত আছে।

**নিকুঞ্জলতা চলিহা (জন্ম ঃ ১৮৭৭খ্ৰী. ়, মৃত্যু ঃ ৮ জানুৱাৰী, ১৯৪৮ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ জিলা। পিতৃৰ নাম দামোদৰ বৰুৱা আৰু মাতৃৰ নাম লম্বিতা বৰুৱা। এগৰাকী সাহিত্যানুৰাগী। প্ৰকাশিত পুথি ঃ 'স্তুতিমালা'। গ্ৰন্থখনত মুঠ সাতচল্লিশটা স্তুতিগীত সন্নিৱিষ্ট হৈছে।

**নিৰ্মলা বৰা (জন্ম ঃ ১৯২০ খ্ৰী.)**

ৰহাৰ বাসিন্দা। ৰহা বুনিয়াদী শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰৰ শিক্ষয়িত্ৰী আছিল। ৰচনা সম্ভাৰ ঃ 'দক্ষিণয়ান', 'শিশু মনৰ বিচিত্ৰতা', 'শান্তিদূত', 'বুনিয়াদী ৰাষ্ট্ৰীয় শিক্ষা', 'বাপুৰ আশীৰ্বাদ'। (মৌলিক আৰু অনূদিত পুথি।)

**নিহাৰবালা বৰুৱা (জন্ম ঃ ১৯০৫ খ্ৰী.)**

জন্মস্থান গোৱালপাৰা। পিতৃ গৌৰীপুৰৰ জমিদাৰ প্ৰভাতচন্দ্ৰ বৰুৱা আৰু মাতৃ সৰোজবালা বৰুৱা।

প্ৰাথমিক শিক্ষা স্থানীয় বিদ্যালয়তে আৰম্ভ কৰি পৰৱৰ্তী সময়ত কলিকতাৰ পৰা অহা ঘৰুৱা শিক্ষকৰ সহযোগত উপযুক্ত শিক্ষা লাভ কৰে।

নৃত্য পটিয়সীৰূপে পৰিচিত। গোৱালপৰীয়া নৃত্য গীতক জনপ্ৰিয় কৰি তোলাত অগ্ৰণী ভূমিকা পালন কৰিছিল। বাংলা ভাষাত প্ৰবন্ধ-পাতি ৰচনা কৰে। বাংলা ভাষাত 'প্ৰান্তবাসীৰ ঝুলি' নামৰ পুথি এখনো ৰচনা কৰিছে।





**নীলমণি ফুকন (জন্ম ঃ ২২ জুন, ১৮৮০ খ্ৰী. ়, মৃত্যু ঃ ২১ জানুৱাৰী, ১৯৭৮ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড় জিলা। পিতৃৰ নাম লম্বোদৰ ফুকন আৰু মাতৃ চন্দ্ৰাৱলী দেৱী। কটন কলেজৰ পৰা এফ. এ. আৰু ভিক্টোৰিয়া কলেজৰ পৰা উচ্চ শিক্ষা লাভ। ডিব্ৰুগড় জৰ্জ স্কুলৰ শিক্ষক হিচাপে কৰ্ম জীৱনৰ আৰম্ভণি কৰে। 'ককা' আৰু 'বাগ্মীবৰ' নামেৰে তেওঁ জনাজাত। ১৯২১ খ্ৰীষ্টাব্দত অসম কাউন্সিল আৰু অসম বিধান সভাৰ (১৯৪৮-৫৭, দুটা বৰ্ষ) সদস্য হিচাপে নিৰ্বাচিত হয়। অসম সাহিত্য সভাৰ বিংশ (শিৱসাগৰ, ১৯৪৪) আৰু একবিংশ অধিৱেশনত (ডিব্ৰুগড়, ১৯৪৭) সভাপতিত্ব কৰে। ১৯৭২ খ্ৰীষ্টাব্দত সাহিত্য অকাডেমিৰ ফেলোশ্বিপ লাভ কৰে। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ে ডি. লিট আৰু ভাৰত চৰকাৰে পদ্মশ্ৰী উপাধি প্ৰদান কৰিছিল।

একাধাৰে কবি, সাহিত্যিক আৰু ৰাজনীতিবিদ। ১৯১৮ খ্ৰীষ্টাব্দত প্ৰকাশিত মাহেকীয়া আলোচনী 'আলোচনী' সম্পাদনা কৰে। ৰচিত গ্ৰন্থ— 'জ্যোতিকণা' (১৯৩৮), 'মানসী' (১৯৪৩), 'গুটিমালি', 'জিঞ্জিৰি' (১৯৫১), 'অমিত্ৰা' (১৯৫২), 'সন্ধানী' (১৯৫৩), 'আহুতি' (১৯৬১), 'শতধাৰা' (১৯৬২), 'মৰ্মবাণী' (১৯৬৩), 'মৰা ডালত কুঁহিপাত' (১৯৬৫), 'মানস প্ৰতিমা' (১৯৭১), 'সাহিত্য কলা' (১৯৪০), 'জয়াতীৰ্থ' (১৯৪১), 'চিন্তামণি' (১৯৪২), 'মহাপুৰুষীয়া ধৰ্ম' ইত্যাদি।

# প

**পজিৰুদ্দিন আহমদ (জন্ম ঃ ১৯৪৯-৫০, আনুমানিক, খ্ৰী.)**

জন্মস্থান তথা শিক্ষাজীৱন সম্পৰ্কে বিশেষ জনা নাযায়। অসহযোগ আন্দোলনৰ এজন সক্ৰিয় কৰ্মী আছিল। আন্দোলনত জড়িত হোৱাৰ বাবে কাৰাবাস খাটে। পত্নী বিয়োগৰ পিছত যোৰহাটৰ পৰা উঠি গৈ উজনি অসমত থাকিবলৈ লয়। কৰ্ম আৰু শ্ৰমৰ সাধনাৰে পাছলৈ সমাজৰ এজন চহকী লোকৰূপে পৰিগণিত হয়।

'বাঁহী'ত খুহুটীয়া গল্প আৰু কবিতা ৰচনা কৰিছে। একাধাৰে সংগীতজ্ঞ, গায়ক আৰু অভিনেতা। ৰচিত নাটক—'গুলেনাৰ' (১৯২৪) আৰু 'সিন্ধু বিজয়' (১৯২৮)। 'গুলেনাৰ'ত বুৰঞ্জী প্ৰসিদ্ধ আনাৰকলিৰ ঘটনা আৰু 'সিন্ধু বিজয়'ত মহম্মদ বিন কাচিমৰ নেতৃত্বত হোৱা সিন্ধুদেশ আক্ৰমণৰ ঘটনা সন্নিৱিষ্ট কৰা হৈছে। 'গুলেনাৰ' হ'ল সৰ্বভাৰতীয় পটভূমিত ৰচিত দ্বিতীয় অসমীয়া মৌলিক নাট।

**পদ্মকুমাৰী বৰগোহাঁই (জন্ম ঃ ১৯১৩ খ্ৰী., মৃত্যু ঃ ১৯৮৭ খ্ৰী.)**

জন্মস্থান শ্বিলং। বিভিন্ন সামাজিক সাংস্কৃতিক অনুষ্ঠানৰ সৈতে জড়িত আছিল। তেওঁৰ প্ৰকাশিত পুথিসমূহ হ'ল—'মাজুলী' (গল্প, ১৯৩৪), 'হিন্দু নাৰী' (কবিতা, ১৯৫২), 'ঘৰৰ লখিমী' (কবিতা), 'মনোৰমা' (গল্প), 'ৰুণজুনৰ সপোন' (শিশু সাহিত্য)।

**পদ্মধৰ চলিহা (জন্ম ঃ ১৮৯৫ খ্ৰী. ·, মৃত্যু ঃ ১২ জুন, ১৯৬৯ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ জিলাৰ আমোলাপট্টি। পিতৃৰ নাম ৰায়বাহাদুৰ ফণীধৰ চলিহা, মাতৃৰ নাম গুণলতা চলিহানী। স্কুলীয়া শিক্ষা আহৰণ কৰে শিৱসাগৰত। তাৰ পিছত যথাক্ৰমে কলিকতাৰ প্ৰেছিডেন্সী কলেজৰ





পৰা ইংৰাজী বিষয়ত সন্মান সহকাৰে বি. এ., কটন কলেজৰ পৰা এম. এ. আৰু আৰ্ল ল' কলেজৰ পৰা ১৯১২ খ্ৰীষ্টাব্দত বি. এল. পাছ কৰে। শিৱসাগৰতে তেওঁ ওকালতি জীৱন আৰম্ভ কৰে।

১৯৪৭ খ্ৰীষ্টাব্দত চলিহাৰ আশাশুধীয়া প্ৰচেষ্টাৰ ফলত জয়সাগৰত 'জয়সাগৰ কলেজ'ৰ জন্ম হয়। সেই কলেজত তেওঁ অধ্যক্ষৰূপে কাৰ্যনিৰ্বাহ কৰে। উল্লেখ্য পদ্মধৰ চলিহাৰ নেতৃত্বতে জয়সাগৰ কলেজে উজনি অসমৰ ছাত্ৰ-ছাত্ৰীৰ শৈক্ষিক জীৱনত এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে।

ৰচিত গ্ৰন্থসমূহ হ'ল—'ফুলনী' (১৯১৫), 'নিমন্ত্ৰণ' (১৯১৭), 'অমৰলীলা' (১৯২০, অনুবাদ), 'কেনে মজা' (১৯২০), 'স্বৰাজ সংগীত' (১৯২১), 'গীতি লহৰী' (১৯২৩), 'শৰাই' (১৯২৮), 'মহাবীৰ লাচিত বৰফুকন', 'সাহিত্যৰথী অসমৰ' (১৯৫৩), 'ৰংপুৰে কথা কয়', অসমীয়া সাহিত্য আৰু ৰংপুৰৰ বৰঙনি' (১৯৫৬), 'জীৱন বীণৰ সুৰ' (১৯৬৩), 'গল্পমালা' (সম্পাদিত, ১৯৩২)।

পদ্মধৰ চলিহাই ১৯৫৮ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ তিনিচুকীয়া অধিৱেশনৰ সভাপতিৰ আসন শুৱনি কৰে। সিংহ দত্ত দেৱ অধিকাৰীৰ সৈতে 'অৰ্ঘ্য' (১৯২৮) নামৰ আলোচনী এখনৰ সম্পাদনাৰ ভাৰ লয়। শেষ বয়সত 'অসম জেউতি' নামৰ সাদিনীয়া কাকত এখনো সম্পাদনা কৰে। সাদিনীয়া তিনিদিনীয়া অসমীয়াৰ সম্পাদক আৰু কিছুকাল 'বাঁহী'ৰো সহকাৰী সম্পাদক আছিল।

**পদ্মনাথ গোহাঞিবৰুৱা (জন্ম ঃ ১৮৭১ খ্ৰী. ·, মৃত্যু ঃ ১৯৪৬ খ্ৰী.)**

জন্মস্থান উত্তৰ লক্ষীমপুৰ জিলাৰ নকাৰী গাঁও। পিতৃৰ নাম ঘিণাৰাম গোহাঞিবৰুৱা আৰু মাতৃ লম্ভী দেৱী। ১৮৯০ খ্ৰীষ্টাব্দত উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যায়। কহিমা হাইস্কুলৰ প্ৰধান শিক্ষক হিচাপে কৰ্ম জীৱনৰ পাতনি মেলে। দৰং জিলাৰ মঙলদৈত যোল্ল মাহ তহচিলদাৰ হিচাপে কাৰ্যনিৰ্বাহ কৰে। উল্লেখনীয় যে ইংৰাজ চৰকাৰে অনাৰেৰী

মেজিষ্ট্রেট পাতি সন্মান যাচে। গোহাঞিবৰুৱা অসম সাহিত্য সভাৰ প্ৰথমগৰাকী (শিৱসাগৰ অধিৱেশন, ১৯১৭) সভাপতি আৰু চৰকাৰৰ পৰা লাভ কৰা প্ৰথমগৰাকী সাহিত্যিক পেন্সনাৰ।

'জোনাকী' যুগৰ এজন লেখত ল'বলগীয়া সাহিত্যিক। অসমীয়া ভাষা-সাহিত্যলৈ অৱদান অমূল্য। কলিকতাত থকা সময়ছোৱাতে সাহিত্যিক জীৱনৰ আৰম্ভণি হয়। স্কুলীয়া দিনতে 'আসাম বিলাসিনী' আৰু 'আসাম নিউজ' আলোচনীত লেখনি প্ৰকাশ হয়। তেওঁ 'ঊষা' সম্পাদনা কৰাৰ লগতে 'বিজুলী' (১৯০৭), 'আসাম বন্তি' (১৯০১) আদি আলোচনীও সম্পাদনা কৰিছে।

জাতীয় সাহিত্যৰ বিকাশ আৰু সমৃদ্ধি তেওঁৰ জীৱনৰ ব্ৰত আছিল। অসমীয়া ভাষা-সাহিত্যৰ দুৰৱস্থাৰ সময়ত বিভিন্ন পাঠ্যপুথি প্ৰণয়নৰ উপৰিও বহু গ্ৰন্থ প্ৰণয়ন কৰিছিল। ৰচনাসম্ভাৰ ঃ 'ভানুমতী' (১৮৯১), 'লাহৰি' (১৮৯২), 'গাঁওবুঢ়া' (১৮৯৭), 'জয়মতী' (১৯০০), 'গদাধৰ' (১৯০৭), 'টেটোন তামুলী' (১৯০৯), 'সাধনী' (১৯১১), 'লাচিত বৰফুকন' (১৯১৫), 'ভূত নে ভ্ৰম' (১৯২৪), 'বাণৰজা' (১৯৩২), 'জুৰণি' (১৯০০), 'লীলাকাব্য' (১৯০১), 'ফুলৰ চানেকি' (১৯৪১), 'শ্ৰীকৃষ্ণ' (১৯৫২), 'জীৱনী সংগ্ৰহ' (১৯১৫)। স্কুলীয়া পাঠ্যপুথিসমূহৰ ভিতৰত 'নীতিশিক্ষা, 'ভূগোল দৰ্পণ', 'অসমৰ বুৰঞ্জী', 'সাহিত্য সংগ্ৰহ' ইত্যাদি উল্লেখনীয়।

**পদ্মনাথ শৰ্মা (জন্ম ঃ ১৮৮৭ খ্ৰী. ·, মৃত্যু ঃ ১৯০৬ খ্ৰী.)**

জন্মস্থান বিশ্বনাথ চাৰিআলিৰ গড়েঁহাগি গাঁও। প্ৰাথমিক শিক্ষা লাভ কৰে ডিব্ৰুগড়, শিৱসাগৰ আৰু তেজপুৰত। ৰচনা কৰা 'তুমি' নামৰ কবিতা এটা মৃত্যুৰ পাছত বেজবৰুৱাদেৰে প্ৰকাশ কৰে। এই কবিতাটো পিছত বিশ্ববিদ্যালয়, 'সঞ্চয়ন'ত সন্নিৱিষ্ট কৰা হয়। প্ৰকাশিত নাটক, 'ন-ঘৈণী'। 'নবীনা যোগিনী' নামৰ আধা ডুখৰীয়া উপন্যাস, বীৰ আৰিমত্তক লৈ লিখা এখন নাটক, তেজপুৰৰ হজৰা পুখুৰীক লৈ লিখা কাব্য, জ্ঞানোদয় নামৰ প্ৰবন্ধা, উপ-কথা, কবিতা আদি অপ্ৰকাশিত ৰচনা।





**পদ্মেশ্বৰ গগৈ (জন্ম ঃ ১৯০৭ খ্ৰী.; মৃত্যু ঃ ১ ছেপ্টেম্বৰ, ১৯৭৯ খ্ৰী.)**

জন্মস্থান উত্তৰ লক্ষীমপুৰ জিলাৰ চেতিয়াগাঁও। অৰ্থনীতি বিষয়ত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ (১৯৩২) আৰু ১৯৬১ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডি. ফিল উপাধি লাভ কৰে। পিছত যোৰহাট জগন্নাথ মহাবিদ্যালয়ৰ পৌৰ বিজ্ঞান বিভাগ (১৯৩৩), কটন মহাবিদ্যালয়ৰ অৰ্থনীতি বিভাগ (১৯৪৮) আৰু গুৱাহাটী বিশ্ববিদ্যালয় বাণিজ্য বিভাগৰ (১৯২৯) অধ্যাপকৰূপে কাৰ্যনিৰ্বাহ কৰে। ১৯৫৭ খ্ৰীষ্টাব্দত ভোলানাথ মহাবিদ্যালয়ৰ অধ্যক্ষ হয়। ১৯৬৪ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ত ৰাজনীতি বিজ্ঞান বিষয়ত অধ্যাপক ৰূপে থাকি তাৰ পৰাই তেওঁ অৱসৰ গ্ৰহণ কৰে। সাহিত্যকৰ্ম—'দি টাই এণ্ড দি টাই কিংডমছ' (১৯৬৮), 'টাই-আহোম ৰিলিজিয়ন এণ্ড কাষ্টমছ' (১৯৭৬), 'গণতান্ত্ৰিক সমাজবাদ' (১৯৭০), 'অসমত প্ৰচলিত পৌৰাণিক আখ্যানসমূহৰ মূল বিচাৰ' (১৯৭১), 'বৰ্তমান যুগত বৃহৎ একনায়কতন্ত্ৰ' (১৯৭৩), 'শক্তিবৰ্গৰ অৰ্থনৈতিক বিকাশ' (২য় খণ্ড, ১৯৭৫, ১৯৭৬)।

**পৰমানন্দ ওজা (জন্ম ঃ ১৮৯১ খ্ৰী.)**

বংশ পৰিচয় জনা নাযায়। 'আসাম হিতৈষী', 'মিলন', 'গাঁৱৰ কথা', 'ৰাইজ', 'যুগৰ পথত', 'জয়ন্তী' আদি কাকতত আয়ুৰ্বেদ, স্বাস্থ্যতত্ত্ব আৰু অন্যান্য বিষয়ৰ ভালেমান প্ৰবন্ধ লিখিছে। 'মনুষ্যৰ আয়ু', 'চণ্ডীদাস সম্বন্ধে একেষাৰ', 'ডবকাৰ পুৰণি মঠ-মন্দিৰ', 'কৰ্ম জীৱনত গীতা', 'সুন্দৰীদিয়া থান', 'চান্দ মাইৰ গীত', 'আৰকচণ্ড', 'বৰ্তমান হিন্দু সমাজৰ কৰ্তব্য' আদি তেওঁৰ উল্লেখযোগ্য প্ৰবন্ধ।

**ড° পৱন চন্দ্ৰ মহন্ত (জন্ম ঃ ১৯১১খ্ৰী. ·; মৃত্যু ঃ ১৯৮৮ খ্ৰী.)**

জীৱন সম্পৰ্কে বিশেষ তথ্য পোৱা নাযায়। প্ৰকাশিত পুথি—'আমাৰ বিশ্ব ব্ৰহ্মাণ্ড'।

**পানীন্দ্ৰনাথ গগৈ (জন্ম ঃ ১৮৭১, মৃত্যু ঃ ১৯০১ খ্ৰী.)**

উত্তৰ লক্ষীমপুৰৰ চেতিয়া গাঁৱৰ বাসিন্দা আছিল। পিতৃৰ নাম কটিয়া গগৈ আৰু মাতৃ চন্দ্ৰাদেৱী। প্ৰাথমিক শিক্ষা লাভ কৰে উত্তৰ লক্ষীমপুৰ নগৰৰ পাঠশালা স্কুলত।

ঢকুৱাখনা গভৰ্ণমেণ্ট ছাত্ৰ বৃত্তি স্কুলৰ শিক্ষকৰূপে কৰ্মজীৱন আৰম্ভ কৰে। নৰ্মাল পাছ কৰাৰ পাছত ঢকুৱাখনা মজলীয়া স্কুলত সহ শিক্ষকৰ পদত সোমায়। পিছত উত্তৰ লক্ষীমপুৰৰ মজলীয়া ইংৰাজী স্কুলৰ হে'ড পণ্ডিতৰ পদ খালী হোৱাত উত্তৰ লক্ষীমপুৰলৈ যায়। এজন আদৰ্শ শিক্ষকৰূপে পৰিচিত। 'আসাম বিলাসিনী', 'আসাম নিউচ', 'জোনাকী', 'বিজুলী' আদি আলোচনীত প্ৰবন্ধ-পাতি প্ৰকাশ হয়। শিশু পাঠ্য আৰু শিশুৰ উপযোগী বিবিধ সাহিত্য ৰচনা কৰে। পদ্মনাথ গোহাঞিবৰুৱাৰ সহযোগত সাহিত্য সংগ্ৰহ 'পাঠপুথি সংকলন কৰে। 'উটঙনি' তেওঁৰ এটা উল্লেখযোগ্য পদ্য। 'আমাৰ উন্নতি নে অৱনতি', 'জাতীয় প্ৰেম', 'তেন্তেনো উপায় কি' আদি মূল্যৱান প্ৰবন্ধৰ উপৰিও 'পিতৃবাক্য পালন', 'ল'ৰাৰ উৎসাহ', 'বেয়া ল'ৰাৰ সংগত নুফুৰিবা', 'খঙক লাই নিদিবা' আদি ছাত্ৰ-ছাত্ৰীৰ উপযোগী ৰচনা কৰিছে। 'ল'ৰাশিক্ষা' পুথিখনত দেশপ্ৰেমমুলক ভাৱৰ প্ৰতিধ্বনি শুনা যায়। 'গণনাৰ আদি পুথি', 'অসমীয়া ল'ৰাৰ ভূগোল' আদি পানীন্দ্ৰ গগৈয়ে ৰচনা কৰা অন্যান্য গ্ৰন্থ।

**পাৰ্বতিপ্ৰসাদ বৰুৱা (জন্ম ঃ ১৯ আগষ্ট, ১৯০৪ খ্ৰী.·, মৃত্যু ঃ ৭ জুন, ১৯৬৪ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ জিলাৰ দিখৌ নৈৰ পাৰৰ এখন গাঁও। পিতৃৰ নাম ৰাধিকাপ্ৰসাদ বৰুৱা, মাতৃ হিমলা দেৱী। প্ৰথম অসমীয়া অভিধান প্ৰণেতা যাদুৰাম ডেকাবৰুৱাৰ নাতি। উচ্চ শিক্ষা লাভ কৰে কটন কলেজ আৰু কলিকতাৰ স্কটিচ চাৰ্চ কলেজত। কলিকতাৰ পৰা আহি চাহ ব্যৱসায় আৰম্ভ কৰে। একাধাৰে কবি, সুৰকাৰ, গীতিকাৰ, নাট্যকাৰ, চলচ্চিত্ৰ নিৰ্মাতা আছিল। 'শৰতৰ গীতিকবি' হিচাপে তেওঁ পৰিচিত।





পাৰ্বতিপ্ৰসাদ বৰুৱাই ১৯৪০ খ্ৰীষ্টাব্দত 'ৰূপহী' বোলছবি নিৰ্মাণ কৰে। একে সময়তে সাহিত্য সংস্কৃতিৰ অনুষ্ঠান 'জোনাকী মেল' গঠন কৰে। ১৯৬১ খ্ৰীষ্টাব্দত অনুষ্ঠিত অসম সাহিত্য সভাৰ গোৱালপাৰা অধিৱেশনৰ সংগীত সন্মিলনৰ সভাপতি পদ অলংকৃত কৰে। প্ৰকাশিত গ্ৰন্থ—'সোণৰ সোলেং' (১৯৫৫), 'লখিমী', 'ভঙা টোকাৰীৰ সুৰ' (১৯৫৯), 'গুণগুণনি' (১৯৫৭), 'লুইতী' (১৯৫৯), 'শুকুলা ডাৱৰ ঐ কহুঁৱা ফুল' (১৯৬৩), 'মায়াপী মৌ টোকাৰী', 'খেল ভঙাৰ খেল' (মৃত্যুৰ পিছত প্ৰকাশিত) ইত্যাদি।

**পীতৰাম নাথ (জন্ম ঃ ১৯০৮ খ্ৰী.)**

জন্মস্থান জামুগুৰি। ডচন হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰে। অসম বংগ যোগী সন্মিলনীৰ মুখপত্ৰ 'যোগী সখা'ৰ অসমীয়া ভাগৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে। ভালেমান ইংৰাজী কবিতা নগাঁও ডচন হাইস্কুলৰ আলোচনী 'ডচিয়ান'ত প্ৰকাশ হয়। কিছু সংখ্যক ইংৰাজী কবিতা আৰু বৰগীতৰ ইংৰাজী অনুবাদৰ লগতে 'শ্ৰীমদ্ভাগৱত গীতা'খন টীকা ভাষ্যসহ সম্পাদনা কৰিছে।

**পীতাম্বৰ দেৱগোস্বামী (জন্ম ঃ ১০ জুন, ১৮৮৫ খ্ৰী.·, মৃত্যু ঃ ২০ অক্টোবৰ, ১৯৬২ খ্ৰী.)**

জন্মস্থান যোৰহাট জিলাৰ গড়মূৰ সত্ৰ। পিতৃৰ নাম চিত্ৰচন্দ্ৰ দেৱ। সত্ৰতে সংস্কৃত ব্যাকৰণৰ উপৰিও গীতা, ভাগৱত, ৰামায়ণ, মহাভাৰত, কালিদাস, আয়ুৰ্বেদ শাস্ত্ৰ আদি অধ্যয়ন কৰি সংস্কৃত সাহিত্যত ব্যুৎপত্তি লাভ কৰে। গড়মূৰ সত্ৰৰ দ্বাদশগৰাকী সত্ৰাধিকাৰ আছিল। একাধাৰে ধৰ্মীয় সাধক, সমাজ সংগঠক, সংগীতজ্ঞ, নাট্যকাৰ, অভিনেতা আৰু সমাজ সংস্কাৰক। ৰচনা কৰা নাটক—'বলিছলন', 'ঘোষ যাত্ৰা', 'প্ৰহ্লাদ চৰিত্ৰ', 'ৰাম বনবাস', 'যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞ'। গোস্বামীয়ে 'সনাতন ধৰ্মৰ মুখপত্ৰ' নামৰ এখন পত্ৰিকাও সম্পাদনা কৰিছে।

**পুণ্যপ্ৰভা দাস**

জন্মস্থান ডিব্ৰুগড়। ত্ৰিছৰ দশকৰ এগৰাকী সমাজ সেৱিকা সমাজৰ অৱহেলিত নাৰীৰ বাবে ভালেমান গঠনমূলক কাম কৰিছে।

একাধাৰে কবি আৰু নিবন্ধকাৰ। 'মিলন', 'বাঁহী' আদিত কবিতা আৰু কাব্য বিষয়ক নিৱন্ধ প্ৰকাশ পাইছে। এগৰাকী গীতিকাৰ হিচাপেও প্ৰখ্যাত। গীতসমূহ ভক্তিভাৱ প্ৰকাশক।

**পুষ্পলতা দাস (জন্ম ঃ ১৯১৫ খ্ৰী:, মৃত্যু ঃ ২০০৪ খ্ৰী.)**

জন্মস্থান লখিমপুৰ জিলা। পিতৃৰ নাম ৰায়বাহাদুৰ ৰামেশ্বৰ শইকীয়া আৰু মাতৃৰ নাম স্বৰ্ণলতা শইকীয়া।

প্ৰাইভেটকৈ প্ৰৱেশিকা পাছ কৰাৰ পাছত কাশী বিশ্ববিদ্যালয়ৰ পৰা আই. এ., অন্ধ্ৰ বিশ্ববিদ্যালয়ৰ পৰা সন্মানসহ বি. এ. আৰু ৰাজনীতি বিজ্ঞানত ১৯৩৮ খ্ৰীষ্টাব্দত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। তেওঁ আৰ্ল ল' কলেজতো নাম ভৰ্তি কৰিছিল বুলি জনা যায়। মহাত্মা গান্ধীৰ অহিংস নীতিৰে উদ্বুদ্ধ হৈ ভাৰতৰ স্বাধীনতা সংগ্ৰামত এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। স্বাধীনতা সংগ্ৰামৰ লগত জড়িত হোৱাৰ বাবে কেইবাবাৰো কাৰাবাস খাটিব লগীয়া হয়। এইগৰাকী নিৰ্ভীক দেশপ্ৰেমিকে অসমৰ ৰক্তাক্ত নিৰ্বাচনৰ সময়ত উদাত্ত লেখনিৰে অসমবাসীক জাগ্ৰত কৰিবলৈ সক্ষম হয়। বাল্যকালতে সাহিত্যিক জীৱন আৰম্ভ কৰে। অনুবাদ সাহিত্যলৈ ভালে সংখ্যক বৰঙণি আগবঢ়াইছে। সেইবোৰৰ ভিতৰত 'ড্ৰেগনৰ সাধু', 'হুমুনিয়াহ', 'পোষ্টমাষ্টৰ' ইত্যাদি উল্লেখযোগ্য।

ভাৰতবৰ্ষৰ কেইবাটাও ভাষাত তেজস্বী বক্তৃতা দিব পৰা পুষ্পলতা দাস একেৰাহে সাংসদ, ভাৰত ৱৰ্কিং কমিটিৰ সভ্য আৰু খাদী-গ্ৰামোদ্যোগ বোৰ্ডৰ অধ্যক্ষ পদত (১৯৫৮) অধিষ্ঠিত হয়।

**পুষ্পলাল উপাধ্যায় (জন্ম ঃ ১৯০৬ খ্ৰী.·, মৃত্যু ঃ ২৯ ডিচেম্বৰ, ১৯৮৯ খ্ৰী.)**

জন্মস্থান লক্ষীমপুৰ জিলাৰ লাইমেকুৰী গাঁও। মূলতঃ এগৰাকী





নেপালী সম্প্ৰদায়ৰ লোক। সংস্কৃত ব্যাকৰণ আৰু কাব্য শাস্ত্ৰৰ এজন বিদগ্ধ পণ্ডিত। ভাৰতৰ স্বাধীনতা আন্দোলনতো সক্ৰিয় ভূমিকা লয়। 'প্ৰভাত' আৰু 'ব্ৰহ্মপুত্ৰ' নামৰ আলোচনী দুখন সম্পাদনা কৰে। প্ৰকাশিত প্ৰথম কবিতা পুথি—'পুষ্পাঞ্জলি'। দ্বিতীয় কাব্য 'উষা মঞ্জৰী'। ১৯৮৮ খ্ৰীষ্টাব্দত এই পুথিখনৰ বাবে সাহিত্য অকাডেমীৰ বঁটা লাভ কৰে।

**পূৰ্ণকান্ত শৰ্মা (জন্ম ঃ ১৮৫৬ খ্ৰী. ·, মৃত্যু ঃ ১৯২০ খ্ৰী.)**

পূৰ্ণকান্ত শৰ্মা ডিব্ৰুগড়ৰ লোক। ঘাইকৈ নাট্যকাৰ হিচাপে পৰিচিত। অসমীয়া নাট্য সাহিত্যলৈ উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে। ঊনবিংশ শতিকাৰ শেষৰ ফালৰ নাট্যকাৰসকলৰ মাজৰে এজন হিচাপে যথেষ্ট কৃতিত্ব অৰ্জন কৰিছে।

'মধুমালতী'খন প্ৰথম সামাজিক নাটক। 'হৰধনুভঙ্গ' (১৮৯৩) আৰু 'হৰিশ্চন্দ্ৰ' (১৮৯৩) দুয়োখন পৌৰাণিক নাট। 'হৰধনুভঙ্গ'ত পাঁচটা আৰু 'হৰিশ্চন্দ্ৰ'ত ছয়টা অংক আছে। নাটসমূহত অংকীয়া নাটৰ কিছু কৌশল লক্ষ্য কৰা যায়। 'হৰধনুভঙ্গ'ৰ শংকৰদেৱৰ 'ৰামবিজয়' নাটখনৰ প্ৰভাৱ পৰিছে বুলিও কোনো কোনোৱে ক'ব খোজে।

নাটৰ বাহিৰেও প্ৰবন্ধ আদি ৰচনা কৰিছে। 'তিৰোতা' লেখকৰ এটি উল্লেখযোগ্য প্ৰবন্ধ।

**পূৰ্ণানন্দ শৰ্মা পাঠক (জন্ম ঃ ১৮৯৯ খ্ৰী:, মৃত্যু ঃ ১৯৭৩ খ্ৰী.)**

প্ৰাৰম্ভিক শিক্ষা যোৰহাটত লাভ কৰে। উচ্চ শিক্ষাৰ বাবে তেওঁ কলিকতালৈ যায় আৰু কলিকতাৰ আইন কলেজৰ পৰা আইন পাছ কৰি যোৰহাটলৈ উভতি আহে।

কেইবাখনো শিক্ষানুষ্ঠানত শিক্ষকতা কৰি যোৰহাট কাছাৰীত ওকালতি আৰম্ভ কৰে। ওকালতি কৰি থাকোঁতে ভালেখিনি অসমীয়া মাধ্যমৰ শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰে। দেৱীচৰণ বৰুৱা প্ৰাথমিক বিদ্যালয়, দেৱীচৰণ বৰুৱা হাইস্কুল আৰু দেৱীচৰণ বৰুৱা কলেজ আদিকে ধৰি কেইবাখনো কলেজ প্ৰতিষ্ঠাৰ লগত তেওঁ বিশেষভাৱে জড়িত আছিল।

১৯২৭-৩০ আৰু ১৯৪০-৪২ এই সময়ছোৱাত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক ৰূপে কাৰ্যনিৰ্বাহ কৰে। অসমৰ সাহিত্য জগতলৈতেওঁ নিঃস্বাৰ্থভাৱে সেৱা আগবঢ়াই গৈছে।

**প্ৰণীতা দেৱী**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাই। অসমীয়া সাহিত্য জগতত শিশু সাহিত্যিক ৰূপে প্ৰখ্যাত। তেওঁৰ 'পৰীৰ দেশৰ সাধু' (১৯৫৮) একমাত্ৰ পুথি।

**প্ৰতাপচন্দ্ৰ চৌধুৰী (জন্ম ঃ ১৯১৭ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ সুন্দৰীদিয়া। বৰপেটাৰ পৰা প্ৰাথমিক শিক্ষা লাভ কৰে। ইতিহাস বিভাগত উচ্চ শিক্ষা লাভ কৰে কটন কলেজ আৰু বেনাৰছ হিন্দু বিশ্ববিদ্যালয়ৰ পৰা। তেওঁ কাননগোপাৰা কলেজ, ভোলানাথ কলেজ, কটন কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত শিক্ষকতা কৰিছিল। চৌধুৰীয়ে ভাৰতৰ তত্ত্ববিদ এ. এল. বাছামৰ তত্ত্বাৱধানত ইতিহাসৰ বিষয়ে গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰে।

ৰচনা আৰু সম্পাদনা কৰা গ্ৰন্থ—'দি হিষ্টৰি অব চিভিলাইজেশ্বন অব দি পিপল অব আছাম টু দি টুৱেলফটথ চেঞ্চুৰি এ ডি,' 'আছাম বেংগল ৰিলেশ্বনছ ফ্ৰম দি আৰ্লিয়েষ্ট টাইমছ টু দি টুৱেলফটথ্ চেঞ্চুৰি এ.ডি', 'এ কেটেলগ অব সংস্কৃত মেনাস্ক্ৰিপ্ট' (সম্পা.), 'হস্তিবিদ্যাৰ্ণৱ' (সম্পা.), 'স্মৃতি জ্যোতিষ সাৰ সংগ্ৰহ' (সম্পা.), 'অভিনন্দন ভাৰতী ঃ প্ৰফেছাৰ কে. কে. হেণ্ডিক ফেলিচিটেশ্বন ভলিউম' (সম্পা.), 'অনন্ত আচাৰ্যৰ আনন্দ লহৰী' (সম্পা.), 'অমৃত মন্থন' ইত্যাদি।

**প্ৰতিভা দেৱী (জন্ম ঃ ১৯১১ খ্ৰী.; মৃত্যু ঃ ১৯৩২ খ্ৰী.)**

জন্মস্থান নলবাৰী। ৰচিত পুথি —'কোঁকো ডাঙৰীয়া' (অনুবাদ পুথি, ১৯২৬), 'খোৱা-বোৱা' (ৰন্ধন প্ৰণালীৰ পুথি)।





**ড° প্ৰফুল্লদত্ত গোস্বামী (জন্ম ঃ ১৯ মাৰ্চ, ১৯১৯ খ্ৰী.; মৃত্যু ঃ ১৯ নৱেম্বৰ, ১৯৯৪ খ্ৰী.)**

জন্মস্থান দক্ষিণ কামৰূপৰ নহিৰা মহাপুৰুষীয়া সত্ৰ। পিতৃৰ নাম সিংহদত্ত দেৱ অধিকাৰী, মাতৃৰ নাম সুভদ্ৰা গোস্বামী। সৰুৰে পৰা বহু বৰেণ্য পণ্ডিত-সাহিত্যিকৰ সান্নিধ্যত থকাৰ বাবে গোস্বামীদেৱে সাহিত্য, ভাষা, বুৰঞ্জী, পুৰাতত্ত্ব, মনোবিজ্ঞান, জীৱনী, উপন্যাস, নৃতত্ত্ব, পক্ষী, উদ্ভিদ, ভ্ৰমণ আদিকে ধৰি অনেক বিষয়ৰ প্ৰতি মনোযোগ দিবলৈ প্ৰয়াস পায়। প্ৰাৰম্ভিক শিক্ষা জন্ম ঠাইতে আৰম্ভ কৰি ১৯৪০ খ্ৰীষ্টাব্দত কটন কলেজৰ পৰা সন্মানসহ বি. এ. পাছ কৰে। ১৯৪১ খ্ৰীষ্টাব্দত শ্বিলঙৰ লাবান হাইস্কুলত কৰ্ম জীৱনৰ পাতনি মেলে। কিন্তু কেইমাহমানৰ পিছতে শিক্ষকৰ চাকৰি এৰি সচিবালয়ত চাকৰি কৰে। পিছত কলিকতালৈ এম. এ. পঢ়িবলৈ যায় (১৯৪৩) আৰু এম. এ. পৰীক্ষা দি ৰিজাল্ট ওলোৱাৰ আগতেই জগন্নাথ বৰুৱা কলেজত অধ্যাপক হিচাপে নিযুক্তি পায় (১৯৪৪, ২৫ নৱেম্বৰ)। তাৰ পিছত গুৱাহাটীৰ কটন কলেজত চাকৰি পাই জগন্নাথ বৰুৱা কলেজৰ পৰা গুচি আহে। কটন কলেজত তিনি বছৰ সম্পূৰ্ণ কৰি ১৯৪৮ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়লৈ যায়। প্ৰথমে বি. টি. আৰু কৰ্মাচৰ ইংৰাজীৰ অধ্যাপক আছিল যদিও ১৯৫৯ খ্ৰীষ্টাব্দত 'ইংলিচ লেংগুৱেজ টিচিং বিভাগ'ৰ ৰিডাৰ হিচাপে কাম কৰে। ১৯৬৪ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'ফোক্‌ল'ৰ আৰু জনজাতীয় কৃষ্টি' বিভাগৰ দায়িত্ব লয়। ১৯৭২ খ্ৰীষ্টাব্দত একে বিশ্ববিদ্যালয়তে লোক সংস্কৃতিৰ গৱেষণাৰ স্থায়ী অধ্যাপকৰূপে নিযুক্তি পায়। ১৯৮১ খ্ৰীষ্টাব্দৰ ২৮ ফেব্ৰুৱাৰীত উক্ত বিভাগৰ দায়িত্বৰ পৰা অৱসৰ গ্ৰহণ কৰে।

উত্তৰ পূৰ্বাঞ্চলৰ ভিতৰত তেওঁ প্ৰথমগৰাকী লোক-সংস্কৃতি বিষয়ৰ অধ্যাপক আৰু আন্তৰ্জাতিক খ্যাতিসম্পন্ন লোকবিদ্যাবিদ। অসম জনকৃষ্টি সমাজৰ প্ৰতিষ্ঠাপক সভাপতি। আমেৰিকাত 'ভিজিটিং প্ৰফেচাৰ' হিচাপেও কাৰ্যনিৰ্বাহ কৰে। ১৯৯১ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰফেছাৰ 'এমেৰিটাছ সন্মান' প্ৰদান কৰে। ৰচনা সম্ভাৰ—'অসমীয়া জন সাহিত্য'

(১৯৪৮), 'অসম দেশৰ সাধু' (১৯৬২), 'বাৰ মাহৰ তেৰ গীত' (১৯৬২), 'জাপানৰ জনকৃষ্টি আৰু অন্যান্য ৰচনা' (১৯৮৪), 'টেটকুটি' (১৯৮৭), 'মণিকোঁৱৰ আৰু ফুলকোঁৱৰ' (১৯৭১), 'বড়ো কছাৰী ছ'ল' (১৯৭২), 'ব'হাগ বিহুৰ বাৰেবৰণীয়া ছবি' (১৯৭৫), 'ফ'ক লিটাৰেচাৰ অব আচাম' (১৯৫৪), 'বিহু ছংছ অব আছাম' (১৯৫৭), 'আছামিজ ডেঞ্চ এন আউটলাইন' (১৯৬০), 'বেল্লাডছ এণ্ড টেলছ অব আচাম' (১৯৬০), 'দি স্প্ৰিং টাইম বিহু অব আছাম' (১৯৬৬), 'দি ইণ্ডিয়ান চেপ্টাৰ ইন ফ'কটেলছ ট'ল্ড এবাউণ্ড দি ৱৰ্ল্ড' (১৯৭৫), 'ছ'ংছ এণ্ড টেলছ অব নৰ্থ-ইষ্টাৰ্ন ইণ্ডিয়া' (১৯৮২), 'টেলছ অব আছাম' (১৯৮০), 'এছেজ অন দা কালচাৰ এণ্ড ফ'কল'ৰ অব এন ই. ইণ্ডিয়া' (১৯৮২), 'ব'হাগ বিহু অব আছাম এণ্ড বিহু ছংছ' (১৯৮৮), 'ফেষ্টিভেলছ অব আছাম' (১৯৯৫), 'শেষ ক'ত' (১৯৪৮), 'কেঁচা পাতৰ কঁপনি' (১৯৫২), 'মহাত্মা গান্ধী' (১৯৪৬), 'ইউৰোপৰ মনীষী পাঁচগৰাকী' (১৯৫৭), 'মাণিক চন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ' (১৯৭০), 'বীৰ এজন পৰিল' (১৯৭৮), 'এটি জীয়া কাহিনী' (১৯৭৯), 'ভেজাল সোণ' (১৯৫৫), 'নিতে নৱ ৰূপ তাৰ' (১৯৬০), 'বিলাতত সাতমাহ' (১৯৫৯), 'সোণ ৰূপৰ নহয় সি দেশ' (১৯৬২), 'পৃথিৱীৰ চৌপাশে এপাক' (১৯৫৭), 'মোৰ ৰাছিয়া ভ্ৰমণ' (১৯৭৪), 'এই যুগৰ সাহিত্য' (১৯৪৭), 'সাহিত্য আৰু জীৱন' (১৯৫৫), 'বুৰঞ্জী আৰু সংস্কৃতি' (১৯৮৫), 'চৰাই বিনন্দীয়া' (১৯৭০), 'কমলাকান্ত ভট্টাচাৰ্যৰ ৰচনাৱলী' (১৯৮০), 'পদ্মাৱতী দেৱী ফুকননী ৰচনাৱলী' (১৯৯৪), 'গল্প ঃ দেশী আৰু বিদেশী' (১৯৬০), 'মনৰ পখী উৰুতি উৰে' (১৯৯৮)।

**প্ৰবীণ ফুকন (জন্ম ঃ ১৯১২, মৃত্যু ঃ ১৪ এপ্ৰিল, ১৯৮৫ খ্ৰী.)**

এজন বিশিষ্ট সমাজ সেৱক, নাট্য সেৱী আৰু অভিনেতা আছিল। ৰচিত ঐতিহাসিক নাটক—'মণিৰাম দেৱান' (১৯৪৮) আৰু 'লাচিত বৰফুকন' (১৯৪৯)। অসমীয়া সমাজৰ বিভিন্ন দিশ সামৰি ৰচনা কৰিছে





'আসাম হলিউড' (১৯৩৮)। 'কাল-পৰিণয়' (১৯৩৯), 'শতিকাৰ বাণ' (১৯৫৪), 'বিশ্বৰূপা' (১৯৬১) তেওঁ ৰচিত আন কেইখনমান উল্লেখযোগ্য নাটক। 'ফেৰিৱালা' (১৯৬১), 'চাকৰি' (১৯৬১) আৰু 'তমসা ৰাতি' (১৯৬১) এই তিনিওখন একাংকিকা নাট 'ত্ৰিৰংগা' (১৯৬২)ত সন্নিৱিষ্ট হৈছে।

এজন সু-অভিনেতা হিচাপে 'পাৰঘাট', 'লখিমী', 'পুৰতি নিশাৰ সপোন' আদি কথাছবিত অভিনয় কৰে। গুৱাহাটীৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ সৈতে তেওঁৰ গভীৰ সম্পৰ্ক আছিল।

১৯৩১ খ্ৰীষ্টাব্দত পদ্মধৰ চলিহা আৰু জনচেৰেক বন্ধুৰ লগ লাগি 'গুৱাহাটী সন্ধিয়া সন্মিলনী' নামে সাংস্কৃতিক অনুষ্ঠান এটি স্থাপন কৰে। অধিৱেশনৰ প্ৰধান আকৰ্ষণ আছিল একোখনি নাটকৰ অভিনয়। আজিকালিৰ মতে একাংকিকা বুলি ক'ব পৰা যায়। এই নাটিকাবোৰৰ ভিতৰত প্ৰবীণ ফুকনৰ 'বহ্বাৰম্ভে লঘুক্ৰিয়া', 'বংশধ্বজ কীৰ্তি', 'কৰ্মাচিয়েল মেচেজ' আৰু 'বহুৰূপী' নামৰ নাটকেইখনো আছিল।

**প্ৰভাত শৰ্মা**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নগ'ল। অনুবাদক হিচাপে পৰিচিত। শূদ্ৰক বিৰচিত 'মৃচ্ছকটিকম্' নামৰ সংস্কৃত নাটকৰ অসমীয়া ৰূপান্তৰ 'ৰাজনটী' (১৯৩৯) তেওঁৰ অনূদিত গ্ৰন্থ। এইখন শব্দানুবাদ নহয়, ভাবানুবাদহে।

**প্ৰয়াত প্ৰভাতচন্দ্ৰ অধিকাৰী (জন্ম ঃ ১৯০০ খ্ৰী.)**

জন্মস্থান গোৱালপাৰা জিলাৰ দলগোমা। বঙাইগাঁও জিলাৰ বাসিন্দা আছিল। শিক্ষাগত অৰ্হতা আই. এ.। বৃত্তিত তেওঁ শিক্ষক আছিল। প্ৰকাশিত গ্ৰন্থ—'দোহাৱলী', 'মহাপুৰুষ মাধদেৱৰ জীৱনী' (ইংৰাজী ভাষাৰ) আৰু 'কৃষ্ণকুমাৰী' (নাটক)।

**প্ৰসন্নলাল চৌধুৰী (জন্ম ঃ ১৮৯৮, মৃত্যু ঃ ২০ নবেম্বৰ, ১৯৮৬ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ পলাশবাৰী। পিতৃৰ নাম শ্যামলাল চৌধুৰী আৰু মাতৃ প্ৰমীলা চৌধুৰী। পলাশবাৰীত প্ৰাথমিক শিক্ষা আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা উচ্চ শিক্ষা লাভ কৰে। বৰপেটা বিদ্যাপীঠৰ প্ৰধান শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰে। ১৯৭৮ খ্ৰী.ত গোলাঘাটত হোৱা অসম সাহিত্য সভাৰ পঞ্চচত্বাৰিংশ অধিৱেশনত সভাপতি পদ অলংকৃত কৰে।

এগৰাকী কবি, নাট্যকাৰ, অভিনেতা আৰু ৰাজনীতিবিদৰূপে পৰিচিত। কবিতাসমূহত শোষণ, দুৰ্নীতি, ভ্ৰষ্টাচাৰৰ প্ৰতি ঘৃণা আৰু তীব্ৰ প্ৰতিবাদৰ সুৰ শুনিবলৈ পোৱা যায়। অসমীয়া সাহিত্যত 'বিদ্ৰোহী' কবি হিচাপে জনাজাত। ৰচিত গ্ৰন্থ—'অগ্নি' (১৯৫০), 'চানেকি কবিতা' (১৯৬৫), 'নীলাম্বৰ' (১৯৩৩), 'আমাৰ দেশৰ সাধু' (১৯৬৭), 'জাতিৰ ফুল' (১৯৬৭), 'মৌচাক', 'অপেশ্বৰী' (১৯৬১), 'ৰামায়ণ' (১৯৪১, সম্পা.), 'ৰংগে ফাগু খেলে' (১৯৭৭, সম্পা.)।

**প্ৰিয়দাস তালুকদাৰ (জন্ম ঃ ১৯১০ খ্ৰী.; মৃত্যু ঃ ১৯৯৪ খ্ৰী.)**

জন্মস্থানবৰপেটা জিলাৰ বহৰি। প্ৰকাশিত পুথি—'কিচিঙৰ পয়মাল', 'পশুৰ পঞ্চশীল', 'বহাগীৰ বিয়া', 'ৰুণজুন', 'মিকুৰ পুতলা', 'ফেঁচু চুঁ', 'মই ৰজা', 'মিতিৰালিৰ পৰিণাম', 'দেশৰ মান মৰমী নাই', 'অসম দেশৰ বিষম কথা', 'বাক্যভিধান', 'পখীৰ ৰজা' আদি।

**প্ৰেমধৰ ৰাজখোৱা**

বংশ পৰিচয় তথা জন্ম-মৃত্যু সম্পৰ্কে বিশেষ তথ্য পোৱা নাই। অসমীয়া সাহিত্যৰ ইতিহাসত নাট্যকাৰৰূপে প্ৰখ্যাত। ৰচিত নাটক 'ওলট-পালট'। একাধাৰে এজন উপন্যাসিক আৰু সু-অভিনেতা। তিনিচুকীয়াৰ 'গোপালচন্দ্ৰ ৰবিচন্দ্ৰ হল'ত মঞ্চস্থ 'স্বৰ্গদেউ প্ৰতাপসিংহ'ত সুন্দৰ অভিনয় কৰি ৰাইজৰ সমাদৰ লাভ কৰে। ৰচিত উপন্যাস ঃ 'ভুলৰ সমাধি', এখন লেখত ল'বলগীয়া সাহিত্য কৰ্ম।





**প্ৰেমধৰ দত্ত (জন্ম ঃ ৭ মাৰ্চ, ১৯২৬ খ্ৰী.·, মৃত্যু ঃ ২৮ ছেপ্টেম্বৰ, ১৯৬৩ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ জিলাৰ বানমুখ কাথপাৰ গাঁও। তিনিচুকীয়াৰ চেনাইৰাম উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰা প্ৰৱেশিকা পৰীক্ষা উত্তীৰ্ণ হৈ ডিব্ৰুগড় বেৰী হোৱাইট মেডিকেল স্কুলত ছাত্ৰৰূপে ভৰ্তি হয়। কিন্তু পাঠ্যক্ৰমৰ চূড়ান্ত বছৰত অধ্যয়নৰত অৱস্থাত যক্ষ্মা ৰোগত আক্ৰান্ত হয়। চিকিৎসাৰ বাবে তেওঁক শ্বিলঙৰ ৰিড ছেষ্ট চিকিৎসালয়ত ভৰ্তি কৰোৱা হয় আৰু এই চিকিৎসালয়খনতে সুদীৰ্ঘ চৈধ্য বছৰকাল চিকিৎসাধীন হৈ থাকি তাতেই মৃত্যু বৰণ কৰে।

মৃত্যুৰ সৈতে অবিৰতভাৱে যুঁজ কৰি থকা অৱস্থাতে কেইবাখনো গ্ৰন্থ ৰচনা কৰে। তাৰ ভিতৰত 'শিয়ালৰ শিং', (ধেমেলীয়া কবিতা), 'ৰং-বিৰং' (বিবিধ বিষয়ক কবিতা সংকলন), 'সাজি কোৱা নাই', 'ভোকোভাওনা', 'ন কথা' (গল্প সংকলন), 'শংকৰদেৱৰ সাধু' (জীৱনীভিত্তিক সাধু) আদি উল্লেখনীয়। আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ যোগেদি কবিতা, নাটক, গল্প আদি প্ৰচাৰ হয়।

**প্ৰয়াত পুৰাৰাম দাস (জন্ম ঃ ১৯১০ খ্ৰী.)**

জন্মস্থান দৰং জিলাৰ সৰাবাৰী, বৰমপুৰ। বৃত্তিত শিক্ষক আছিল। প্ৰকাশিত পুথি—'খটৰা সত্ৰ', 'ধৰ্ম সমাজ আৰু চেতনা' আৰু 'কানু আতৈ'।

# ফ

**ফণী শৰ্মা (জন্ম-১৯১০, মৃত্যু : ১০ জুলাই, ১৯৭০ খ্ৰী.)**

জন্মস্থান তেজপুৰ মহকুমাৰ কলিবাৰী। পিতৃৰ নাম মোলান শৰ্মা, মাতৃ হোমেশ্বৰী দেৱী। এগৰাকী সুদক্ষ অভিনেতা আছিল। জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'জয়মতী', 'সতী বেউলা', 'এৰা বাটৰ সুৰ', 'লাচিত বৰফুকন', 'মণিৰাম দেৱান' আদি অসমীয়া বোলছবিত অভিনয় কৰে। নাট্যসম্ভাৰ—'ভোগজৰা', 'কিয়', 'নাগপাশ', 'চিৰাজ', 'ক'লা বজাৰ', 'এন ইন্সপেক্টৰ কল্‌ছ', 'মায়ঙৰ বেজ', 'বনৰীয়া ফুল', 'ৰং-বিৰং' ইত্যাদি।

**ফণীধৰ চলিহা (জন্ম-১৪ ফেব্ৰুৱাৰী, ১৮৫৫ খ্ৰী., মৃত্যু : ১৯৩২ খ্ৰী.)**

জন্মস্থান উত্তৰ লক্ষীমপুৰ। পিতৃৰ নাম কেশীৰাম বৰুৱা আৰু মাতৃৰ নাম পিতাম্বৰী। ডিব্ৰুগড়ৰ পৰা প্ৰাথমিক শিক্ষা লাভ কৰি উচ্চ শিক্ষা লাভৰ বাবে কলিকতালৈ যায়। শিক্ষা বিভাগৰ উপ পৰিদৰ্শক হিচাপে কৰ্ম জীৱনৰ পাতনি মেলে। ১৯১৭ খ্ৰীষ্টাব্দত বৃটিছ চৰকাৰে 'ৰায় বাহাদুৰ' উপাধি প্ৰদান কৰে।

আহোম ভাষাত লিখা পুৰণি পুথি সংগ্ৰহ কৰি সেইবোৰ ইংৰাজীলৈ অনুবাদ কৰাৰ উদ্যোগ লয়। 'ঘিণাৰাম বৰুৱা' (১৯১২) চলিহাৰ ৰচিত এখন উল্লেখযোগ্য জীৱনীমূলক ৰচনা।

**ফাইজুদ্দিন আহমেদ**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাযায়। জীৱনী ভিত্তিক গ্ৰন্থ ৰচয়িতা। উল্লেখযোগ্য গ্ৰন্থ—'হজৰত মহম্মদ' (১৯২৯) আৰু 'হজৰত ওমৰ ফাৰুক' (১৯৩০)।





**ফুলেশ্বৰী দত্ত (জন্ম-১৯২০)**

জন্মস্থান দিচাংমুখ। পিতৃৰ নাম বগাৰাম শইকীয়া আৰু মাতৃ আইকণ শইকীয়া। ১৯৪৪ খ্ৰীষ্টাব্দত মহেন্দ্ৰপ্ৰসাদ দত্তৰ সৈতে বিবাহপাশত আৱদ্ধ হয়। শিৱসাগৰ ছোৱালী উচ্চ বিদ্যালয়ত শিক্ষয়িত্ৰীৰূপে কৰ্মনিৰ্বাহ কৰে। একাধাৰে কবি, গল্পকাৰ। বিদ্যালয়ৰ মুখপত্ৰ 'দেৱী'ত 'স্বৰাজ সন্ধান' নামৰ স্বৰচিত কবিতা এটি প্ৰকাশ হয়। 'বাঁহী', 'আৱাহন', 'জয়ন্তী', 'অকণ' আদিত ভালেসংখ্যক কবিতা প্ৰকাশ পাইছে।

# ব

**বটুনাথ চক্ৰৱৰ্তী (জন্ম-১৮৮১, মৃত্যু ঃ ১৯৬০ খ্ৰী.)**

জন্মস্থান নলবাৰী জিলাৰ বনগাঁও। এগৰাকী বিশিষ্ট সংস্কৃত পণ্ডিত। মূলতঃ সংস্কৃত কবিৰূপে পৰিচিত। প্ৰকাশিত কাব্য পুথি ঃ 'পদকল্পতৰু' আৰু 'কবি কৌতূহলম্'। চক্ৰৱৰ্তীয়ে 'পদকল্পতৰু' শীৰ্ষক কাব্য পুথিখনৰ বাবে 'কবি ভূষণ' উপাধি লাভ কৰে।

**বলৰাম পাঠক**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাযায়। নাট্যকাৰ ৰূপে পৰিচিত। 'লৱ-কুশ' (১৯১৯) নামৰ পৌৰাণিক নাটকৰ ৰচয়িতা। তেওঁ 'আলোচনী'ত ভালেসংখ্যক প্ৰবন্ধ পাতি ৰচনা কৰিছে।

**ব্ৰজনাথ শৰ্মা (জন্ম-১৮৯৪, মৃত্যু ঃ ১৯৬০ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ অন্তৰ্গত শিলা গাঁও। পাছত সৰভোগৰ ওচৰৰ গণকগাড়ী গাঁৱৰ বাসিন্দা হয়। মেছোপটেমীয়াৰ বছোৰা নগৰত অভিনয়ৰ প্ৰশিক্ষণ লৈ অসমলৈ ঘূৰি আহি 'কহিনুৰ অপেৰা পাৰ্টি' নামৰ এটা যাত্ৰা দল খোলে। এই দলৰ যোগেদি কৰা অপেৰাত ১৯৩৩ খ্ৰীষ্টাব্দত পোনপ্ৰথম নাৰী চৰিত্ৰৰ অসমীয়া মহিলাক অভিনয় কৰিবলৈ সুযোগ দি অসমীয়া সমাজত ব্যাপক চাঞ্চল্যৰ সৃষ্টি কৰে। এই দলটোৰে অসমৰ বিভিন্ন ঠাইত অস্থায়ী মঞ্চ সাজি অভিনয় কৰিছিল, নিজেও কৰিছে। নাট্যকাৰ শৰ্মাই 'মনোমতী, 'সীতা' আৰু 'পতিতা' এই তিনিখন নাটক ৰচনা কৰে। তিনিওখেনই অপ্ৰকাশিত। ১৯৪২ খ্ৰীষ্টাব্দৰ গণ আন্দোলনৰ এগৰাকী উগ্ৰ সাহসী নেতা। 'নাট্যাচাৰ্য' উপাধিৰে বিভূষিত।





**ব্ৰজবালা দেৱী (জন্ম ঃ ১৯১৯ খ্ৰী.)**

জন্মস্থান নগাঁও জিলাৰ আমোলাপট্টি। ৰচনা কৰা বিভিন্ন নাটিকা বিভিন্ন মঞ্চত মঞ্চস্থ হৈছে। একমাত্ৰ প্ৰকাশিত পুথিখন—'পাৰিজাত' (১৯৭৯)।

**ড° বাণীকান্ত কাকতি (জন্ম ঃ ১৫ নৱেম্বৰ, ১৮৯৪ খ্ৰী. , মৃত্যু-১৫ নৱেম্বৰ, ১৯৫২ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ বাতিকুৰিহা গাঁও। পিতৃৰ নাম ললিতৰাম কাকতি, মাকৰ নাম লাহোবালা। প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা আই. এ. আৰু কলিকতাৰ প্ৰেছিডেন্সি কলেজৰ পৰা ইংৰাজীত অনাৰ্চসহ বি. এ. পাছ কৰে। ইংৰাজী ভাষা আৰু সাহিত্য দুয়োটা শাখাতেই সুখ্যাতিৰে স্নাতকোত্তৰ উপাধি লাভ কৰে আৰু পোন প্ৰথমবাৰৰ বাবে অসমীয়া ভাষা বিষয়ত গৱেষণা কৰি ১৯৩৫ খ্ৰীষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লয়। প্ৰথমে কটন কলেজত অধ্যাপনা, পিছত গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হোৱাত (১৯৪৮) বিশ্ববিদ্যালয়ৰ অধ্যাপক হিচাপে যোগদান কৰে।

ইংৰাজী সাহিত্যৰ উপৰিও গ্ৰীক আৰু সংস্কৃত সাহিত্যৰ ৰসিক, অসমীয়া সাহিত্যৰ এজন বিশ্লেষক তথা প্ৰখ্যাত সমালোচক। জ্ঞানগৰ্ভ চিন্তা আৰু মননশীল সাধনাৰ সু-প্ৰকাশ ঘটা তেওঁৰ সাহিত্যৰাজি হ'ল—

গৱেষণা গ্ৰন্থ ঃ 'আছামিজ ঃ ইট্‌ছ ফৰমেছন এণ্ড ডেভলেপমেণ্ট' (গ্ৰন্থৰূপ ১৯৪১ খ্ৰী.); অসমীয়া ভাষাৰ মহিমামণ্ডিত আৰু ঐতিহাসিক পটভূমি, ইয়াৰ গঠন তথা বিকাশৰ ক্ৰম প্ৰামাণিক তথ্য সহকাৰে এই গৱেষণা গ্ৰন্থখনত প্ৰকাশ পাইছে, 'এচপেক্টছ অৱ্ আৰ্লি এচামিজ লিটাৰেচাৰ' (১৯৫৩)। ইংৰাজী গ্ৰন্থ ঃ 'মাদাৰ গডেছ কামাখ্যা' (১৯৪৮), 'লাইফ এণ্ড টিচিংছ অব শংকৰদেৱ', 'বৈষ্ণৱইট মিথচ্ এণ্ড লিজেণ্ডছ' (১৯৫২)। সমালোচনামূলক গ্ৰন্থ ঃ 'পুৰণি অসমীয়া সাহিত্য' (১৯৪০),

'সাহিত্য আৰু প্ৰেম' (১৯৪৮), 'কলিতা জাতিৰ ইতিবৃত্ত' (১৯৪৩), 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা' (১৯৫৫), 'পখিলা' (১৯৫১)। সম্পাদিত গ্ৰন্থ ঃ 'চোৰধৰা আৰু পিম্পৰা গুচোৱা' (১৯২০, পুনৰ মুদ্ৰণ ১৯৫৮ খ্ৰী.)।

**বাবাৰাম হাজৰিকা (জন্ম-১৮৯৫)**

জন্মস্থান কলিয়াবৰৰ শান্তিপুৰ। বৃত্তিত শিক্ষক আছিল। এজন সমাজসেৱীৰূপেও পৰিচিত। ৰচিত গ্ৰন্থ ঃ 'তীৰ্থমঞ্জৰী', 'যুগনায়ক', 'স্মৃতিমন্দিৰ' ইত্যাদি। অনুবাদ গ্ৰন্থ ঃ (হিন্দীৰ পৰা অসমীয়ালৈ) 'সত্যানুসন্ধান' (মহাত্মা গান্ধী ৰচিত)। অপ্ৰকাশিত গ্ৰন্থ ঃ 'প্ৰভুৰ প্ৰতিভা', 'ধৰ্ম আৰু সমাজ', 'পৰকালৰ কথা', 'জীৱন চানেকী' আদিকে ধৰি অন্যান্য কেইবাখনো পুথি।

**বিজয়চন্দ্ৰ ভাগৱতী (জন্ম ঃ ২০ জানুৱাৰী, ১৯০৭ খ্ৰী.-, মৃত্যু ঃ ৭ মে', ১৯৯৭ খ্ৰী.)**

এগৰাকী স্বাধীনতা যুঁজাৰু, গান্ধীবাদী নেতা আছিল। দেশৰ বাবে তেওঁ ছবছৰকাল কাৰাবাস খাটে। বৃত্তিত মোক্তাৰ আৰু সাংবাদিক আছিল। 'অসম সেৱক' (সাপ্তাহিক) কাকতৰ সম্পাদকৰূপে (১৯৩৯-৪২, ১৯৪৮-৫৩) কাৰ্যনিৰ্বাহ কৰে। পৰৱৰ্তী সময়ত অসম বিধান সভাৰ সদস্য (১৯৪৬-৫৬), লোকসভাৰ সদস্য (১৯৫৭) আৰু কেন্দ্ৰীয় মন্ত্ৰী সভাৰ সদস্য (১৯৬২-৬৭) হয়। নিখিল ভাৰত ট্ৰেড ইউনিয়ন কংগ্ৰেছৰো সভাপতি নিৰ্বাচিত হয়। ভাৰত চৰকাৰে ১৯৯২ খ্ৰীষ্টাব্দত 'পদ্মভূষণ' উপাধিৰে বিভূষিত কৰে। ৰচিত গ্ৰন্থ ঃ 'গান্ধীবাদ' (১৯৪৮), সমীক্ষা' (১৯৬১), 'ভাৰতীয় সংস্কৃতিৰ ধাৰা' (১৯৬৪), 'জিজ্ঞাসাবাদ' (১৯৭৪), 'ভাৰতভূমি' (১৯৭৫), 'দৰ্শনৰ বিচাৰ' (১৯৯২), 'ভাৰতৰ স্বাধীনতা আন্দোলনৰ ৰূপৰেখা' (১৯৭৬) ইত্যাদি। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ পটভূমিত ৰচনা কৰা প্ৰবন্ধ 'প্ৰকাশ' আলোচনীত ধাৰাবাহিকভাৱে ছপা হয়। ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ পটভূমিত 'উত্তৰ পূব ভাৰত আৰু





স্বাধীনতা আন্দোলন' শীৰ্ষক বক্তৃতা অসম সাহিত্য সভাৰ দ্বি-পঞ্চাশতম অধিৱেশনত (কামপুৰ, ১৯৮৬) প্ৰদান কৰে।

**বিনন্দচন্দ্ৰ বৰুৱা (জন্ম-৩১ জুন, ১৯০১ খ্ৰী. , মৃত্যু-২২ ফেব্ৰুৱাৰী, ১৯৯৪ খ্ৰী.)**

জন্মস্থান যোৰহাট জিলাৰ টীয়ক। পিতৃৰ নাম গোপাল বৰুৱা, মাতৃ দময়ন্তী দেৱী। কটন আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা উচ্চ শিক্ষা লাভ কৰে। বৃত্তিত এগৰাকী শিক্ষক আছিল।

'ধ্বনি' কবি হিচাপে জনাজাত। 'অসম ছাত্ৰ সন্মিলন'ৰ মুখপত্ৰ 'মিলন'ৰ (১৯২৮-২৯) সম্পাদক, অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক (১৯৫৮-৫৯ বৰ্ষ), চাৰিটা বৰ্ষৰ বাবে উপ-সভাপতি আৰু ত্ৰয়োস্ত্ৰিংশ অধিৱেশনৰ (উত্তৰ লক্ষীমপুৰ, ১৯৬৬) সভাপতিৰূপে কাৰ্যনিৰ্বাহ কৰে। অসমীয়া সাহিত্যলৈ আগবঢ়োৱা অৱদানৰ বাবে অসম সাহিত্য সভাই তেওঁক ১৯৮৯ খ্ৰী.ত সাহিত্যাচাৰ্য উপাধি প্ৰদান কৰে। কেৰপাই শৰ্মা আৰু বিশিষ্টানন্দ ছদ্মনামত 'বাঁহী' আলোচনীত ৰস ৰচনা লিখিছে। সৃষ্টি কৰ্মৰ ক্ষেত্ৰ আছিল 'বাঁহী', 'আৱাহন', 'অসমীয়া', 'বৰদৈচিলা' আদি আলোচনী। ৰচনা কৰা 'গড়গাঁও' কবিতাটিৰ বাবে অসমীয়া সাহিত্যত জনপ্ৰিয়।

অসমীয়া সাহিত্যলৈ তেওঁৰ অৱদান ঃ 'শংখধ্বনি' (১৯২৫), 'মহাৰাজ নৰনাৰায়ণ' (১৯২৭),'অসম গৌৰৱ' (১৯৩৩), 'বেঙেনা ৰহস্য, টি. টি. হেই' (১৯৩৩), 'প্ৰতিধ্বনি' (১৯৩৫), 'ৰাজস্থানৰ গল্প' (১৯৩৬), 'পাৰ্থসাৰথি' (১৯৩৬), 'শৰাইঘাট' (১৯৩৬), 'ভাৰতৰ শাসন নীতি' (১৯৩৭), 'ল'ৰাৰ বেজবৰুৱা' (১৯৩৮), , 'অতীতৰ ৰং' (আত্মজীৱনী), 'জয়ধ্বনি' (১৯৭৪), 'শিশুধ্বনি' (১৯৭৭), 'সংকীৰ্তনমালা', 'সাহিত্য ৰত্নাৱলী' (সম্পাদিত)।

**বিপিনচন্দ্ৰ গোস্বামী (জন্ম-১৯০৯, মৃত্যু ঃ ১৯৮৭ খ্ৰী.)**

জন্মস্থান নলবাৰী জিলাৰ নলবাৰী সত্ৰ। সংস্কৃত বেদ আৰু ব্যাকৰণত বিশেষ ব্যুৎপত্তি থকা লোক। গুৱাহাটীৰ মণিকুলাশ্ৰম বিদ্যালয়ৰ অধ্যক্ষৰূপে কাৰ্যনিৰ্বাহ কৰে। মৌলিক ৰচনা নাই। ৰঘুনাথ চৌধাৰীৰ 'নৱমল্লিকা' কাব্যগ্ৰন্থ সংস্কৃতলৈ অনুবাদ কৰিছে।

**বিপিনচন্দ্ৰ বৰুৱা**

অসমীয়া নাট্য সাহিত্যৰ ইতিহাসত দুজন বিপিনচন্দ্ৰ বৰুৱাৰ নাম উল্লেখ পোৱা যায়। প্ৰথমজন বিপিনচন্দ্ৰ বৰুৱাৰ দ্বাৰা ৰচিত পাঁচ অংকযুক্ত নাটকখন হ'ল—'বুদ্ধদেৱ' (১৯৪১)। এইখন যোৰহাট মঞ্চত মঞ্চস্থ কৰা হয়। আনজন বিপিনচন্দ্ৰ বৰুৱাই পাঁচ অংকযুক্ত 'মেৱাৰ সন্ধ্যা' (১৯৩৭) নামৰ নাট এখন ৰচনা কৰিছে। মেৱাৰৰ মহাৰাণা ভীমসিংহ, তেওঁৰ পত্নী পদ্মিনী আৰু আত্মীয় বিমলাক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা সুপ্ৰসিদ্ধ ঐতিহাসিক কাহিনীটো এই নাটকখনৰ কেন্দ্ৰীয় বিষয়। তেওঁৰ অপ্ৰকাশিত অৱস্থাত থকা নাটকখনিৰ নাম 'মেৱাৰ কেশৰী'।

**বিশ্বনাথ শৰ্মা (জন্ম ঃ ৪ ছেপ্টেম্বৰ, ১৮৯৩ খ্ৰী.)**

জন্মস্থান দৰং জিলাৰ পাতিদৰং। তেওঁ এম. ভি আৰু নৰ্মাল উত্তীৰ্ণ আছিল। দেওমৰনৈ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত শিক্ষকতা কৰি তাৰ পৰাই অৱসৰ গ্ৰহণ কৰে। 'বিচিত্ৰা' লেখকৰ একমাত্ৰ কবিতাপুথি।

**ড° বিশ্বনাৰায়ণ শাস্ত্ৰী (জন্ম ঃ ১৯১৮ খ্ৰী.)**

জন্মস্থান লক্ষীমপুৰ জিলাৰ পাণবাৰী। সাহিত্য একাডেমী বঁটা প্ৰাপক। প্ৰকাশিত পুথি—'অবিনাশী'কে ধৰি বহুকেইখন।

**বিনন্দচন্দ্ৰ পাঠক (জন্ম ঃ ১১ জানুৱাৰী, ঃ ১৯১১ খ্ৰী.)**

জন্মস্থান বঙাইগাঁও জিলাৰ কটাশবাৰী। স্নাতক আৰু বি.টি. ডিগ্ৰীধাৰী। বৃত্তিত শিক্ষক আছিল। প্ৰকাশিত পুথি—'বাহী ফুল' (কবিতা,





১৯৯৭)।

**ড° বিৰিঞ্চিকুমাৰ বৰুৱা (জন্ম-১৬ অক্টোবৰ, ১৯০৮ খ্ৰী.·, মৃত্যু-৩০ মাৰ্চ ১৯৬৪ খ্ৰী.)**

জন্মস্থান নগাঁও। বিখ্যাত খৰঙি বৰুৱাৰ বংশৰ সন্তান। নগাঁৱত স্কুলীয়া শিক্ষা সাং কৰি গুৱাহাটী আৰু কলিকতাত উচ্চ শিক্ষা লাভ কৰে। ১৯৩৮ খ্ৰীষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া ভাষা-সাহিত্যই স্নাতকোত্তৰ বিষয়ৰূপে স্বীকৃতি লাভ কৰাত এই বিশ্ববিদ্যালয়তে অধ্যাপকৰূপে কৰ্ম জীৱন আৰম্ভ কৰে। ১৯৪৭ খ্ৰীষ্টাব্দত লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে। পৰৱৰ্তী সময়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ ৰীডাৰ, বিভাগীয় মুৰব্বী আৰু কলাগুৰু অধ্যাপকৰূপে কাৰ্যনিৰ্বাহ কৰে। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ নীৰৱ সাধক বীণা বৰুৱা আৰু ৰাস্না বৰুৱা ছদ্মনামত 'জীৱনৰ বাটত' (১৯৪৫) আৰু 'সেউজী পাতৰ কাহিনী' (১৯৫৮) উপন্যাস ৰচনা কৰিছে। 'জীৱনৰ বাটত' নামৰ উপন্যাসক অসমীয়া উপন্যাস সাহিত্যৰ মাইলৰ খুঁটি বুলি কোৱা হয়। গল্পপুথি ঃ 'পট পৰিৱৰ্তন' (১৯৪৮) আৰু 'আঘোণী বাই' (১৯৫০)। বীণা বৰুৱা ছদ্মনামত 'আৱাহন'তো গল্প ৰচনা কৰিছে। গৱেষণা ঃ 'এ কালচাৰেল হিষ্ট্ৰি অব আচাম' (গ্ৰন্থৰূপ ১৯৫১), ভ্ৰমণ কাহিনী ঃ 'ছুইজাৰলেণ্ড ভ্ৰমণ' (১৯৪৮), প্ৰফেছাৰ বৰুৱাৰ চিঠি'।

আলোচনাত্মক গ্ৰন্থ ঃ 'অসমৰ লোক-সংস্কৃতি' (১৯৬১, এই গ্ৰন্থখনৰ বাবে ১৯৬৪ খ্ৰীষ্টাব্দত তেওঁলৈ মৰণোত্তৰভাৱে সাহিত্য অকাডেমি বঁটা আগবঢ়োৱা হয়), 'অসমীয়া কথা-সাহিত্য' (১৯৫০), 'কাব্য আৰু অভিব্যঞ্জনা' (১৯৪১), 'অসমীয়া ভাষা' (১৯৪৮), 'অসমীয়া ভাষা আৰু সংস্কৃতি' (১৯৫৭)। ইংৰাজী গ্ৰন্থ ঃ 'শংকৰদেৱ ঃ এ বৈষ্ণৱ ছেইন্ট অব আছাম' (১৯৬০), 'এ কালচাৰেল হিষ্টৰী অব আছাম' (১৯৫১), 'আৰ্লি জিঅ'গ্ৰাফি অব্ আছাম' (১৯৫২), 'ষ্টাডিজ ইন আৰ্লি আছামিজ লিটাৰেচাৰ' (১৯৫৩), 'মৰ্ডান আছামিজ লিটাৰেচাৰ' (১৯৫৭), 'হিষ্ট্ৰী অব্ আছামিজ লিটাৰেচাৰ' (১৯৬৪) ইত্যাদি।

একাংকিকা নাট ঃ 'এবেলাৰ নাট' (১৯৫০)। শিশু সাহিত্য ঃ 'জাতকমালা' । 'মহামোহ কাব্য', 'শ্ৰীৰাম আতা' আৰু 'শ্ৰীৰামানন্দদেৱৰ গীত' (১৯৫৪), 'মধুমালতী' (যুটীয়াভাৱে, ১৯৫৯) আদি গ্ৰন্থ আৰু শিশু আলোচনী 'ৰংঘৰ' (১৯৪৮) সম্পাদনা কৰে। 'ৰামধেনু' প্ৰতিষ্ঠিত হোৱাতো বিশেষ অৰিহণা আগবঢ়ায় গৈছে। 'এডৱাৰ্ড গেইটৰ 'এ হিষ্ট্ৰী অব আছাম', 'অংকীয়া নাট', 'ৰঘুনাথ মহন্ত', 'অদ্ভুৎ ৰামায়ণ', 'শত্ৰুঞ্জয়', 'বভ্ৰুবাহনৰ যুদ্ধ', 'তাম্ৰধ্বজৰ যুদ্ধ' (যুটীয়াভাৱে) আদি।

**বিষয়চন্দ্ৰ বিশ্বাসী (জন্ম-১৮৮২ খ্ৰী.)**

অসমীয়া পঢ়াশলীয়া পাঠ্যপুথিৰ অভাৱৰ সময়ছোৱাত যিসকল ব্যক্তিয়ে পাঠ্যপুথি যুগুত কৰি অসমৰ প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত বিশিষ্ট বৰঙণি আগবঢ়াই গৈছে, সেইসকলৰ ভিতৰত বিষয়চন্দ্ৰ বিশ্বাসী অন্যতম। পিতৃৰ নাম চানাৰাম বিশ্বাসী আৰু মাতৃৰ নাম ফুলেশ্বৰী। (চানামাৰ হাজোৰ শ্ৰীশ্ৰীহয়গ্ৰীৱ মাধৱ দেৱালয়ৰ এজন বিষয়া আছিল।) বিষয়চন্দ্ৰই হাজোৰ উচ্চ প্ৰাথমিক স্কুলত প্ৰাথমিক শিক্ষা আৰম্ভ কৰে আৰু ১৯০৪ খ্ৰীষ্টাব্দত প্ৰথম বিভাগত এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কৰ্মজীৱনৰ পাতনি মেলে।

প্ৰথম অৱস্থাত আবকাৰী বিভাগত কিছুদিন কেৰাণী কাম কৰে, তাৰ পিছত দক্ষতা আৰু অধ্যৱসায়ৰ ফলত পদোন্নতি লাভ কৰি 'একাউটেন্ট' পদত নিযুক্ত হয়।

তেওঁ সাহিত্যিকৰূপে পৰিচিত। ৰচনাসমূহ সহজ-সৰল। জটিল শব্দ প্ৰয়োগ দেখা নাযায়। গদ্য আৰু পদ্য দুয়োবিধ ৰচনাতে দক্ষতা অপৰিসীম। 'বামুণী আৰু নেউল' এটি সুখপাঠ্য কবিতা। গ্ৰন্থ ঃ 'শিশুপাঠ' (প্ৰথম ভাগ, দ্বিতীয় ভাগ, তৃতীয় ভাগ, চতুৰ্থ ভাগ, পঞ্চম ভাগ আৰু ষষ্ঠ ভাগ), 'ধাৰাপাত' আৰু 'শিক্ষা সোপান'। (এই পুথিসমূহ নিম্ন আৰু উচ্চ প্ৰাথমিক মহলাৰ বহু বছৰ পাঠ্যপুথি আছিল।) কাব্যগ্ৰন্থ ঃ 'পদ্যাৱলী', 'নক্সা', 'সোণতৰা', 'মণিকুট' (শ্ৰীশ্ৰীহয়গ্ৰীৱ মাধৱৰ বিগ্ৰহ প্ৰতিষ্ঠা সম্বন্ধে পুৰাণৰ কাহিনীৰ (অনুদিত গ্ৰন্থ) আধাৰত অনুবাদ), 'কাব্যহাৰ', 'শান্তি', 'জিৰণি',





'আভাস', 'দুৰ্গাবৰীৰ কাব্য' ইত্যাদি।

**বিষয়ৰাম দাস**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাই। চাৰু-কাৰু শিল্পী হিচাপে পৰিচিত। বাণ ৰংগমঞ্চৰ লগত জড়িত আছিল। তেওঁ এই ৰংগমঞ্চৰ পট আঁকিছিল। 'জোনাকী' ত প্ৰবন্ধ ৰচনা কৰিছিল।

**বিষ্ণুপ্ৰসাদ ৰাভা (জন্ম ঃ ৩১ জানুৱাৰী, ১৯০৯ খ্ৰী.·, মৃত্যু ঃ ২০ জুন, ১৯৬৯ খ্ৰী.)**

জন্মস্থান ঢাকা। পিতৃৰ নাম গোপালচন্দ্ৰ ৰাভা। প্ৰৱেশিকা পৰীক্ষা পাছ কৰে তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা। পিছত কলিকতাৰ চেণ্ট পল কলেজৰ পৰা আই. এছ. চি পাছ কৰি একেখন কলেজতে বি. এছ. চি.ত নাম লগায়। কিন্তু সন্ত্ৰাসবাদী হোৱাৰ অপৰাধত পৰি তাৰ পৰা পলাই আহি ক্ৰমে কোচবেহাৰৰ ভিক্টোৰিয়া কলেজ আৰু তাৰ পিছত ৰংপুৰ কাৰমাইকেল কলেজৰ কলা বিভাগত চতুৰ্থ বাৰ্ষিকত নাম লগায়। ব্যক্তিগত অসুবিধাৰ বাবে পঢ়া আধৰুৱাকৈ এৰি ঘৰলৈ উভতি আহে।

বহুমুখী প্ৰতিভাধৰ ৰাভা একাধাৰে কবি, গীতিকাৰ, সুৰকাৰ, গায়ক, বাদক, নৃত্যশিল্পী, চিত্ৰ শিল্পী, অভিনেতা, নাট্যকাৰ, গল্পকাৰ, ঔপন্যাসিক, জীৱনী লেখক, নিবন্ধ লেখক, সুবক্তা, ৰাজনীতিবিদ, সমাজতান্ত্ৰিক-মানৱতাবাদী বিপ্লৱী, বৰ অসমৰ সপোন দেখা, ঐক্য-সংহতিৰ হকে মাত মাতোতা, অসমৰ ইতিহাস চৰ্চাৰ ক্ষেত্ৰত বস্তুবাদী বিচাৰ বিশ্লেষণ প্ৰৱৰ্তন কৰোঁতা আৰু এজন শ্ৰেষ্ঠ সাংস্কৃতিক নেতা।

১৯৬৭ খ্ৰীষ্টাব্দত বিধান সভাৰ তেজপুৰ সমষ্টিৰ পৰা বিধায়ক (নিৰ্দলীয়) নিৰ্বাচিত হয়। ভাৰতৰ বিপ্লৱী কমিউনিষ্ট দলৰ এজন সক্ৰিয় কৰ্মী আছিল।

ৰচনা সমগ্ৰ ঃ 'সোণপাহি' (গল্প, ১৯৫৬), 'মিচিং কনেং' (উপন্যাস), 'গেঙনি ৰেঙনি', 'অসমীয়া কৃষ্টি', 'অসমীয়া কৃষ্টিৰ চমু আভাস', 'অতীত

অসম', 'বেউলা', 'নৰকাসুৰ', জন্মাষ্টমী', 'শংকৰদেৱ', 'মাধৱদেৱ', 'চেনাই', 'দুৰ্যোধনৰ উৰু ভংগ' ইত্যাদি। ১৯৩১ খ্ৰীষ্টাব্দত কাশী হিন্দু বিশ্ববিদ্যালয়ত তাণ্ডৱ নৃত্য প্ৰদৰ্শন কৰি ভূয়সী প্ৰশংসা লাভ কৰে আৰু তেতিয়াই তেওঁ 'কলাগুৰু' সন্মানেৰে বিভূষিত হয়।

**বিষ্ণুপ্ৰিয়া দত্তবৰুৱা (জন্ম ঃ ১৯১৬ খ্ৰী.)**

জন্মস্থান ধৰ্মপুৰ মৌজা। গুৱাহাটীৰ প্ৰখ্যাত উকীল, লয়াৰ্ছ বুক ষ্টলৰ স্বত্বাধিকাৰ তথা পুথি প্ৰকাশক বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ পত্নী। ৰচনা কৰা ধৰ্ম সংক্ৰান্তীয় পুথি ঃ 'শিশু কৃষ্ণ', 'কৃষ্ণলীলা', 'ধ্ৰুৱ চৰিত্ৰ', 'প্ৰহ্লাদ চৰিত', 'সতী কাহিনী', 'সপ্তবীৰ ৰহস্য'।

**বিষ্ণুৰাম দাস**

জন্ম-মৃত্যু বা বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাই। কবিৰূপে পৰিচিত। 'জোনাকী'ৰ প্ৰথম ভাগ, একাদশ-দ্বাদশ সংখ্যাত (১৮২৪ শক) 'তামোল চোৰৰ বঁটা' নামৰ কবিতা প্ৰকাশ পাইছে।

**বিষ্ণুৰাম শৰ্মা বৰুৱা**

জন্ম-মৃত্যু বা ব্যক্তিগত জীৱন সম্পৰ্কে বিশেষ উল্লেখ পোৱা নাই।

জোনাকী আৰু আৱাহন যুগৰ লেখক। ভালে সংখ্যক প্ৰবন্ধ-পাতি ৰচনা কৰিছে। বিশেষকৈ 'জোনাকী'ত প্ৰকাশিত প্ৰবন্ধসমূহ উল্লেখনীয় সৃষ্টি। 'জ্বালামুখী পৰ্বত', 'ধন মানুহ', 'ভূঁইকপ' ইত্যাদি বিষ্ণুৰাম শৰ্মা বৰুৱাৰ উৎকৃষ্ট মানৰ প্ৰবন্ধ। প্ৰবন্ধসমূহৰ অধিক সংখ্যক 'জোনাকী' কাকতৰ প্ৰথম ভাগৰ অষ্টম, একাদশ আৰু দ্বাদশ সংখ্যাত প্ৰকাশ পাইছে।

**বীৰেন্দ্ৰনাথ দত্ত (জন্ম ঃ ১৯১২ খ্ৰী.., মৃত্যু ঃ ১৯৭২ খ্ৰী.)**

জন্মস্থান গোলাঘাট জিলাৰ মিছামৰা মৌজাৰ কৰুনাটিং চাহ বাগিছা। ৰচনা কৰা উল্লেখযোগ্য কবিতাপুথি ঃ 'অভিযান' (১৯৩৩)।





**বীৰেশ্বৰ শৰ্মা (জন্ম-১৯০৫)**

জন্মস্থান দৰং জিলা। নাট্যকাৰৰূপে পৰিচিত। 'বুঢ়াৰ বিয়া', 'মোকৰ্দমা', 'মুক্তিৰ পথ' আদি লেখকৰ উল্লেখযোগ্য নাটক।

**বুদ্ধীন্দ্ৰনাথ দিলিহিয়াল ভট্টাচাৰ্য (জন্ম-১৮৬৫ খ্ৰী.., মৃত্যু ঃ ১৯৪৫ খ্ৰী.)**

জন্মস্থান নগাঁৱৰ শিঙিয়া গাঁও। পিতৃৰ নাম ধৰ্মদত্ত আৰু মাতৃৰ নাম কেতেকী।

১৮৮৫ খ্ৰীষ্টাব্দত এন্ট্ৰেন্স পাছ কৰি কলিকতাৰ এছেম্বলি ইন্সটিটিউছনত নাম ভৰ্তি কৰে। এই কলেজেই পিছলৈ 'চিটি কলেজ' নাম পায়। ১৮৮৭ খ্ৰীষ্টাব্দত এফ. এ. পাছ কৰি ১৮৮৯ খ্ৰীষ্টাব্দত যোৰহাট চৰকাৰী হাইস্কুলত শিক্ষকতা আৰম্ভ কৰে। কিছুদিন এই কামত থাকি ১৮৯২ খ্ৰীষ্টাব্দত যোৰহাট কাছাৰীৰ পেস্কাৰ হয় আৰু ১৮৯৬ খ্ৰীষ্টাব্দত চিভিল পেস্কাৰৰূপে শিৱসাগৰৰ কছাৰীত যোগ দিয়ে।

অৱসৰৰ পিছত চাহ ব্যৱসায়ত জড়িত হয়। 'আসাম হিতৈষী' আৰু 'জয়ন্তী' কাকতত অলেখ প্ৰবন্ধ-পাতি ৰচনা কৰে। ১৯২৮ খ্ৰীষ্টাব্দত প্ৰকাশিত 'ৰমণী গাভৰু' আৰু 'চিত্ৰাংগদা' (১৯৩২) তেওঁৰ উল্লেখযোগ্য নাটক।

১৯৩২ খ্ৰীষ্টাব্দত প্ৰকাশিত 'ইংৰাজী অসমীয়া অভিধান' অসমীয়া ভাষা-সাহিত্যলৈ এক উল্লেখনীয় অৱদান। ঊনবিংশ আৰু বিংশ শতিকাৰ সন্ধিকালত ৰচনা কৰা হৰেশ্বৰ শৰ্মা বৰুৱাৰ 'অভিমন্যু বধ' নাটকখনৰ মাজে মাজে অমিত্ৰাক্ষৰ ছন্দৰ পদ প্ৰয়োগ কৰি প্ৰশংসিত হয়।

**বৃন্দাবন গোস্বামী**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাই। নাট্যকাৰৰূপে প্ৰখ্যাত। ৰচিত গ্ৰন্থ—ধেমেলীয়া নাটক ঃ 'ঠানবাপু', 'পৰাচিত', গহীন বিয়োগাত্মক নাটকখন হ'ল—'বিসৰ্জন' (১৯৩০)। 'মিলন' আলোচনীৰ ষষ্ঠ বছৰত তিনি অংকৰ এই নাটকখন প্ৰকাশ হয়। নগাঁও নাট্য সমাজৰ

লগত জড়িত আৰু দুবছৰীয়া কাৰ্যকালৰ বাবে (১৯৩৬-১৯৩৭ আৰু ১৯৩৭-১৯৩৮) নগাঁও ৰংগমঞ্চৰ সভাপতি আছিল।

**বেণুধৰ ৰাজখোৱা (জন্ম-১১ ডিচেম্বৰ, ১৮৭২ খ্ৰী.·, মৃত্যু-২২ জুন, ১৯৫৫ খ্ৰী.)**

জন্মস্থান দিহিংপাৰৰ খোৱাং। পিতৃৰ নাম সুচান্দবাদ ৰাজখোৱা। শিক্ষা জীৱন আৰম্ভ কৰে ডিব্ৰুগড়ৰ জয়পুৰ মজলীয়া স্কুলত। তাৰ পিছত উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যায় আৰু 'অ. ভা. উ. সা' সভা আৰু 'জোনাকী', 'বিজুলী' আদি কাকতৰ সৈতে জড়িত হৈ পৰে। তৃতীয় বছৰৰ 'বিজুলী' কাকতখন তেওঁ সম্পাদনা কৰিছে। ১৮৯৬ খ্ৰীষ্টাব্দত মনস্তত্ব বিষয়ত এম. এ. পঢ়ে। কিন্তু সেই সময়তে মাটিহাকিমৰ পদৰ বাবে নিৰ্বাচিত হোৱাত পঢ়া এৰি চাকৰি জীৱনত সম্পৃক্ত হয়। পিছলৈ ডেপুটি কমিছ্নাৰ পদত অধিষ্ঠিত হয়। অৱসৰ গ্ৰহণ কৰে ১৯৩১ খ্ৰীষ্টাব্দত।

ৰচিত গ্ৰন্থ—'ডেকা গাভৰু' (১৮৮৯), 'সেউতী কিৰণ' (১৮৯৪),'পঞ্চকবিতা' (১৮৯৫), 'দশগীত, সৰু ল'ৰাৰ গান' (১৮৯৯), 'অসমীয়া ভাই' (১৯০১), 'দুৰ্যোধনৰ উৰু ভংগ' (১৯০৩), 'বাঁহী' (১৯০৩), 'দক্ষযজ্ঞ', 'কুৰি শতিকাৰ সভ্যতা' (১৯০৮), 'দৰবাৰ' (১৯১২), 'অসমীয়া খণ্ডবাক্য কোষ', 'তিনি ঘৈণী', 'সিপুৰীৰ বাতৰি', 'জীৱন সন্ধিয়া', 'যমপুৰী', 'টোপনিৰ পৰিণাম', 'মোৰ জীৱন দাপোণ' ইত্যাদি। বুৰঞ্জীমূলক গ্ৰন্থ ঃ 'Assamse Demonology' (১৯০৫), 'Short Accounts of Assam', (১৯১৫), 'Historical Sketches of Old Assam' (১৯১৭) ইত্যাদি। ১৯২৮ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ ধুবুৰী অধিৱেশনৰ সভাপতিৰ পদ শুৱনি কৰে।

**বেণুধৰ শৰ্মা (জন্ম-১৬ নৱেম্বৰ, ১৮৯৪ খ্ৰী.·, মৃত্যু ঃ ২৬ ফেব্ৰুৱাৰী, ১৯৮১ খ্ৰী.)**

জন্মস্থান শিৱসাগৰৰ চাৰিং। পিতৃ নাম ডিম্বেশ্বৰ শৰ্মা, মাতৃ তুলসী।





শিক্ষা লাভ কৰে শিৱসাগৰ আৰু কলিকতাত। শিৱসাগৰ ফুলেশ্বৰী হাইস্কুল আৰু যোৰহাটৰ বেজবৰুৱা হাইস্কুলত কিছুকাল শিক্ষকতা কৰে। ১৯২১ আৰু ১৯৩০ খ্ৰীষ্টাব্দৰ স্বাধীনতা আন্দোলনত অংশগ্ৰহণ কৰি কাৰাবাস খাটে।

ৰচনা সমগ্ৰ ঃ শিশু সাহিত্য ঃ 'ৰাংপতা' (১৯৪৩) আৰু 'লাতুমণি' (১৯৬১)। ঐতিহাসিক প্ৰবন্ধ ঃ 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' (১৯৫৯), 'সাতাৰন ছাল' (১৯২৭), 'দূৰবীণ' (১৯৫১), 'অৰ্ঘ্যাৱলী' (১৯৬৭)। ইয়াৰ বাহিৰেও নানা ঠাইত সিঁচৰতি হৈ থকা বুৰঞ্জীমূলক প্ৰবন্ধ। জীৱনী-সাহিত্য ঃ 'মণিৰাম দেৱান' (১৯৫০), 'জৱাহৰলালৰ জীৱনী' (১৯৩৫), 'গংগাগোবিন্দ ফুকন' (১৯৫০), 'হেমচন্দ্ৰ গোস্বামী' (১৯৭২), 'গোবিন্দ বেজবৰুৱা'। চুটি গল্প ঃ 'মৰমৰ কাৰেং' (১৯৬৯) (পাঁচটা চুটি গল্প সংকলন)। শিশু উপযোগী অনূদিত গ্ৰন্থ ঃ 'ৰবিন্‌চন ক্ৰুছ' (১৯১০, গিৰীন্দ্ৰনাথৰ সৈতে যুটীয়াভাৱে ৰচিত), 'মংগলতিৰ কণ্ঠীমালা' (১৯৪৬), 'বংগমুৰা মৰমৰ কাৰেং' (সম্পাদনা, ১৯৬৯), 'নৌযাত্ৰাৰ আপদীয়া কাহিনী' (১৯৫৫)। সম্পাদনা ঃ 'ডক্টৰ ৱেডছৰ এন একাউণ্ট অব আছাম' (১৯২৭) আৰু 'হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী (১৯৭২)। বিবিধ গদ্যৰ পুথি ঃ 'ৰিবেলিয়ণ্ড এইটিন ছিক্সটি ছেভেন ভিছ - এ ভিছ আছাম' (১৯৫৭), 'দুণৰি' (১৯৬৩), 'দক্ষিণপাট সত্ৰৰ বুৰঞ্জী' (১৯৬৬), 'ফুলচন্দন' (১৯৬৯) ইত্যাদি। 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' গ্ৰন্থৰ বাবে সাহিত্য অকাডেমী বঁটা (১৯৬০) ৰে সন্মানিত হয়। অসম সাহিত্য সভাৰ ধুবুৰীত বহা ৰূপালী জয়ন্তী অধিৱেশনত সভাপতিত্ব কৰে, ১৯৫৩ খ্ৰীষ্টাব্দত শ্বিলঙত বহা অসম সাহিত্য সভা অধিৱেশনৰ বুৰঞ্জী সন্মিলনৰ সভাপতি পদৰ বাবে মনোনীত হয়। ভাৰত চৰকাৰে মৰণোত্তৰভাৱে পদ্মভূষণ উপাধি প্ৰদান কৰে। ১৯৩৫ খ্ৰীষ্টাব্দত যোৰহাটৰ ঠেঙালৰ পৰা প্ৰকাশিত 'বাতৰি'ৰ সহকাৰী সম্পাদক হয় আৰু ১৯৩৯ খ্ৰীষ্টাব্দত ডিব্ৰুগড় নগৰৰ পৰা প্ৰকাশ পোৱা 'তৰুণ অসম' নামৰ বাতৰি কাকত এখন সম্পাদনা কৰে।

**বৈকুণ্ঠনাথ চক্ৰৱৰ্তী (জন্ম-১৯ অক্টোবৰ, ১৯০০ খ্ৰী. ·, মৃত্যু ঃ ২০ ফেব্ৰুৱাৰী, ১৯৭৬ খ্ৰী.)**

জন্মস্থান নলবাৰী জিলাৰ বনগাঁও। সংস্কৃত পণ্ডিত তথা ব্যাকৰণ আৰু ন্যায় শাস্ত্ৰত ব্যুৎপত্তি থকা লোক। তেওঁ অসমীয়া আৰু সংস্কৃত দুয়োটা ভাষাতে কাব্য চৰ্চা কৰিছে। ৰচনা কৰা কাব্যগ্ৰন্থ ঃ 'শ্ৰীকৃষ্ণলীলামৃতম' আৰু 'প্ৰৱাহ'। 'প্ৰৱাহ' কাব্য গ্ৰন্থ ভাগৱতৰ দশম স্কন্ধৰ আধাৰত ৰচনা কৰা। ইয়াৰ ছন্দ তোটক আৰু শ্লোকৰ সংখ্যা ৫৯৮ টা। অসম সাহিত্য সভাৰ ১৯৭২ খ্ৰীষ্টাব্দত অনুষ্ঠিত ধুবুৰী অধিৱেশনৰ কবি সন্মিলনৰ সভাপতিৰ পদ শুৱনি কৰে।

**বোধনাথ পটংগীয়া**

বংশ পৰিচয় তথা জন্ম-মৃত্যু সম্পৰ্কে বিশেষ তথ্য পোৱা নাই। তেজপুৰৰ এজন নাট্যকাৰ তথা অভিনেতা। একমাত্ৰ নাটখনৰ নাম 'চন্দ্ৰবীৰ'। বাণ থিয়েটাৰত মঞ্চস্থ হোৱা অনূদিত নাট 'ছাহজাহান'ত ঔৰংগজেৱৰ চৰিত্ৰত অভিনয় কৰি দৰ্শকৰ দ্বাৰা প্ৰশংসিত। এই নাটকখন বাংলাৰ পৰা অনুবাদ কৰিছে নগাঁৱৰ প্ৰখ্যাত অভিনেতা তথা নাট্যকাৰ চন্দ্ৰনাথ শৰ্মা আৰু বসন্তকুমাৰ বৰুৱাই।





# ভ

**ভকতৰাম দত্তচৌধুৰী**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাই। জন্মস্থান বৰপেটা। ১৯০১ খ্ৰীষ্টাব্দত 'প্ৰণয় গান' নামৰ এখনি গ্ৰন্থ ৰচনা কৰে।

**ভগৱতীপ্ৰসাদ বৰুৱা (জন্ম-১৯০০ খ্ৰী. ·, মৃত্যু ঃ ১৪ অক্টোবৰ, ১৯৩৩ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ জিলাৰ সোণাৰী। পিতৃৰ নাম ৰাধিকাপ্ৰসাদ বৰুৱা আৰু মাতৃৰ নাম হিমলা বৰুৱানী। কৰ্ম জীৱনৰ পাতনি তৰে এগৰাকী মৌজাদাৰ হিচাপে। একাধাৰে কবি আৰু প্ৰবন্ধ লেখক। ৰচিত গ্ৰন্থৰ উল্লেখ পোৱা নাযায়।

**ভগৱান চন্দ্ৰ পাঠক (জন্ম ঃ ১৯১১ খ্ৰী. ; মৃত্যু ঃ ১৯৮৬ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ বাৰাদি সত্ৰ। ধৰ্মতত্ত্ব বিষয়ক আৰু দাৰ্শনিক চিন্তাসম্বলিত প্ৰবন্ধৰ উপৰিও 'জীৱন কিয়নো লাগে' নামৰ এখন গ্ৰন্থ ৰচনা কৰে।

**ভৱদেৱ ভাগৱতী (জন্ম-২৭ জানুৱাৰী, ১৯০২ খ্ৰী.·, মৃত্যু ঃ ১৯ জুলাই, ১৯৮৮ খ্ৰী.)**

জন্মস্থান নলবাৰী জিলাৰ কৈঠালকুছি গাঁও। বৃত্তিগতভাৱে চামতা উচ্চ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক আছিল। সংস্কৃত ভাষাত থকা বিশেষ ব্যুৎপত্তিৰ বাবে ভাৰতৰ ৰাষ্ট্ৰপতিৰ দ্বাৰা বিশেষভাৱে সন্মানিত হয়। অসমীয়া আৰু সংস্কৃত সাহিত্যলৈ বৰঙণি ঃ 'লীলা' (উপন্যাস), 'ভেকোভাওনা', 'সুখৰ সপোন' (ব্যংগ পুথি), 'সতী জয়মতী' (খণ্ডবাক্য), 'প্ৰৱাহ' (মালিনী, মন্দাক্ৰান্তা, বংশস্থবিল ছন্দ), 'শ্লোকমালা', 'নূতনং নাটকম্' (নাটক) ইত্যাদি

**ভৱনাথ হাজৰিকা (মৃত্যু ঃ ১৯৪৪ খ্রী.)**

জন্মস্থান যোৰহাটৰ টেকেলী গাঁও। পিতৃৰ নাম টুনিৰাম। প্রাথমিক শিক্ষা যোৰহাট টেকেলা গাঁৱত। ডাক আৰু তাঁৰ বিভাগৰ কৰ্মচাৰী আছিল। কবিতা ৰচনা কৰি জনপ্ৰিয়তা অৰ্জন কৰে। 'বাঁহী', 'আৱাহন', 'মিলন' আদি আলোচনীত কবিতা প্ৰকাশ হৈছে। কবিতাসমূহত জন্মভূমিৰ প্ৰতি থকা বান্ধোনৰ সুৰ এটি অনুৰণিত হোৱা শুনিবলৈ পোৱা যায়।

**ভৱপ্ৰসাদ ৰাজখোৱা (জন্ম ঃ ২৩ অক্টোবৰ, ১৯১৭ খ্রী.·, মৃত্যু ঃ ১৯৭৯ খ্রী.)**

জন্মস্থান যোৰহাটৰ তৰাজানৰ সোণাৰি গাঁও। যোৰহাট জগন্নাথ বৰুৱা কলেজত বি. এ. দ্বিতীয় বাৰ্ষিকলৈকে পঢ়ি শিক্ষা সমাপ্ত কৰে। তাৰ পিছত গুৱাহাটী বেংক কৰ্মচাৰীৰূপে চাকৰি জীৱন আৰম্ভ কৰে। ৰোমাণ্টিক ভাৱসম্পন্ন কবিৰ বহু সংখ্যক কবিতা 'বাঁহী', 'আৱাহন' আদি সাময়িক আলোচনীত প্ৰকাশ পায়। 'নিৰলাৰ মমতাজ' শীৰ্ষক প্ৰেমৰ কবিতাটি কবিৰ উল্লেখনীয় সৃষ্টি।

**ভৱানন্দ দত্ত (জন্ম ঃ ১৯১৮ খ্রী. ·, মৃত্যু ঃ ১৯৫৯ খ্রী.)**

জন্মস্থান যোৰহাট। 'জয়ন্তী' কাকতৰ যোগেদি যিকেইজন লেখকে অসমীয়া সাহিত্যত প্ৰৱেশ কৰা আধুনিকতাৰ চেতনা নিজৰ সৃষ্টিৰে বিকশিত কৰিছিল তেওঁলোকৰ ভিতৰত ভবানন্দ দত্ত অন্যতম। ভাৰতৰ স্বাধীনতা আন্দোলনৰ এজন সক্ৰিয় কৰ্মী। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰি নলবাৰী মহাবিদ্যালয়ৰ দৰ্শন বিভাগৰ অধ্যাপক পদত নিযুক্ত হয়। ১৯৪৭ খ্ৰীষ্টাব্দত ভাৰত চৰকাৰৰ মেধা বৃত্তি লাভ কৰি শিশু মনোবিজ্ঞান সম্পৰ্কে অধ্যয়ন কৰিবলৈ ইংলণ্ডলৈ যায়। কিন্তু ব্যক্তিগত অসুবিধাৰ বাবে অধ্যয়ন সম্পূৰ্ণ নকৰাকৈয়ে অসমলৈ প্ৰত্যাৱৰ্তন কৰে।

'আৱাহন', 'ৰামধেনু', 'জয়ন্তী', 'অসমীয়া' আদি আলোচনীৰ এজন নিয়মীয়া লেখক। দত্তই 'নচিকেতা' ছদ্মনাম লৈ 'জয়ন্তী'ৰ ১ম সংখ্যাত (১৯৪৩), 'ৰাজপথ' নামৰ কবিতাটি ৰচনা কৰে। তেওঁ ৰচনা কৰা গ্ৰন্থ ঃ 'ফিল'ছফি এণ্ড ইণ্ডিয়া' (১৯৫৯), 'ৰবীন্দ্ৰ প্ৰতিভা' (১৯৬০), 'দৃষ্টি আৰু দৰ্শন' (১৯৬১), 'অসমীয়া কবিতাৰ কাহিনী' (১৯৬৯) ইত্যাদি।





**ভৱানন্দ ৰাজখোৱা (জন্ম ঃ ১৯১৯ খ্রী.; মৃত্যু ঃ ৮ এপ্ৰিল, ১৯৯৭ খ্রী.)**

জন্মস্থান গুৱাহাটী। পিতৃৰ নাম পূৰ্ণানন্দ ৰাজখোৱা। প্ৰাথমিক শিক্ষা লাভ কৰে পাণবজাৰ প্ৰাইমাৰী স্কুল আৰু মঙলদৈ প্ৰাইমাৰী স্কুলত। ১৯৩৬ খ্ৰীষ্টাব্দত মঙলদৈ চৰকাৰী হাইস্কুলৰ পৰা মেট্ৰিক, কটন কলেজৰ পৰা বি. এ. আৰু প্ৰাইভেটকৈ এম. এ. পাছ কৰি মঙলদৈৰ টংলাত অস্থায়ীভাৱে চাব ইন্সপেক্টৰ পদত কাৰ্যনিৰ্বাহ কৰে। তাৰ পিছত মঙলদৈ চৰকাৰী হাইস্কুলৰ শিক্ষক পদত অধিষ্ঠিত হয়। ১৯৭৪ খ্ৰীষ্টাব্দত অধ্যক্ষ পদৰ পৰা অৱসৰ গ্ৰহণ কৰে।

১৯৭৪ খ্ৰীষ্টাব্দত মঙলদৈত অনুষ্ঠিত অসম সাহিত্য সভাৰ কবি সন্মিলনত সভাপতিত্ব কৰে। আৱাহন যুগৰ এগৰাকী উল্লেখযোগ্য ৰোমাণ্টিক কবি। প্ৰথম কবিতা 'মন্দাকিনী' ১৯৩৫ খ্ৰীষ্টাব্দত 'আৱাহন'ত প্ৰকাশ পায়। ড° মহেশ্বৰ নেওগে সম্পাদনা কৰা আৰু সাহিত্য অকাডেমিৰ দ্বাৰা প্ৰকাশিত 'সঞ্চয়ন', নীলমণি ফুকন সম্পাদিত 'কুৰি শতিকাৰ অসমীয়া কবিতা' আৰু নৱকান্ত বৰুৱা সম্পাদিত 'মৰহা ফুল' নামৰ কবিতা সংকলনত ৰাজখোৱাৰ কবিতা সন্নিৱিষ্ট হৈছে। কাব্য গ্ৰন্থ ঃ 'খৰিকাজাঁই' আৰু 'জোনমণি'।

অনুবাদ গ্ৰন্থ ঃ বংকিমচন্দ্ৰৰ 'বিষবৃক্ষ' (১৯৮৪), জীৱনী গ্ৰন্থ ঃ 'ৰাষ্ট্ৰ বীৰৰ কাহিনী' (১৯৮৭)।

**ভবেন্দ্ৰচন্দ্ৰ নাথ (জন্ম ঃ ১৫ ডিচেম্বৰ, ১৯০১ খ্রী.)**

জন্মস্থান গোৱালপাৰা জিলাৰ সিধাবাৰী।যোৰহাট গুৰু ট্ৰেইনিঙত প্ৰশিক্ষণপ্ৰাপ্ত নাথ বৃত্তিত শিক্ষক আছিল। ৰচিত গ্ৰন্থ ঃ 'ভূগোলৰ টোকা' (১৯৪৮), 'বিজ্ঞানৰ আদি কথা' (১৯৫০) আৰু 'প্ৰাথমিক পৰিমিতি' (১৯৫২)।

**ভাৰত দাস (জন্ম-১৮৮৫, মৃত্যু ঃ ১৯৬২ খ্রী.)**

জন্মস্থান বৰপেটা জিলা। এগৰাকী স্বাধীনতা সংগ্ৰামী। 'ভাগৱতী ধৰ্মৰ সম্বন্ধ গীতা' নামৰ এখন গ্ৰন্থ অপ্ৰকাশিত অৱস্থাত আছে। প্ৰকাশিত গ্ৰন্থখনৰ নাম—'শিল্প সংকেত'।

**ভুৱনচন্দ্ৰ ফুকন (জন্ম ঃ ১৯১৩ খ্ৰী.)**

জন্মস্থান কামপুৰৰ চাংচকি। তেওঁ চৰকাৰী চাকৰিয়াল আছিল। নৰ্মাল স্কুলৰ মাহেকীয়া আলোচনী 'প্ৰভাত'ত 'নদী' নামৰ প্ৰথমটো কবিতা প্ৰকাশ পায়। 'অৰুণ', 'অকণ', 'ঘৰজেউতি', 'মিলন', 'ন-জোন', 'সাদিনীয়া অসমীয়া', 'গাঁৱলীয়া' আদিত ফুকনৰ গল্প, কবিতা, প্ৰবন্ধ প্ৰকাশ পাইছে। 'শতদল' তেওঁৰ আধ্যাত্মিক আৰু ৰহস্যধৰ্মী কবিতাৰ সংকলন। 'সত্য কিম্বা মায়া', 'নুবুজিলে আজি তোমাক কবি' আদি আন দুখন কবিতাৰ পুথি। 'দীপশিখা', 'কুসুমকুমাৰী', 'চন্দ্ৰমা','বিলাপিকা', 'অৰুন্ধতী','দেৱযানী', আদি প্ৰবন্ধ অপ্ৰকাশিত অৱস্থাত।

**ভৈৰৱচন্দ্ৰ খাটনিয়াৰ (জন্ম-১৮৮৯ খ্ৰী.-, মৃত্যু ঃ ৩১ ডিচেম্বৰ, ১৯২৭ খ্ৰী.)**

জন্মস্থান বৰপেটাৰ বজালী অঞ্চলৰ কালজিৰাপাৰা গাঁও। বৰপেটা হাইস্কুলত এন্ট্ৰেন্সলৈকে পঢ়ি যোৰহাটৰ নৰ্মাল স্কুলৰ পৰা 'শিক্ষকৰ প্ৰশিক্ষণ' সমাপ্ত কৰে। তাৰ পিছত নৰ্মাল স্কুলৰ শিক্ষকৰূপে কৰ্মজীৱন আৰম্ভ কৰে।

'মানিমুনি শাক'ক উপজীব্য হিচাপে লৈ ৰচনা কৰা একে নামৰ কবিতাটোৰ বাবে প্ৰখ্যাত। বজালী অঞ্চল তথা অসমৰ এজন জনপ্ৰিয় কবি। আত্মজীৱনীমূলক ৰচনা আৰু ঈছপৰ উপকথা আদি তেওঁ অপ্ৰকাশিত গ্ৰন্থ।

**ভোগনাৰায়ণ বৰুৱা**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাই। প্ৰবন্ধ ৰচক হিচাপে





পৰিচিত। 'জোনাকী'ত প্ৰবন্ধ ৰচনা কৰিছে। 'জাতীয় সহানুভূতি' লেখকৰ এটা উল্লেখযোগ্য প্ৰবন্ধ।

**ভোলানাথ কাকতি (জন্ম ঃ ২২ জুন, ১৮৮৬, মৃত্যু ঃ ১৯৬৯ খ্ৰী.)**

জন্মস্থান যোৰহাট নগৰ। পিতৃৰ নাম লক্ষ্মীনাথ কাকতি আৰু মাকৰ নাম জয়ন্তী কাকতি। ডিব্ৰুগড়ৰ পৰা প্ৰৱেশিকা, কটন কলেজৰ পৰা আই. এ. আৰু কলিকতাৰ ৰিপন কলেজৰ পৰা বি. এ. পাছ কৰি কোচবেহাৰলৈ আইন পঢ়িবলৈ যায়। কিন্তু আইন শিক্ষা সম্পূৰ্ণ নকৰাকৈ ঘৰলৈ ঘূৰি আহে।

১৯১১ খ্ৰীষ্টাব্দৰ ১১ এপ্ৰিলৰ দিনা চৰকাৰে অসম অসামৰিক সেৱালৈ মকৰল কৰে। পলাশবাৰী চক্ৰলৈ ৰাজহ বিষয়া হিচাপে যোগদান কৰে। পিছলৈ বিভিন্ন ঠাইত চাকৰি সূত্ৰে থাকি ১৯০২ খ্ৰীষ্টাব্দত গোলাঘাটত মহকুমাধিপতিৰ দায়িত্বত থকা অৱস্থাতে কামৰ পৰা অৱসৰ লয়। পিছত শিৱসাগৰৰ বাসিন্দা হয়।

এজন সাহিত্যিকৰূপে পৰিচিত। ১৯৫২ খ্ৰীষ্টাব্দত 'ভক্তি প্ৰদীপ' আৰু 'বুদ্ধ আৰু বৌদ্ধ ধৰ্ম' নামৰ দুখন পুথি ৰচনা কৰে। সেই সময়ৰ বিভিন্ন আলোচনীত ধৰ্ম আৰু দৰ্শন সম্পৰ্কীয় যথেষ্ট সংখ্যক প্ৰবন্ধ নিয়মীয়াকৈ প্ৰকাশ পাইছে।

**ভোগীৰাম দাস (জন্ম ঃ ১ জানুৱাৰী, ১৮৯৫ খ্ৰী.; মৃত্যু ঃ ৫ ডিচেম্বৰ, ১৯৮০ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ কদমতলা গাঁও। বৃত্তিত শিক্ষক আছিল। প্ৰকাশিত পুথি—'বিজ্ঞান সাৰ', 'ভৌগোলিক সংজ্ঞা' আৰু 'ভূগোলৰ টোকা'।

# ম

**মধুসূদন দাস**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাই। জোনাকী আৰু আৱাহন যুগৰ লেখক। ৰচনা কৰা প্ৰবন্ধবোৰৰ মান অতি উন্নত। জোনাকীৰ প্ৰথম ভাগ অষ্টম সংখ্যাত প্ৰকাশ পোৱা 'সাংখ্য দৰ্শন'ৰ পঞ্চবিংশতি তত্ত্ব' এক উচ্চমানৰ প্ৰবন্ধ। কেইবাটাও প্ৰবন্ধ জোনাকীত প্ৰকাশ পাইছে। তাৰ ভিতৰত 'মান বিচাৰ প্ৰথম অধ্যায়' (১ম ভাগ, ষষ্ঠ সংখ্যা), মানবিচাৰ ২য় অধ্যায় (২য় ভাগ, ১৩ শ, ১৪ শ সংখ্যা), 'চক্ৰেটিছ' (২য় ভাগ, ষষ্ঠ, সপ্তম সংখ্যা) আদি উল্লেখনীয়।

**মনোৰমা ভট্টাচাৰ্য (জন্ম-১৯১৪ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ কুলবিল সত্ৰ। পিতৃৰ নাম পদ্মচন্দ্ৰ গোস্বামী আৰু মাতৃ উত্তম সুন্দৰী দেৱী। কবি হিচাপে পৰিচিত।কেইবাটাও কবিতা 'ঘৰজেউতী' আৰু 'আৱাহন'ত প্ৰকাশ পায়। একমাত্ৰ শিশু পুথিখন—'মন বৃন্দাবন'।

**মনোৰঞ্জন শাস্ত্ৰী (জন্ম-১৯১১, মৃত্যু ঃ ১৯৮৮ খ্ৰী.)**

জন্মস্থান. দৰং জিলাৰ ভেৰুৱা গাঁও। পিতৃৰ নাম শ্যামদেৱ আৰু মাতৃৰ নাম ভোগেশ্বৰী। নলবাৰীৰ পৰা সংস্কৃতত প্ৰাথমিক শিক্ষা লাভ কৰি কলিকতাৰ পৰা সংস্কৃতত সুখ্যাতিৰে উত্তীৰ্ণ হয়। 'স্মৃতিতীৰ্থ', 'স্মৃতিৰত্ন', 'ধৰ্মশাস্ত্ৰাচাৰ্য', 'বেদান্ত শাস্ত্ৰী' আৰু 'বেদান্ত তীৰ্থ' উপাধি লাভ কৰে। নলবাৰী সংস্কৃত মহাবিদ্যালয়ত অধ্যক্ষ হিচাপে কাৰ্যনিৰ্বাহ কৰে।

এগৰাকী বিদগ্ধ সংস্কৃত পণ্ডিত। অনুবাদক, কবি আৰু নাট্যকাৰৰূপে পৰিচিত। সংস্কৃতলৈ অনুবাদ কৰা গ্ৰন্থ ঃ'কেতেকী কাব্যম' (ৰঘুনাথ





চৌধাৰীৰ 'কেতেকী')। সংস্কৃতত ৰচিত নাটক ঃ 'উতংক ভৈক্ষম'। কাব্যগ্ৰন্থ ঃ 'প্ৰকাশ কামৰূপম' আৰু 'পতাকাল্লায়'। সম্পাদিত গ্ৰন্থ— 'স্মৃতিসাগৰ সাৰ', 'গ্ৰহণ কৌমুদী', 'জ্যোতিমালা'। আলোচনামূলক গ্ৰন্থ ঃ 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা', 'সাহিত্য দৰ্শন', 'কুমৰিল ভট্ট' আৰু 'আচাৰ্য ধৰ্মকীতি কাব্যাৰ্থবোধ'।

**মনোৰঞ্জন দাস (জন্ম ঃ ১৯১২ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলা। বৃত্তিত ব্যৱসায়ী আছিল। প্ৰকাশিত গ্ৰন্থ ঃ 'শংকৰদেৱৰ দাৰ্শনিক মতবাদ' (১৯৫৭), 'সত্য সন্ডেদ' (১৯৯২), 'মহাপুৰুষ মাধৱদেৱৰ জীৱন দৰ্শন' (১৯৯১), 'শংকৰদেৱৰ বিহিত পন্থাৰ আঁতিগুৰি' (১৯৯৭), 'Life in Nature' (১৯৪২), 'ঘটনাৰ ছাঁ (১৯৬৪), 'সৰ্বোদয়' (১৯৪২), 'গীতা প্ৰৱেশ' (১৯৯২), 'শ্ৰীকৃষ্ণৰ ৰাস লীলাৰ ৰহস্য' (১৯৯৪) ইত্যাদি।

**মফিজুদ্দিন আহমদ হাজৰিকা (জন্ম ঃ ৩০ আগষ্ট, ১৮৭০ খ্ৰী.·, মৃত্যু ঃ ২৯ অক্টোবৰ, ১৯৫৮ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড়। পিতৃৰ নাম হিস্মতুদ্দিন আহমদ আৰু মাতৃৰ নাম ৰাহনুৰী। ডিব্ৰুগড়তে শিক্ষা জীৱন আৰম্ভ কৰে আৰু এণ্ট্ৰেন্স মহলালৈকে পঢ়ি তাতেই শিক্ষাৰো সামৰণি মাৰে।

পোনতে বন বিভাগত চাকৰি কৰে যদিও অৱসৰৰ সময়ত চিভিল পেস্কাৰ পদত অধিষ্ঠিত হয়। ১৯৩০ খ্ৰীষ্টাব্দত গোলাঘাটত অনুষ্ঠিত অসম সাহিত্য সভাৰ দ্বাদশ অধিৱেশনত সভাপতিত্ব কৰে।

ৰচনা কৰা কাব্যগ্ৰন্থ ঃ'জ্ঞানমালিনী' (১৮৯৬) আৰু 'তত্ত্ব পাৰিজাত' (১৯৭০) কাব্যগ্ৰন্থ। 'মালিনীৰ বীণ' নামৰ আন এখন পুথিৰ ৰচয়িতা। (ড° মহেশ্বৰ নেওগে ('অসমীয়া সাহিত্যৰ ৰূপৰেখা') উল্লেখ কৰা মতে, অসমীয়া সাহিত্যলৈ ইছলামী ছুফীবাদৰ প্ৰথম আমদানি কৰোঁতা। এগৰাকী সাহিত্যিক পেন্সনাৰ।

**মৰহুম মফিজুদ্দিন আহমদ (জন্ম ঃ ১৮৯৭ খ্ৰী.)**

জন্মস্থান গোৱালপাৰা জিলাৰ বুদিচুৰ। গোৱালপাৰা চৰকাৰী হাইস্কুলৰ পৰা হাইস্কুল শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটী কটন মহাবিদ্যালয়ত আই. এ.লৈকে শিক্ষা লাভ কৰে।

গোৱালপাৰা চহৰৰ মে. ই. মাদ্ৰাছাৰ প্ৰধান শিক্ষকৰূপে কৰ্মজীৱন আৰম্ভ কৰে। পৰৱৰ্তী সময়ত অভয়াপুৰীৰ বিজনী বাছষ্টেগুৰ কাৰ্যালয় কেৰাণী (ৰেকৰ্ডকিপাৰ) হিচাপে কাৰ্যনিৰ্বাহ কৰে। ৰচিত গ্ৰন্থ ঃ 'অৰ্পণ' (কবিতা পুথি), 'আহুতি' (কবিতা পুথি) আৰু 'নহৰ' (চাৰিগৰাকী বিদুষী মহিলাৰ জীৱনী)। অপ্ৰকাশিত পুথি ঃ 'ৰৌশ্বন' (ইচলামিক কবিতা) আৰু 'থুনুপাক' (চুটিগল্প)।

**ময়িদুল ইছলাম বৰা (জন্ম ঃ ১৮৯৯, মৃত্যু ঃ ১৯৪৪ খ্ৰী.)**

জন্মস্থান ৰংপুৰ নগৰ। সম্ভ্ৰান্ত মুছলমান বৰা পৰিয়ালৰ লোক। শিৱসাগৰ উচ্চ ইংৰাজী স্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯১৯ খ্ৰীষ্টাব্দত কটন কলেজৰ পৰা প্ৰথম বিভাগত আই. এ., সেই কলেজৰ পৰাই ১৯২১ খ্ৰীষ্টাব্দত বি. এ. ডিগ্ৰী আৰু ঢাকা বিশ্ববিদ্যালয়ৰ পৰা ১৯২৩ খ্ৰীষ্টাব্দত ফাৰ্ছী সাহিত্যত এম. এ. ডিগ্ৰী লাভ কৰে। ১৯২৯ খ্ৰীষ্টাব্দত বিলাতলৈ গৈ তাত গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লয়। এই উপাধি লাভ কৰা তেওঁ প্ৰথমজন অসমীয়াৰূপে পৰিচিত।

কিছু মূল্যৱান প্ৰবন্ধ ৰচনা কৰাৰ উপৰিও 'My first Reader', 'My second Reader' আদি ইংৰাজী পাঠমালা ৰচনা কৰে। এই পাঠমালা অসম বংগদেশৰ পঢ়াশালিবোৰত বহু বছৰ ধৰি চলি আছিল। ৰচনা কৰা '১৭ শ শতিকাৰ অসমীয়া ৰূপবল' নামৰ এটি উল্লেখনীয় প্ৰবন্ধ 'অসম সাহিত্য সভা পত্ৰিকা'ত প্ৰকাশ হয়। 'বিজুলী', 'চেতনা', 'বাঁহী', 'আৱাহন'ত লিখিছে। ১৯৪০ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ যোৰহাটত অনুষ্ঠিত অধিৱেশনত সভাপতিৰ পদ শুৱনি কৰে। অসম ছাত্ৰ সন্মিলনৰ ১৮ শ অধিৱেশনতো (১৯৩৪ খ্ৰী.) সভাপতিত্ব কৰিছে।





**মলিন বৰা (জন্ম ঃ ১ জানুৱাৰী, ১৯০৬, মৃত্যু ঃ ৮ ডিচেম্বৰ, ১৯৬২ খ্ৰী.)**

জন্মস্থান নগাঁও চহৰৰ পৰা ছমাইল দূৰৰ বৰজহা। কবি, গীতিকাৰৰূপে প্ৰখ্যাত। সৰহখিনি গীত 'সুৰৰ কবিতা' (১৯৫১) পুথিত সন্নিৱিষ্ট হৈছে। কবিতাৰ মূল সুৰ ৰোমাণ্টিক। পৰৱৰ্তী সময়ত উপন্যাস ৰচনাতো হাত দিয়ে।

**মহাদেৱ শৰ্মা (জন্ম ১৮৮৬; মৃত্যু ঃ৭ ছেপ্টেম্বৰ, ১৯৬৬ খ্ৰী.)**

জন্মস্থান শোণিতপুৰ জিলাৰ তেজপুৰ। পিতৃৰ নাম জয়দেৱ শৰ্মা আৰু মাতৃৰ নাম মোহিনী দেৱী। তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰা প্ৰাথমিক শিক্ষা লাভ কৰি উচ্চ শিক্ষাৰ বাবে কলিকতা স্কটিচ চাৰ্চ কলেজলৈ যায়। কৰ্মজীৱন আৰম্ভ কৰে এগৰাকী শিক্ষক হিচাপে।

অসমৰ চতুৰ্থ শিশু আলোচনী 'অৰুণ' আৰু 'অসম হিতৈষী' কাকতৰ সম্পাদক, সদৌ অসম মইনা পাৰিজাতৰ প্ৰতিষ্ঠাপক সভাপতি আৰু মইনা পাৰিজাতৰ মুখপত্ৰ 'মইনা'ৰ সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰে।

ৰচনা সম্ভাৰ ঃ 'বুদ্ধদেৱ' (১৯২৪), 'মহম্মদ চৰিত' (১৯২৮), 'যীশু চৰিত' (১৯৩৮), 'ৰামকৃষ্ণ পৰমহংস' (১৯৪১), 'কস্তুৰবা গান্ধী'(১৯৪৪, মহাত্মা গান্ধীৰ পত্নী কস্তুৰবা গান্ধীৰ জীৱনভিত্তিক গ্ৰন্থ), 'উপনিষদৰ বাণী', 'পুৰাণৰ উপাখ্যান' ইত্যাদি। 'বাঁহী' আলোচনীত 'মৰাশ' ছদ্মনামেৰে সাহিত্য ৰচনা কৰে।

**মহীচন্দ্ৰ বৰা (জন্ম ঃ ১৮৯৪ খ্ৰী. ·, মৃত্যু ঃ ১৩ জুন, ১৯৬৫ খ্ৰী.)**

জন্মস্থান নগাঁও জিলাৰ দেৱনাৰিকলি গাঁও। নগাঁও চৰকাৰী উচ্চ বিদ্যালয়ৰ পৰা অসম উপত্যকাত শীৰ্ষস্থান লাভ কৰি প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। তাৰ পিছত তেওঁ কলিকতা স্কটিচ চাৰ্চ কলেজৰ পৰা ডিষ্টিংছনসহ বি. এ. আৰু গুৱাহাটীৰ আৰ্ল ল' কলেজৰ পৰা বি. এল. ডিগ্ৰী (১৯২০) লয়। কৰ্ম জীৱনৰ পাতনি মেলে চাহ বাগিছাৰ মেনেজাৰৰূপে। উত্তৰ গুৱাহাটীৰ কমলদেৱ হাইস্কুলতো শিক্ষকতা কৰে।

তাৰ লগে লগে শিলা সেন্দুৰীথোপা মৌজাও চলায়। ১৯২৪-২৫ খ্ৰীষ্টাব্দ মানৰ পৰা নগাঁৱৰ ফৌজদাৰীপট্টিৰ নিগাজী বাসিন্দা হয়। একে সময়তে নগাঁও কাছাৰীত আইনজীৱিৰূপে প্ৰতিষ্ঠা লাভ কৰে।

আৱাহন যুগৰ প্ৰখ্যাত গল্পকাৰ । লক্ষ্মীনাথ বেজবৰুৱাৰ পিছত তেওঁ হাস্য-ব্যংগ লেখকৰূপে প্ৰসিদ্ধ। 'উকীলৰ জন্ম ৰহস্য' (গল্প সংকলন, ১৯৭৮), 'শান্তি শতক' (তত্ত্বমূলক কাব্য গ্ৰন্থ), 'জীৱনী মাণিক' (জীৱনী সাহিত্য মাণিক চন্দ্ৰ বৰুৱা) আদি তেওঁৰ উল্লেখযোগ্য গ্ৰন্থ।

নগাঁও লোকেল বোৰ্ডৰ চেয়াৰমেন হোৱাৰ উপৰি অসম সাহিত্য সভাৰ লগতো ওতপ্ৰোতভাৱে জড়িত আছিল।

**মহেন্দ্ৰনাথ ডেকা ফুকন (জন্ম ঃ ১৮৯৬খ্ৰী.; মৃত্যু ঃ ১৮ মাৰ্চ, ১৯৭৩ খ্ৰী.)**

জন্মস্থান গুৱাহাটী। পিতৃৰ নাম লক্ষ্মীনাথ ফুকন, মাতৃৰ নাম জয়ন্তী। প্ৰাথমিক শিক্ষা লতাশিল প্ৰাইমাৰী স্কুলত লাভ কৰে। ১৯১৬ খ্ৰীষ্টাব্দত কটন কলেজিয়েটৰ পৰা মেট্ৰিক পাছ কৰি কটন কলেজত নাম লগায়। কিন্তু প্ৰথম বাৰ্ষিকতে পঢ়া এৰি অসহযোগ আন্দোলনত যোগ দিয়ে।

১৯২২ খ্ৰীষ্টাব্দত এবছৰৰ বাবে কাৰাবাস খাটে। কাৰাগাৰৰ পৰা ওলাই উজনিৰ বলমা বাগিছাত এবছৰকাল চাকৰি কৰি 'আৰ্ট' শিকিবলৈ কলিকতালৈ যায় (১৯২৪)। তাৰ পৰা ১৯২৬ খ্ৰীষ্টাব্দত বাৰ্মা পায়গৈ। তাতেই 'ৰেংগুন মেইল' আৰু 'ছিংগাপুৰ মেইল' নামৰ দুখন বাতৰি কাকতত সহযোগী সম্পাদক হিচাপে কাম কৰে। ১৯৩৬ খ্ৰীষ্টাব্দত ডেকাফুকন পুনৰ অসমলৈ ঘূৰি আহে আৰু অসমকেশৰী অম্বিকাগিৰীয়ে প্ৰতিষ্ঠা কৰা 'অসম-সংৰক্ষিণী' সভাত যোগ দিয়ে। মানসিক অস্থিৰতাৰ বাবে পুনৰ কলিকতালৈ যায়। তাতে ছপাশাল এটা খুলি ব্যৱসায় আৰম্ভ কৰে। কিন্তু তাতো তিষ্ঠিব নোৱাৰি পুনৰ অসমলৈ প্ৰত্যাৱৰ্তন কৰে।

১৯৪৭ খ্ৰীষ্টাব্দত অসম চৰকাৰৰ প্ৰচাৰ বিভাগৰ চাকৰিত নিযুক্তি পায়। দুমাহমানৰ পিছত সেই চাকৰিও বাদ দিয়ে।

এজন উদভ্ৰান্ত প্ৰকৃতিৰ লোক বুলি জনা যায়। কিন্তু তেওঁৰ প্ৰতিভা





বহুমুখী আছিল। নাটক, ছবি অঁকা, বিভিন্ন ভাষাত (অসমীয়া, ইংৰাজী, বাংলা, হিন্দী, নেপালী) সাৰগৰ্ভ বক্তৃতা প্ৰদান কৰা, সুন্দৰ কবিতা আবৃত্তি কৰা ইত্যাদিত পাৰ্গত আছিল। 'বাঁহী' আৰু 'আৱাহন'ত তেওঁৰ কবিতা প্ৰকাশ পায়। উল্লেখ্য যে কটন কলেজৰ প্ৰখ্যাত প্ৰতীকটোৰ তেৱেঁই নিৰ্মাতা। ১৯৭০ খ্ৰীষ্টাব্দত ধিঙত বহা অসম সাহিত্য সভাৰ অধিৱেশনত বিশেষভাৱে সম্বৰ্ধিত হয়।

'অস্থিবজ্ৰ' (১৯৩৬), 'বেজবৰুৱাৰ গীত' উল্লেখযোগ্য কবিতাৰ পুথি।

**মহেন্দ্ৰনাথ শইকীয়া (জন্ম-১৯০২ খ্ৰী.)**

ডিব্ৰুগড় বেৰিহোৱাইট মেডিকেল স্কুলৰ ছাত্ৰ। ছাত্ৰাৱস্থাৰ পৰাই নানান সামাজিক অনুষ্ঠানৰ লগত জড়িত থাকি সমাজ সেৱাত ব্ৰতী হয়। আধ্যাত্মিক ভাৱধাৰাৰ গ্ৰন্থ 'চেতনা' আদি উল্লেখনীয়।

**মহেশচন্দ্ৰ দেৱগোস্বামী (জন্ম ঃ ৪ জানুৱাৰী, ১৯১৯ খ্ৰী., মৃত্যু ঃ ৩০ মে', ১৯৮৯ খ্ৰী.)**

জন্মস্থান নগাঁৱৰ বালিসত্ৰ। পিতৃৰ নাম কন্দৰ্প দেৱগোস্বামী আৰু মাতৃৰ নাম ৰোহিনী দেৱী। বালিসত্ৰ আৰু আঠগাঁও মজলীয়া স্কুলৰ পৰা প্ৰাথমিক শিক্ষা সাং কৰি তেওঁ গুৱাহাটীৰ কটন কলেজিয়েটত নাম লগায়। ১৯৩৬ খ্ৰীষ্টাব্দত সেই স্কুলৰ পৰাই পাচোঁটা বিষয়ত লেটাৰসহ প্ৰৱেশিকা পাছ কৰে। ১৯৩৮ খ্ৰীষ্টাব্দত লজিকত লেটাৰসহ আই. এ. আৰু ১৯৪০ খ্ৰীষ্টাব্দত অসমীয়া বিষয়ত সৰ্বোচ্চ নম্বৰ পোৱাৰ লগতে দৰ্শনত সন্মানসহ বি. এ. ডিগ্ৰী লাভ কৰে। তাৰ পিছত ১৯৪২ খ্ৰীষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা দৰ্শনত সুখ্যাতিৰে স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে।

১৯৪৪ খ্ৰীষ্টাব্দত নগাঁও কলেজত অধ্যাপক হিচাপে নিযুক্ত হৈ ১৯৮০ খ্ৰীষ্টাব্দত অধ্যক্ষৰূপে অৱসৰ গ্ৰহণ কৰে। স্ত্ৰী শিক্ষাৰ প্ৰসাৰত মধ্য অসমৰ এটি স্মৰণীয় নাম।

একাধাৰে কবি, ব্যংগ লেখক, সাংস্কৃতিক কৰ্মী, শিক্ষাবিদ আৰু অনুবাদক। ৰচিত গ্ৰন্থ ঃ 'ছয়ামৰা' (১৯৪১), 'স্মৃতি' (১৯৪৯)। গীতৰ সংকলন ঃ 'অময়া' (১৯৪৮); ব্যংগ ৰচনা ঃ কিমাশ্চৰ্যম্' (১৯৫০), 'মই যে কৰাম বিয়া' (১৯৬৬), 'কৈফিয়ৎ' (১৯৪৭) ইত্যাদি উল্লেখনীয়। অনুবাদ গ্ৰন্থ ঃ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ 'এন. আইডিয়েলিষ্ট ভিউ অব লাইফ'ৰ অনুবাদ 'জীৱনৰ আশীৰ্বাদ' (১৯৬৩)।

ব্যংগ ৰচনাসমূহ 'কুমাৰ শ্ৰীমধুসুদন'ৰ নামত ৰচনা কৰিছে। ১৯৬৮ খ্ৰীষ্টাব্দত লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম শতবাৰ্ষিকী উপলক্ষে অসম সাহিত্য সভাই প্ৰকাশ কৰা 'বেজবৰুৱাৰ প্ৰতিভা' গ্ৰন্থখনি সম্পাদনা কৰে।

**মহেশচন্দ্ৰ বৰকটকী**

'জোনাকী'ৰ কবি। 'জোনাকী'ৰ দ্বিতীয় ভাগ, ষষ্ঠ-সপ্তম সংখ্যাত (১৮২৫ শক) 'দুখৰ কাহিনী' নামৰ কবিতা প্ৰকাশ পায়।

**ড° মহেশ্বৰ নেওগ (জন্ম ঃ ১৯১৮, মৃত্যু ঃ ১৯৯৫)**

জন্মস্থান শিৱসাগৰ কমাৰদফীয়া গাঁও। পিতৃৰ নাম মাণিক চন্দ্ৰ নেওগ আৰু মাতৃৰ নাম চন্দ্ৰপ্ৰভা। প্ৰাথমিক শিক্ষা গ্ৰহণ কৰে কমাৰদফীয়া নিম্ন প্ৰাথমিক বিদ্যালয়ত। শিৱসাগৰ উচ্চ ইংৰাজী বিদ্যালয়ত ছবছৰমান পঢ়াৰ পাছত যোৰহাট চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা তিনিটা বিষয়ত লেটাৰসহ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। গুৱাহাটীৰ কটন কলেজত কলেজীয়া শিক্ষা শেষ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা (১৯৪৮) প্ৰথম শ্ৰেণীৰ প্ৰথম হৈ অসমীয়া বিষয়ত এম. এ. ডিগ্ৰী আৰু ১৯৫৫ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট (ডি. ফিল) ডিগ্ৰী লাভ কৰে।

তাৰ পিছত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়তে অসমীয়া বিভাগৰ অধ্যাপক পদত নিযুক্ত হৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'জৱাহৰলাল নেহৰু' অধ্যাপক হোৱাৰ সন্মান অৰ্জন কৰে। ১৯৮৯ খ্ৰীষ্টাব্দত শংকৰদেৱ বঁটাৰে সন্মানিত হয়। ভাৰত চৰকাৰৰ 'পদ্মশ্ৰী' উপাধি লাভ কৰে। ১৯৪৭





খ্ৰীষ্টাব্দত মঙলদৈত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিৱেশনত সভাপতিৰ পদ অলংকৃত কৰে। জীৱন কালত পোৱা অন্যান্য বঁটাৰ ভিতৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰফেছাৰ এমেৰিটাছ, ৰাষ্ট্ৰীয় সংগীত নাটক অকাডেমীৰ 'ফেলো', অসম সাহিত্য সভাৰ 'সদস্য মহীয়ান' ইত্যাদি উল্লেখযোগ্য। অসমীয়া সাহিত্যক ভাষা, লিপি, বুৰঞ্জী, প্ৰত্নতত্ত্ব, নৃতত্ত্ব আদি অনেক দিশতে প্ৰতিষ্ঠা কৰি থৈ যোৱা তেওঁ এজন বৰেণ্য পণ্ডিত।

ৰচনা সমগ্ৰ ঃ 'শ্ৰীশ্ৰীশংকৰদেৱ' (১৯৫১), 'ডাৱৰৰ সিপাৰে ধুনীয়া দেশ' (১৯৪৮), 'পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি' (১৯৫৭), 'অসমীয়া গীতি সাহিত্য' (১৯৫৮), 'অসমীয়া প্ৰেম গাঁথা' (১৯৫৮), 'অসমীয়া সাহিত্যৰ ৰূপৰেখা' (৯৬২-৭৩), 'আধুনিক অসমীয়া সাহিত্য', 'প্ৰাচ্য শাসনাৱলী', 'সত্ৰীয়া নৃত্য' (১৯৭৪), 'বংশী গোপালদেৱৰ চৰিত' (১৯৫০), 'উষা পৰিণয়' (১৯৫১), 'লৱ-কুশৰ যুদ্ধ' ৯১৯৫৪), 'গীতি ৰামায়ণ' (১৯৫৪), 'কীৰ্তন-ঘোষা নামঘোষা' (১৯৫৫), 'ৰামানন্দ দ্বিজৰ গুৰু চৰিত', 'মুছাফিৰখানা' (১৯৭৪), 'সঞ্চাৰিণী দীপশিখা' (১৯৭৮), 'ৰক্তকমল' (১৯৮৩), 'লাজুৰন্তী' (১৯৮৮) ইত্যাদি।

**মাটিৰাম দাস (জন্ম ঊনবিংশ শতিকা)**

ব্যক্তিগত জীৱন সম্পৰ্কে বিশেষ তথ্য পোৱা নাযায়। জোনাকী যুগৰ লেখক। বহু সংখ্যক প্ৰবন্ধ আৰু কাব্য 'আৱাহন' আৰু 'জোনাকী' কাকতত প্ৰকাশ পাইছে। জোনাকী কাকতৰ পাতত (প্ৰথম সংখ্যা) প্ৰকাশিত 'অসমৰ মন্দিৰ বা মঠ', 'কামাখ্যা মন্দিৰ' (দ্বিতীয় সংখ্যা), 'কামাখ্যা মন্দিৰ' (পঞ্চম সংখ্যা), 'যোচেফ থাকোটা' (ষষ্ঠ সংখ্যা), 'কামাখ্যা মন্দিৰ' (নৱম সংখ্যা), 'পাৰ্চি জাতিৰ আদি বৃত্তান্ত' (চতুৰ্থ সংখ্যা), 'কংকুছি' (দশম সংখ্যা) ইত্যাদি প্ৰবন্ধ অসমীয়া প্ৰবন্ধ সাহিত্যলৈ তেওঁৰ বহুমূলীয়া অৱদান।

**প্ৰয়াত মাণিক চন্দ্ৰ দাস (জন্ম ঃ ১৯০৪ খ্ৰী.)**

জন্মস্থান বঙাইগাঁও জিলাৰ পাচনীয়া। গোৱালপাৰা জিলাৰ দুধনৈৰ

বাসিন্দা। বৃত্তিত গড়কাপ্তানী বিভাগৰ কৰ্মচাৰী আছিল। প্ৰকাশিত পুথি— 'প্ৰতিদান' (উপন্যাস, ১৯৭১)।

**ড° মাধৱচন্দ্ৰ দাস (জন্ম ঃ ২১ আগষ্ট, ১৯০৮ খ্ৰী.·, মৃত্যু ঃ ২৩ জুন, ১৯৬৯ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ শুৱালকুছি। পিতৃৰ নাম হাঁহিৰাম কলিতা আৰু মাতৃৰ নাম দীনবালা কলিতা। গুৱাহাটীৰ কটন কলেজিয়েট, কটন কলেজ আদিত অধ্যয়ন কৰি কলিকতাৰ পৰা উচ্চ শিক্ষা লাভ কৰে। উদ্ভিদ জীৱ-বিজ্ঞানত প্ৰথম বিভাগৰ প্ৰথম হৈ উত্তীৰ্ণ হোৱা ড° দাস প্ৰথমজন অসমীয়া ছাত্ৰ। তেওঁৰ গৱেষণাৰ বিষয় আছিল 'Mycology and cytology of certain Smuts on Agriculture and other plants'। জীৱ বিজ্ঞান (কৃষি বিজ্ঞান) বিষয়ৰ গৱেষণামূলক প্ৰবন্ধসমূহ অসমীয়া সাহিত্যলৈ বহুমূলীয়া অৱদান।

**মাধৱচন্দ্ৰ বেজবৰুৱা (জন্ম-১৯১২ খ্ৰী·, মৃত্যু ঃ ১৯ অক্টোবৰ, ১৯৪৬ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ জিলা। পিতৃৰ নাম বিনন্দচন্দ্ৰ বেজবৰুৱা আৰু মাতৃৰ নাম ইন্দুমতী। প্ৰাথমিক শিক্ষা লাভ কৰে শিৱসাগৰ হাইস্কুলত, উচ্চ শিক্ষা কটন কলেজত। 'আৱাহন', 'বাঁহী' আদি আলোচনীত প্ৰবন্ধ-পাতি লিখিছে। লক্ষ্মীনাথ বেজবৰুৱাৰ পৰৱৰ্তী 'বাঁহী' আলোচনীৰ সম্পাদকৰ দায়িত্ব লয়। এগৰাকী সমাজ সেৱক তথা সংগঠকৰূপে পৰিচিত।

**মানেশ্বৰ বৰা (জন্ম-১৯২০ খ্ৰী.)**

জন্মস্থান কামপুৰ পতীয়াপাম গাঁও। পিছলৈ কামপুৰ বুঢ়াগাঁৱৰ বাসিন্দা হয়। পিতৃৰ নাম ভদৰ আৰু মাতৃ লবিতী। ১৯৫৩ খ্ৰীষ্টাব্দত যোৰহাট নৰ্মাল স্কুলৰ পৰা প্ৰথম বিভাগত উত্তীৰ্ণ হয়। চাকৰি জীৱনৰ শেষৰ চৈধ্য বছৰকাল কামপুৰৰ শ্ৰীকামেশ্বৰ বৰঠাকুৰ মজলীয়া স্কুলৰ





প্ৰধান শিক্ষক হিচাপে থাকি ১৯৮১ খ্ৰীষ্টাব্দৰ ২৭ জানুৱাৰীত অৱসৰ গ্ৰহণ কৰে। কাব্যগ্ৰন্থ ঃ 'পুৱালৈ সময় কিমান' (১৯৫৩) আৰু 'শৰাই'। মহাপুৰুষ মাধৱদেৱৰ 'কুলুপীয়া ঘোষা' সংগ্ৰহ আৰু প্ৰকাশ।

১৯৮০ খ্ৰীষ্টাব্দত 'মুক্তি যুঁজত কামপুৰ' নামৰ গ্ৰন্থখনি সম্পাদনা কৰে। বিভিন্ন কবিতা, প্ৰবন্ধ আদি 'অসমবাণী', 'আলোক', 'সৃষ্টি' আদিত প্ৰকাশ পায়। ১৯৭৬ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ আঞ্চলিক সংগঠক, ১৯৭৭ খ্ৰীষ্টাব্দত জিলা পৰিষদৰ উপ-সভাপতি নিৰ্বাচিত আৰু অসম সাহিত্য সভাৰ ৫২ তম কামপুৰ অধিৱেশনত সম্বৰ্ধিত হয়। ১৯৭৭ খ্ৰীষ্টাব্দৰ অসম সাহিত্য সভাৰ তৃতীয় কাৰ্যনিৰ্বাহকত 'মোহ মুদ্গৰ' নামৰ গ্ৰন্থ এখন সংস্কৃতৰ পৰা পদ্যানুবাদ কৰে।

**মিত্ৰদেৱ মহন্ত (জন্ম-১৮৯৪ খ্ৰী. ·, মৃত্যু ঃ ১৯৮২ খ্ৰী.)**

জন্মস্থান যোৰহাটৰ ওচৰৰ লেটুগ্ৰাম সত্ৰ। যোৰহাটত স্কুলীয়া শিক্ষা লাভ কৰাৰ পিছত কটন কলেজৰ পৰা ইণ্টাৰমিডিয়েট পাছ কৰে।

শিক্ষকৰূপে তেওঁ কৰ্মজীৱন আৰম্ভ হয়। ১৯৫১ খ্ৰীষ্টাব্দত যোৰহাট চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত শিক্ষক, যোৰহাট নৰ্মাল স্কুলৰ সহকাৰী অধ্যক্ষ (১৯৩৭-৪৭), শেষত যোৰহাট চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষকৰূপে (১৯৪৭-৪৯) কাৰ্যনিৰ্বাহ কৰি চাকৰি জীৱনৰ পৰা অৱসৰ লয়। জীৱনৰ বিয়লি বেলাৈলে এজন সত্ৰাধিকাৰ ৰূপে সত্ৰ পৰিচালনাৰ ভাৰ লয়।

একাধাৰে নাট্যকাৰ, অভিনেতা, গীতিকাৰ, সুৰকাৰ, কথা-সাহিত্যিক তথা সত্ৰীয়া নৃত্য-গীতৰ ওজাৰূপে প্ৰখ্যাত।

অসমীয়া নাট্য সাহিত্যৰ ইতিহাসত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে। ৰচিত নাটকৰ পটভূমি হাস্য-ব্যংগাত্মক। নাটকসমূহত প্ৰতিফলিত হৈছে সমাজৰ দোষ-গুণ। ৰচিত নাটক ঃ 'কুকুৰীকণাৰ আঠমঙলা' (১৯১৬), 'বিয়া বিপৰ্যয়' (১৯২৬), 'এটা চুৰট' (১৯৩৫), 'টিপচহী' (১৯৩৯),

'লকলৌ লানি' (১৯৫৬), 'মেলটৰি' (১৯৪৬), 'ভাকুট্‌কুট' (১৯৪৮), 'ভোটৰ ৰগৰ' (১৯৫২), 'টেঙৰ ভেঙৰ', 'চেঁচা জ্বৰ', 'অচিন কাঠৰ থোৰা', 'চৰণ ধূলি', 'টেঙৰ আইতা' ইত্যাদি।

পৌৰাণিক নাট ঃ 'বৈদেহী-বিয়োগ' (১৯৫০), 'বলিছলন' (১৯৫৬), 'প্ৰচ্ছন্ন পাণ্ডৱ' (১৯৫৪) ইত্যাদি। শিশু সাহিত্য ঃ 'মৌ মহাভাৰত' (১৯২৫), 'জুনজুনি', 'চেনেহজৰী'। গল্প সংকলন ঃ 'চন্দ্ৰহাৰ' (১৯২৪), গীতি সংকলন ঃ 'গীতি-শতদল'।

অসম সাহিত্য সভাৰ একত্ৰিংশৎ সন্মিলনত (ডিগবৈ ১৯৬৪) সভাপতিত্ব কৰে, ১৯৬১ খ্ৰীষ্টাব্দত সংগীত-নাটক অকাডেমীৰ বঁটা লাভ কৰে আৰু ১৯৮২ খ্ৰীষ্টাব্দত পোন প্ৰথমবাৰৰ বাবে সাহিত্য সভাৰ 'সাহিত্যাচাৰ্য' উপাধিৰে বিভূষিত হয়।

**মিনি এমঞ্জ (জন্ম ঃ ১৯০৮ খ্ৰী., মৃত্যু ঃ ১৯৭৭ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ জিলা। বৃত্তিত শিক্ষক আছিল । ৰচিত গ্ৰন্থ ঃ 'তীৰ্থ যাত্ৰী', 'বাইবেল সৌৰভ', 'মৰমী আইতা', 'সাধুতলী'। ১৯৬৩ খ্ৰীষ্টাব্দত শিক্ষকতাৰ ৰাষ্ট্ৰীয় বঁটা লাভ কৰে।

**মীনধৰ হাজৰিকা**

'আৱাহন' আৰু 'জোনাকী' যুগৰ লেখক। পদ্য ৰচনাত দক্ষতা অপৰিসীম। 'জোনাকী'ৰ ষষ্ঠ সংখ্যাৰ প্ৰথম ভাগত শ্ৰীযুত গতি পাচনি ছদ্মনামত 'পাচনিৰ উক্তি' নামৰ এখন পুথি ৰচনা কৰে। এই ৰচনাত বিভিন্ন কথাৰ লগতে অসমীয়া লেখকসকলক কেৱল গল্প-উপন্যাস-কবিতাতে আৱদ্ধ নাথাকি অসমীয়া নাট-ভাওনা আদি ৰচনা কৰি অসমীয়া সাহিত্যৰ পথাৰখনি সমৃদ্ধ কৰিবলৈকো উৎসাহিত কৰিছে। 'জোনাকী'ৰ ষষ্ঠভাগ তৃতীয় সংখ্যা আৰু চতুৰ্থ সংখ্যাত ক্ৰমে 'খেদ' আৰু 'কণমইনা' নামৰ দুটি সুন্দৰ কবিতা প্ৰকাশ পাইছে। 'কণমইনা' কবিতাটি এডৱাৰ্ড ফাৰ্মাৰৰ 'লিটল





জিম' নামৰ কবিতাটিৰ মুকলি অনুবাদ। হাজৰিকাই 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ বাৰ্ষিক সভাত কবিতা আবৃত্তি কৰি প্ৰশংসা লাভ কৰে।

**মুজাৰাম মহন্ত (জন্ম-১৯০০ খ্ৰী:)**

জন্মস্থান দৰং জিলা। কেবাখনো তত্ত্বমূলক পুথি ৰচনা কৰে। তাৰ ভিতৰত 'চক্ৰভেদ', 'শিষ্য সংবাদ', 'গুপ্তমণি' আদি প্ৰধান।

**মুক্তানাথ বৰুৱা (জন্ম-১৯০৫, মৃত্যু ঃ ১৯৮৯ খ্ৰী.)**

১৯২৭ খ্ৰীষ্টাব্দত সংস্কৃতত সন্মান সহকাৰে বি. এ. পাছ কৰি কিছুদিন শিক্ষকতা কৰে। পিছত ব্যৱসায়ৰ সৈতে জড়িত হয়। ৰচিত গ্ৰন্থ ঃ 'ভাৰত বুৰঞ্জী', 'সাহিত্য সমল', 'কাৰ্যপ্ৰবোধ' ইত্যাদি। দুখমান ইংৰাজী গ্ৰন্থও অসমীয়ালৈ অনুবাদ কৰিছে।

**মুক্তিনাথ বৰদলৈ (জন্ম ঃ ১৯১০ খ্ৰী.)**

পিতৃৰ নাম কীৰ্তিনাথ বৰদলৈ। একাধাৰে নাট্যকাৰ, গীতিকাৰ। ভালে সংখ্যক গীত ৰচনা কৰিছে। কীৰ্তিনাথ বৰদলৈৰ সৈতে লগ লাগি ৰচনা কৰা নাট্যগ্ৰন্থ ঃ 'বাসন্তীৰ অভিষেক' (১৯২৯), 'লুইত কোঁৱৰ' (১৯৩০), 'মেঘাৱলী'। বিংশ শতিকাৰ পঞ্চম দশকত বৰদলৈয়ে শিশুৰ বাবে ৰচনা কৰা 'ভক্ত প্ৰহ্লাদ' (১৯৪৯) তিনি অংকীয় পৌৰাণিক নাটক।

**মুঞ্চী কেয়াফৎ উল্লা**

মূলতঃ এজন কবি। 'জোনাকী'ৰ দ্বিতীয় ভাগ, দ্বিতীয় সংখ্যাত, (১৮২৪ শক) 'স্তুতি' নামৰ কবিতা প্ৰকাশ পাইছে।

**মুনীন বৰকটকী (জন্ম ঃ ১৯১৫ খ্ৰী. ·, মৃত্যু ঃ ১৯৯৩ খ্ৰী.)**

গুৱাহাটীৰ পঞ্চবটীৰ নিগাজী বাসিন্দা আছিল।

আৱাহন যুগৰ এগৰাকী প্ৰখ্যাত গল্পকাৰ। কটন কলেজৰ পৰা স্নাতক

পৰীক্ষাত (১৯৩৮) ডিষ্টিংছনসহ প্ৰথম হৈ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা সোণৰ পদক লাভ কৰে। ডিগ্ৰী লোৱাৰ আগেয়ে যোৰহাট (তিনিখন হাইস্কুল) আৰু মোককচাঙত শিক্ষকতা কৰি কৰ্ম জীৱনৰ পাতনি মেলে। একাধাৰে এজন কৃতি সাংবাদিক, আগশাৰীৰ সাহিত্যিক আৰু কঠোৰ সমালোচক আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ (১৯৭২-৭৩) সাংবাদিকতা বিভাগত অধ্যাপনা কৰিছিল।

কৰ্ম জীৱনত কেৱল সাংবাদিকতাতে নহয়, বিভিন্ন দিশৰ লগত জড়িত আছিল। মাধৱচন্দ্ৰ বেজবৰুৱা সম্পাদিত 'বাঁহী'ৰ সহযোগী সম্পাদক (১৯০৮-৩১), আসাম ট্ৰিবিউন আৰু অসমীয়া কাকতৰ সম্পাদক, কেন্দ্ৰীয় চৰকাৰৰ তথ্য আৰু অনাতাঁৰ বিভাগৰ উচ্চ পদস্থ বিষয়া, অসম চৰকাৰ গাঁও উন্নয়ন আৰু পৰিকল্পনা বিভাগৰ প্ৰচাৰ বিষয়া, প্ৰচাৰ বিভাগৰ সম্পাদক আৰু উপ-সঞ্চালক (১৯৪৮-৫৫), প্ৰেছ ইনফৰ্মেচন আৰু আকাশবাণীৰ বাৰ্তা সম্পাদক (১৯৬৫-৭০) আদি বিভিন্ন ক্ষেত্ৰত বৰকটকীয়ে উল্লেখনীয় বৰঙণি আগবঢ়াইছে।

'বিস্মৃত ব্যতিক্ৰম' (জীৱনী গ্ৰন্থ, ১৯৮১), গ্ৰন্থৰ বাবে অসম প্ৰকাশন পৰিষদ বঁটা (১৯৮৪) লাভ কৰে। বিভিন্ন কাকত-আলোচনীত অসংখ্য মননশীল প্ৰবন্ধ ৰচনা কৰিছে। সেইসমূহ ৰচনা 'মুনীন বৰকটকী স্মাৰক ন্যাসে' যুগুতাই গ্ৰন্থ আকাৰে প্ৰকাশ কৰিছে। গ্ৰন্থকেইখন হ'ল—শিৱনাথ বৰ্মন সম্পাদিত জীৱনীমূলক প্ৰবন্ধ 'বন্দিত বৰেণ্য' (১৯৯৫), নলিনীধৰ ভট্টাচাৰ্যই সম্পাদনা কৰা 'প্ৰসংগ ঃ সমালোচনা' (১৯৯৬), যোগেন্দ্ৰ নাৰায়ণ ভূঞাই সম্পাদনা কৰা গল্প, কবিতা, একাংকিকাৰ নাটৰ সংকলন 'ত্ৰিবিধা' (১৯৯৬), হীৰেণ গোহাঁই সম্পাদিত 'অন্তৰ আৰু অন্তৰীক্ষ' (১৯৯৮), ৰঞ্জিত কুমাৰ দেৱগোস্বামী সম্পাদিত 'এ মুনীন বৰকটকী মিছচেলনি' (১৯৯৮)।

**মোছলেহউদ্দিন আহমদ (জন্ম-১৮৯৩ খ্ৰী.)**

জন্মস্থান নগাঁও জিলাৰ পুৰণিগুদাম। এজন প্ৰসিদ্ধ হোমিঅ'প্যেথিক





চিকিৎসক আছিল। 'উষা'ত 'ভোমোৰা' নামৰ কবিতাটোৰে সাহিত্যিক জীৱন আৰম্ভ কৰে। ভালেসংখ্যক কবিতা, গল্প আৰু প্ৰবন্ধ 'আলোচনী', 'উষা', 'আসাম বান্ধৱ', 'বাঁহী', 'গাঁৱৰ কথা', 'অৰুণ' আদি আলোচনীৰ পাতত সিঁচৰতি হৈ আছে।

**মোহনচন্দ্ৰ মহন্ত (জন্ম-১৮ অক্টোবৰ, ১৯০৩ খ্ৰী.·, মৃত্যু ঃ ২৬ জানুৱাৰী, ১৯৮৯ খ্ৰী.)**

একাধাৰে লেখক, সাংবাদিক, আইনজ্ঞ আৰু সুদক্ষ সমাজ সংগঠক। 'বাঁহী', 'আৱাহন', 'অসমীয়া' আদি আলোচনীৰ যোগেদি সাহিত্য চৰ্চা কৰে।

সোণাৰাম হাইস্কুলৰ শিক্ষক হিচাপে কৰ্মজীৱন আৰম্ভ কৰিছিল। 'অসমীয়া' আলোচনীৰ প্ৰকাশক আৰু সম্পাদক তথা 'জনমভূমি' কাকতৰ সম্পাদনা কৰে।

অসম সত্ৰ সংঘৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল। ৰচনা কৰা গ্ৰন্থ— 'চিন্তা বিবিধা', 'ভক্তি ৰত্নাকৰ' (অনূদিত) ইত্যাদি।

**মোক্ষদা দেৱী বৰুৱানী**

'জোনাকী' আৰু 'আৱাহন' যুগৰ লেখিকা। একাধাৰে কবি আৰু প্ৰবন্ধকাৰ। লেখিকা হিচাপে আত্মপ্ৰকাশ ঘটে 'জোনাকী'ত।

'জোনাকী'ৰ প্ৰথম ভাগৰ ষষ্ঠ সংখ্যাত প্ৰকাশ পোৱা কবিতা 'ৰাজ্যাভিষেক'ত বৃটিছসকলৰ গৌৰৱময় ইতিহাস আৰু গুণ গানৰ কথা বৰ্ণনা কৰিছে। কবিতাটিক 'বামা ৰচনা' বুলি নামকৰণ কৰা হৈছে।

'জোনাকী' কাকতৰ প্ৰথম ভাগ, অষ্টম সংখ্যাত 'পান্না' নামৰ আন এটি প্ৰবন্ধ প্ৰকাশ হৈছে। প্ৰবন্ধটিত 'পান্না' নামৰ এগৰাকী নাৰীৰ সহৃদয়তাৰ কথা বৰ্ণনা কৰা হৈছে। লেখনশৈলী উন্নত মানৰ। প্ৰতিটো ৰচনাত এটা বাণী থকা পৰিলক্ষিত হয়।

**মৌলানা তৈয়বউল্লা (জন্ম-১৮৯৪ খ্রী. ·, মৃত্যু ঃ ১৯৬৬ খ্রী.)**

অসমৰ অসহযোগ আন্দোলনৰ এগৰাকী প্ৰখ্যাত সক্ৰিয় নেতা। বি. এছ. চি. পাছ কৰাৰ পিছতে তেওঁক ই. এ. চি. পদ যচা হয় যদিও সেই পদ গ্ৰহণ নকৰি ভাৰতৰ জাতীয় কংগ্ৰেছত সক্ৰিয়ভাৱে যোগদান কৰে। ১৯২২ খ্ৰীষ্টাব্দত গুৱাহাটী জিলা কংগ্ৰেছৰ সম্পাদক আৰু সভাপতি হয়। ১৯২৬ খ্ৰীষ্টাব্দত পাণ্ডু কংগ্ৰেছ অধিৱেশনৰ আদৰণি সভাৰ সম্পাদক আৰু সেই বছৰতে অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ প্ৰধান সম্পাদকৰূপে নিৰ্বাচিত হয়। ১৯৩১ খ্ৰীষ্টাব্দলৈ সেই পদতে থাকে। ১৯৪০ খ্ৰীষ্টাব্দৰ আগভাগত প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হয় আৰু সত্যাগ্ৰহ আন্দোলনৰ পৰিচালনাৰ দায়িত্বভাৰ লৈ কাৰাবাস খাটে। কেবাবাৰো নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সদস্য হয়। দেশ বিভাজনৰ পিছত মঙলদৈ সমষ্টিৰ পৰা বিনা প্ৰতিদ্বন্দ্বিতাৰে অসম বিধান সভালৈকো নিৰ্বাচিত হয়।

কাৰাগাৰত থকাৰ সময়ত কেইবাখনো গ্ৰন্থ ৰচনা কৰে। 'উৰ্ম্মুল কোৰাণ' প্ৰথম পুথি। ইংৰাজী গ্ৰন্থ ঃ 'ইছলাম এণ্ড নন-ভায়োলেন্স বিটুইন দা ছিম্বল' আৰু 'দা আইডল এটলাষ্ট'। কাৰাগাৰত থাকোঁতে লিখা আন এখন বহুমূলীয়া গ্ৰন্থ হ'ল ঃ'কাৰাগাৰৰ চিঠি আৰু ১৫ আগষ্ট'। এই গ্ৰন্থখনত ভাৰতবৰ্ষৰ অহিংস বিপ্লৱৰ কাহিনী, শ্বহীদসকলৰ চৰম আত্মত্যাগ, চক্ৰান্তকাৰীৰ ভূমিকা, বৃটিছৰ ভাৰত ত্যাগ আন্দোলন ইত্যাদিৰ বিষয়ে বহলকৈ ব্যাখ্যা কৰিছে। 'আলোচনী' কাকতত তেওঁ কবিতা লিখিছিল। ছাত্ৰ জীৱনত 'গুৱাহাটী একতা সভাৰ' নিয়মীয়া সভ্য আছিল। পিছত গুৱাহাটীৰ প্ৰায়বোৰ সাহিত্য আৰু সাংস্কৃতিক অনুষ্ঠানৰ সৈতে জড়িত হয়।





# য

**যজ্ঞেশ্বৰ শৰ্মা (জন্ম ঃ ৭ ডিচেম্বৰ, ১৯০৬ খ্ৰী. ·, মৃত্যু ঃ ১৩ নৱেম্বৰ, ১৯৯৮ খ্ৰী.)**

জন্মস্থান তিতাবৰ মৌজাৰ বগাৰগাঁও। পিতৃৰ নাম লক্ষ্মীনাথ শৰ্মা, মাতৃৰ নাম কোকিলেশ্বৰী দেৱী। তিতাবৰতে প্ৰাথমিক শিক্ষা সমাপ্ত কৰি যোৰহাট গভৰ্ণমেণ্ট স্কুলৰ পৰা ১৯২৩ খ্ৰীষ্টাব্দত মেট্ৰিকুলেশ্বন পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯২৭ খ্ৰীষ্টাব্দত কটন কলেজৰ পৰা বি. এ. পৰীক্ষা পাছ কৰি কলিকতালৈ এম. এ. পঢ়িবলৈ যায় আৰু ১৯২৯ খ্ৰীষ্টাব্দত এম. এ. ডিগ্ৰী লাভ কৰে।

যোৰহাট চৰকাৰী হাইস্কুলত প্ৰায় তিনিমাহ শিক্ষকতা কৰাৰ অন্তত জগন্নাথ বৰুৱা কলেজত প্ৰায় চৈধ্য বছৰকাল অধ্যাপনা কৰে। ইয়াৰ মাজতে শ্ৰীহট্টৰ মুৰাৰিচান্দ কলেজ আৰু কটন কলেজতো অধ্যাপকৰূপে কাৰ্যনিৰ্বাহ কৰি পিছলৈ ১৯৪৪ চনত নগাঁও কলেজৰ প্ৰতিষ্ঠাতা অধ্যক্ষ হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰি সেই পদৰপৰাই অৱসৰ গ্ৰহণ কৰে।

অম্বিকাগিৰী ৰায়চৌধুৰী সম্পাদিত 'চেতনা' কাকতৰ নিয়মীয়া লেখক আছিল। তেওঁৰ সাহিত্য প্ৰতিভাৰ স্ফুৰণ ঘটে 'বাঁহী'ৰ পাতত। শৰ্মাৰ 'শতপত্ৰ' (১৯৩৭) অসমীয়া কবিতাৰ শ্ৰেষ্ঠ সংকলন। কীৰ্তনৰ পৰা 'শতপত্ৰ বিকশিত ভ্ৰমৰ উৰয়' কথাফাঁকিৰ পৰা প্ৰেৰণা পায়েই কাব্যপুথিখনিৰ নামকৰণ কৰে বুলি জনা যায়। 'লেফাফা' (১৯৭৩) ব্যংগাত্মক কবিতাৰ পুথি, 'সাহিত্য-সংস্কৃতিৰ প্ৰবাহ', 'এৰিষ্টটলৰ কাব্য জিজ্ঞাসা', 'লক্ষ্মীনাথ বেজবৰুৱা আৰু গাঁৱলীয়া জীৱন', 'আজি দুপৰীয়া', 'ফুল আৰু জুই', 'কাব্যদেৱতা আৰু মানুহ', 'গুলিস্তানৰ সাধু', 'কণিকা', 'সেই বাছ ক'ত', 'মহাত্মা গান্ধী', 'আমলখি কেঁহা' আদি উল্লেখযোগ্য

গ্ৰন্থ সম্ভাৰ। আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাই 'যজ্ঞেশ্বৰ শৰ্মা প্ৰবন্ধ চয়ন' (১৯৯৮) প্ৰকাশ কৰি উলিয়াইছে। শৰ্মা প্ৰাচ্য আৰু পাশ্চাত্য সাহিত্যত সমানে ব্যুৎপত্তি থকা এজন বৰেণ্য পণ্ডিত আছিল।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ কাৰ্যবাহী পৰিষদ, ফেকাল্টি অব আৰ্টছ, একাডেমিক কাউন্সিল, উচ্চ শিক্ষা পৰিষদৰ সক্ৰিয় সদস্য আছিল। কলেজ শিক্ষক সংস্থাৰ প্ৰথম আহ্বায়ক, প্ৰথমজন সভাপতি আছিল। ১৯৭৪ খ্ৰীষ্টাব্দত বৰদোৱা শংকৰ গৱেষণা কেন্দ্ৰৰ প্ৰতিষ্ঠাপক সভাপতি হয়। অসম সাহিত্য সভাৰ সাহিত্যাচাৰ্য উপাধিৰে (১৯৮৯) সন্মানিত হয়। ১৯৭৬ খ্ৰীষ্টাব্দত টিহুত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ ত্ৰিচত্বাৰিংশ অধিৱেশনত সভাপতিত্ব কৰে।

**যতীন্দ্ৰনাথ দুৱৰা (জন্ম ঃ ৪ মাৰ্চ, ১৮৯২খ্ৰী., মৃত্যু ঃ ৫ জুলাই, ১৯৬৪ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ নগৰৰ দক্ষিণ কোণৰ ইতিহাস প্ৰসিদ্ধ দিখৌ নৈৰ পাৰ। পিতৃৰ নাম শ্যামসুন্দৰ দুৱৰা আৰু মাতৃৰ নাম পুণ্যদা।

শিৱসাগৰৰ চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা ১৯০৯ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় আৰু ১৯১৩ খ্ৰীষ্টাব্দত কলিকতাৰ স্কটিছ চাৰ্চ কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। ইয়াৰ পিছত কলিকতাত আইন আৰু এম. এ. পঢ়িবলৈ লয় যদিও ঘৰুৱা দুৰ্যোগৰ বাবে সিমানতে পঢ়া সামৰিবলগীয়া হয়।

১৯১৮ খ্ৰীষ্টাব্দৰ পৰা ১৯২১ খ্ৰীষ্টাব্দলৈ ডিব্ৰুগড় জৰ্জ ইন্সটিটিউটত শিক্ষকতা কৰে। ইয়াৰ পিছত পুনৰ কলিকতালৈ যায় আৰু স্কটিছ চাৰ্চ কলেজিয়েট স্কুলত বুৰঞ্জীৰ শিক্ষক হিচাপে নিযুক্ত হয়। ১৯৩৮ খ্ৰীষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়ে খোলা অসমীয়া বিভাগত অধ্যাপক, ১৯৪৮ খ্ৰীষ্টাব্দত ডিব্ৰুগড় হনুমানবক্স সুৰযমল কানৈ মহাবিদ্যালয়ত অসমীয়া বিভাগত অধ্যাপক পদত নিযুক্তি হয়। ১৯৬১ খ্ৰীষ্টাব্দত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰে।





দুৱৰা চিৰ কৌমাৰ্য্যব্ৰতী আছিল। কলিকতাত থকা কালত এটি ভয়াৱহ ট্ৰাম দুৰ্ঘটনাত পতিত হৈ দৈহিক সৌন্দৰ্য হেৰুৱাবলগীয়া হয়।

ৰচিত কাব্যপুথি ঃ 'ওমৰ তীৰ্থ', (১৯২৫), 'আপোনসুৰ' (১৯৩৮), 'বনফুল' (১৯৫২), 'মিলনৰ সুৰ' (১৯৬০) আৰু 'মৰমৰ সুৰ' (১৯৭৬)। বহুতো প্ৰবন্ধ-পাতি ৰচনা কৰে। তেওঁ ৰচনা কৰা বাৰটা গীত 'অসমীয়া সংগীত মালা' গ্ৰন্থত সন্নিৱিষ্ট হৈছে।

'বনফুল' কাব্যপুথিখনৰ বাবে ১৯৫২ খ্ৰীষ্টাব্দত সাহিত্য অকাডেমি বঁটা লাভ কৰে। অসমীয়া ভাষাত সাহিত্য অকাডেমি বঁটা পোৱা প্ৰথমগৰাকী অসমীয়া। অসম চৰকাৰৰ দ্বাৰা 'সাহিত্যিক বঁটা'ৰে সন্মানিত। ১৯৫৫ খ্ৰীষ্টাব্দত গুৱাহাটীত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ ২৪ শ অধিৱেশনত সভাপতিত্ব কৰে। 'বাঁহী', 'আলোচনী', 'আৱাহন' আদি বিভিন্ন কাকতত কবিতা প্ৰকাশ পায়। তেওঁ ঘাইকৈ প্ৰেমৰ কবিৰূপে পৰিচিত। ৰচিত গ্ৰন্থ ঃ 'ওমৰ তীৰ্থ' ফাৰ্চী ছুফী কবি ওমৰ খায়ামৰ ৰুবায়তৰ ভাবানুবাদ। ৰুছ সাহিত্যিক টুৰ্গেনিভ আৰু দক্ষিণ আফ্ৰিকাৰ মহিলা লেখক অলিভ শ্ৰাইনাৰৰ পুথিৰ বাছকবনীয়া ৰচনাৰ মুকলি অনুবাদ, ভাবানুবাদ আৰু ছায়ানুবাদেৰে 'কথা-কবিতা' ৰচনা কৰিছে। তেওঁৰ কিছুমান কবিতাত পাশ্চাত্য কবিৰ প্ৰভাৱ লক্ষ্য কৰা যায়।

**যমুনেশ্বৰী খাটনিয়াৰ (জন্ম-১৮৯৯, মৃত্যু ঃ ফেব্ৰুৱাৰী, ১৯২৪ খ্ৰী.)**

জন্মস্থান গোলাঘাট জিলা। সেই সময়ত ছোৱালীয়ে স্কুললৈ গৈ পঢ়া-শুনা কৰাত থকা বাধা-নিষেধৰ বাবে ঘৰতে পঢ়ি মধ্য ইংৰাজী পাছ কৰে। পিছত মুদৈগাঁও বালিকা স্কুলত শিক্ষকতা কৰে। ১৯২০ খ্ৰীষ্টাব্দত ভৈৰৱচন্দ্ৰ খাটনিয়াৰৰ সৈতে বিবাহপাশত আৱদ্ধ হয়। 'ৰচনা' লেখাৰ অনুশীলন কৰে ১৯১৪-১৫ খ্ৰীষ্টাব্দ মানৰ পৰা। ১৯১৯ খ্ৰীষ্টাব্দত 'অৰুণ' নামৰ এখন কাব্য পুথি প্ৰকাশ পায়। অন্যান্য প্ৰকাশিত গ্ৰন্থ ঃ 'সাবিত্ৰী', 'ৰজা লিয়েৰ' ইত্যাদি।

**যাদবচন্দ্ৰ দাস (জন্ম-১৮৮৭, মৃত্যু ঃ ১৯৫৬ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলা। অসম সাহিত্য সভাৰ বৰপেটা অধিৱেশনৰ যুটীয়া সম্পাদক আছিল। বৃত্তিগতভাৱে এজন অধিবক্তা আছিল। প্ৰকাশিত গ্ৰন্থখনৰ নাম ঃ 'সত্ৰ পৰিচয়'। এই গ্ৰন্থখনত বৰপেটা সত্ৰৰ সমীপৱৰ্তী আন আন সত্ৰকেইখনমানৰ চমু পৰিচয় দিয়া হৈছে। অপ্ৰকাশিত আন দুখন গ্ৰন্থ —'শংকৰদেৱৰ চমু জীৱনী' আৰু 'গীতা' (অনুবাদ)।

**যাদৱ দেৱশৰ্মা (জন্মঃ ১৯১১, মৃত্যু ঃ ১৯৫৪ খ্ৰী.)**

ছাত্ৰ জীৱনৰে পৰা অৰ্থাৎ ষোল্ল বছৰ বয়সৰ পৰা সাহিত্য কৰ্মত ব্ৰতী হয়। 'কামাখ্যা প্ৰেছ'ৰ পৰা অতি কষ্ট সহকাৰে তিনিমহীয়া আলোচনী 'উদ্যোগ' উলিয়ায় আৰু উক্ত আলোচনীখনৰ সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰে। ৰচিত গ্ৰন্থ ঃ 'দ্ৰব্যগুণ দৰ্পণ' (১৯৫১), 'বনফুল' (১৯৪৭, কবিতা পুথি), জীৱনীপুথি ঃ 'ভট্টদেৱ ( ১৯৫৪) আৰু অতীত মাধুৰী'। চুটি গল্প সংকলন ঃ 'সপ্তপৰ্ণা'। চিকিৎসা বিষয়ক ঃ 'তিৰোতাৰ গৰ্ভাৱস্থাৰ ৰোগ আৰু তাৰ প্ৰতিকাৰ' আৰু জীৱন বৃত্তান্তমূলক ঃ 'দামোদৰ দেৱ' উল্লেখযোগ্য।

'লক্ষ্মণ' (জীৱনী) আৰু 'কল্যাণ কেন্দ্ৰ' নামৰ দুখন দেশপ্ৰেমূলক প্ৰবন্ধৰ পুথিখন হাতে লিখা অৱস্থাত পোৱা গৈছে।

**যামিনীকান্ত দাস (জন্ম-১৯০৮ খ্ৰী.)**

জন্মস্থান ৰহা। নগাঁও চৰকাৰী হাইস্কুলত শিক্ষকতা কৰে। ৰচিত গ্ৰন্থ ঃ 'অকণৰ সাধুকথা' আৰু 'নল-দময়ন্তী' পুথিৰে সাহিত্য-চৰ্চা কৰে।

**যুগল দাস (জন্ম ঃ ৩ মে', ১৯১০খ্ৰী. , মৃত্যু ঃ ১৬ অক্টোবৰ, ১৯৮৯ খ্ৰী.)**

গুৱাহাটীৰ বাসিন্দা আছিল। অসমৰ সাহিত্য-সংস্কৃতিৰ একনিষ্ঠ সাধক, প্ৰসিদ্ধ ভাস্কৰ, চিত্ৰ শিল্পী, সাহিত্যিক, নাট্যকাৰ, অভিনেতা আৰু





এজন কৃতি খেলুৱৈ আছিল।

'আৱাহন' যুগৰ লেখক দাসে অসমীয়া সাহিত্যলৈ ভালেখিনি অৱদান আগবঢ়াইছে। গল্প আৰু কবিতা ৰচনা কৰাৰ উপৰিও কেইখনো নাটক ৰচনা কৰিছে। 'বায়নৰ খোল', 'মীৰাবাঈ', 'পিয়লি ফুকন' আদি উল্লেখনীয় নাটক। কেইবাখন নাটক অনাতাঁৰ কেন্দ্ৰ যোগেদিও প্ৰচাৰিত হৈছে।

'অসমৰ লোককলা' আৰু 'চৌষষ্ঠি কলা' অসমীয়া সাহিত্য জগতলৈ তেওঁৰ অমূল্য অৱদান। যুগল দাস পৰিচালিত অসমৰ প্ৰতীকপট 'কাজিৰঙা'ই ভাৰতৰ ভিতৰতে প্ৰথমস্থান লাভ কৰিছে।

**যাজ্ঞসেনী বৰা**

জন্মস্থান আৰু বংশ পৰিচয় সম্বন্ধে বিশেষ তথ্য পোৱা নাই। সাহিত্যিক জীৱন আৰম্ভ কৰে কাব্য ৰচনাৰে। 'জোনাকী' প্ৰথম ভাগ, ষষ্ঠ সংখ্যাত (১৮২৪ শকত) 'স্বৰ্গীয় দূত' নামৰ কবিতাটো প্ৰকাশিত হৈছে। সাহিত্য সভাৰ ত্ৰিচত্বাৰিংশ অধিৱেশনৰ সভাপতিৰ আসন শুৱনি কৰে।

**যোগকান্ত বেজবৰুৱা**

'জোনাকী' যুগৰ লেখক। লেখনিত নতুনত্ব প্ৰদানকৰাত প্ৰশংসনীয় পদক্ষেপ গ্ৰহণ কৰে।

'জোনাকী'ৰ ষষ্ঠ ভাগ ১২ শ সংখ্যাত প্ৰকাশ পোৱা 'অদ্ভুত প্ৰাণী আৰু উদ্ভিদ' নামৰ প্ৰবন্ধটি অসমীয়া বুৰঞ্জী সাহিত্যলৈ এক অনুপম অৱদান। ইয়াত সাগৰীয় জীৱ-জন্তুৰ বিষয়ে সুন্দৰ বৰ্ণনা দিয়া হৈছে।

**যোগেশ তামুলী (জন্ম ঃ ১৮৯০ খ্ৰী.)**

বগৰিগুৰিৰ বাসিন্দা। 'নিচুকণি'ৰ ৰচয়িতা। ভালেসংখ্যক কবিতা বিভিন্ন আলোচনীৰ পাতত সিঁচৰতি হৈ আছে। অসমীয়া 'ধাই নাম',

'টোকাৰী নাম' সংগ্ৰহ কৰি 'নিচুকনি' ৰচনা কৰিছে।

**যোগেশ শৰ্মা (জন্ম ঃ ১৯১০ খ্ৰী.)**

জন্মস্থান নলবাৰী জিলাৰ অন্তৰ্গত টিহু মৌজাৰ নন্নাটাৰি গাঁও। পিতৃৰ নাম নয়নাথ দেৱশৰ্মা আৰু মাতৃ সত্যপ্ৰিয়া দেৱী। হৰিভাঙা পদ্মধৰ সংস্কৃত টোলত স্বৰ্গীয় বিশ্বনাথ স্মৃতি ব্যাকৰণ তীৰ্থৰ অধীনত দুবছৰ আৰু হালধিবাৰীৰ স্বৰ্গীয় অৰ্জুনচন্দ্ৰ স্মৃতি তীৰ্থ টোলত কিছুদিন অধ্যয়ন কৰে।

মাত্ৰ আঠ বছৰ বয়সতে নিজ গাঁৱৰ দৌলোৎসৱ উপলক্ষে কৰা এখন নাটকৰে অভিনয় জীৱন আৰম্ভণি কৰে। ১৯২৪ খ্ৰীষ্টাব্দত 'টিহু মনোৰমা থিয়েটাৰ পাৰ্টি' গঠন কৰে। উক্ত নাট্য নাট্য সমিতিৰ সক্ৰিয় সদস্য হয় আৰু এই সমিতিৰ জৰিয়তে বাংলা নাট অসমীয়ালৈ অনুবাদ কৰি ভিন ভিন ঠাইত মঞ্চস্থ কৰাৰ ব্যৱস্থা কৰে। বিভিন্ন নাট্য দলৰ পৰিচালনা কৰিছে। অভিনয় জীৱনৰ স্বীকৃতি হিচাপে অসম চৰকাৰে ১৯৮৩ খ্ৰীষ্টাব্দত তেওঁক শিল্পী সাহিত্যিক পেন্সন প্ৰদান কৰে।





## ৰ

**ৰঘুনাথ চৌধাৰী (জন্ম ঃ ১৮৭৯ খ্ৰী., মৃত্যু ঃ ১৯৬৭ খ্ৰী.)**

জন্মস্থান কামৰূপৰ 'বংশৰ' মৌজাৰ লাউপাৰা গাঁও। পিতৃৰ নাম ভোলানাথ চৌধাৰী আৰু মাতৃ দয়ালতা। প্ৰথমে ঘৰতে থাকি সংস্কৃত শিক্ষা আহৰণ কৰে। তাৰ পিছত গুৱাহাটী ছাত্ৰবৃত্তি ইংৰাজী স্কুলত দুবছৰ পঢ়ি শিক্ষা জীৱনৰ সমাপ্ত ঘটায়। পিছত গুৱাহাটীৰ প্ৰাইমাৰী বালিকা প্ৰাথমিক বিদ্যালয়ত প্ৰধান শিক্ষকৰূপে (১৮৯৯-১৯০৩) কাৰ্যনিৰ্বাহ কৰে। অৱসৰৰ পিছত বোন্দাৰ কৃষিপামত কবি খেতিত নিমগ্ন হয় যদিও প্ৰাণত গুঞ্জৰিত শব্দ মঞ্জৰীয়ে তেওঁক কবিতাৰ মাজলৈ টানি নিয়ে। প্ৰথম কবিতা প্ৰকাশ হয় 'জোনাকী' কাকতত। একেখন কাকতৰ সহকাৰী সম্পাদক হিচাপেও কিছুদিন কাম কৰে। শিশু আলোচনী 'মইনা' (১৯২৩), 'জয়ন্তী' (১৯৩৬-৩৮) আৰু 'সুৰভি' (১৯৪০, ৪২-৪৪) সম্পাদনা কৰে।

ৰচিত কবিতাৰ পুথি—'সাদৰী' (১৯১০), 'কেতেকী' (১৯১৮), 'কাৰবালা' (১৯২৩) আৰু 'দহিকতৰা' (১৯৩১)। মৰণোত্তৰ কালত 'মনাই ব'ৰাগী' কবিতাৰ পুথি আৰু 'পচতিয়া' নামৰ গল্পপুথি প্ৰকাশ পায়। 'নৱমল্লিকা' (১৯৫৮) কথা-কবিতাৰ পুথি। প্ৰায়ভাগ কবিতাত কুলি কেতেকীৰ কল-কাকলিয়ে এক কাব্যময় অভিব্যঞ্জনাৰ সৃষ্টি কৰিছে।

তেওঁ 'বিহগী কবি' আৰু 'প্ৰকৃতি কবি' হিচাপে পৰিচিত।

১৯৩৬ খ্ৰীষ্টাব্দত তেজপুৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ ষষ্ঠদশ অধিৱেশনত সভাপতিৰ আসন শুৱনি কৰে।

**ৰঘুনাথ দেৱচৌধুৰী**

প্ৰবন্ধ লেখকৰূপে অসমীয়া সাহিত্য জগতত পৰিচিত। তেওঁ ৰচনা

কৰা কেইবাটিও প্ৰবন্ধ 'আৱাহন'ত প্ৰকাশ পাইছে। 'আৱাহন'ৰ অষ্টম বছৰ পঞ্চম সংখ্যাত (ব'হাগ, ১৮৫৯ শক) প্ৰকাশ পোৱা 'ছক্ৰেটিছ' এটা উল্লেখযোগ্য প্ৰবন্ধ।

**ৰজনীকান্ত দেৱশৰ্মা (জন্ম ঃ ১৯১২, মৃত্যু ঃ ১৭ জুন, ১৯৯১ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ ব্যাসকুছি গাঁও। পিতৃৰ নাম মহেশ্বৰ দেৱশৰ্মা আৰু মাতৃ প্ৰভাৱতী দেৱী। পাটাছাৰকুছি মধ্য ইংৰাজী বিদ্যালয়ৰ পৰা এম. ই পাছ কৰি বজালীত হাইস্কুলীয়া শিক্ষা সমাপ্ত কৰে। সংস্কৃতত অনাৰ্চসহ কটন কলেজৰ পৰা উচ্চ শিক্ষা আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ শিক্ষা গ্ৰহণ কৰে। সোণাৰাম হাইস্কুল, কটন কলেজিয়েট, সন্দিকৈ ছোৱালী কলেজ, উত্তৰ লক্ষীমপুৰ চৰকাৰী হাইস্কুল আৰু শেষত কটন কলেজত শিক্ষকতা কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ পৰা অৱসৰ গ্ৰহণ কৰে।

এগৰাকী বিদগ্ধ সংস্কৃত পণ্ডিতৰূপে পৰিচিত। তেওঁ সাহিত্য পুৰাণ শাস্ত্ৰীৰূপে বিভুষিত হয়। কলিকতাত পঢ়িবলৈ যোৱাৰ সময়ছোৱাতে গল্প ৰচনাৰে সাহিত্যিক জীৱন আৰম্ভ কৰি শেষলৈ সাহিত্য আলোচনা, সমালোচনা আদি বিষয়ৰ প্ৰবন্ধ-পাতি ৰচনা কৰে। জ্ঞান গৰিমা আৰু পাণ্ডিত্যৰ বাবে 'আচাৰ্য' উপাধি আৰু আনন্দৰাম বৰুৱা বঁটাৰে সন্মানিত হয়। আজীৱন সাহিত্য সাধনাত ব্ৰতী ৰজনীকান্ত দেৱশৰ্মাই কামৰূপ সাহিত্য পৰিষদৰ (বৰ্তমান কামৰূপ জিলা সাহিত্য সভা) বৰপেটা অধিৱেশনত (১৯৭৩-৭৪) সভাপতিত্ব কৰে। অসমীয়া সাহিত্যৰ ভঁৰাললৈ আগবঢ়োৱা অৱদান ঃ 'মুদ্ৰাৰাক্ষস' (অনুবাদ), 'কৌটিলীয় অৰ্থশাস্ত্ৰ', 'অসমীয়া বিশ্বকোষ' (১ম খণ্ড), 'আধুনিক অসমীয়া অভিধান', 'ভাৰত নাট্য শাস্ত্ৰ', 'ৰুক্মিণী হৰণ নাট' (সম্পাদনা), 'ভক্তিৰস তৰংগিনী' (সম্পাদনা), 'শিক্ষা প্ৰদীপ' (পাঠ্যপুথি), 'সংস্কৃত ভাষা প্ৰদীপ ব্যাকৰণ' ইত্যাদি। অসম সাহিত্য সভাই ৰজনীকান্ত দেৱশৰ্মাৰ জীৱনকৃতিৰ বিষয়ত 'অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ঃ প্ৰতিভা আৰু ব্যক্তিত্ব' শীৰ্ষক গ্ৰন্থ প্ৰণয়ন কৰে।





**ৰজনীকান্ত বৰুৱা (জন্মঃ ১৮ ডিচেম্বৰ, ১৯১৮ খ্ৰী., মৃত্যুঃ ২৫ অক্টোবৰ, ১৯৯৫ খ্ৰী.)**

জন্মস্থান ছিপাঝাৰৰ ভূক্তাবাৰী গাঁও। পিতৃৰ নাম বাবুল বৰুৱা আৰু মাতৃৰ নাম বিবি বৰুৱা।

স্থানীয় প্ৰাইমাৰী স্কুলৰ শিক্ষা সমাপ্ত কৰি ছিপাঝাৰৰ পৰা এম. ভি. আৰু এম. ই পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৩৮ খ্ৰীষ্টাব্দত যোৰহাট নৰ্মাল স্কুলত নাম ভৰ্তি কৰি সুখ্যাতিৰে পৰীক্ষা পাছ কৰে। অনানুষ্ঠানিক ছাত্ৰ হিচাপে ১৯৪৬ খ্ৰীষ্টাব্দত মেট্ৰিক পৰীক্ষা, ১৯৫০ খ্ৰীষ্টাব্দত আই. এ., ১৯৫৩ খ্ৰীষ্টাব্দত কলা বিভাগৰ স্নাতক ডিগ্ৰী লাভ কৰে।

পথৰিঘাট মজলীয়া বিদ্যালয়ত ১৯৪১ খ্ৰীষ্টাব্দত শিক্ষক হিচাপে যোগদান কৰি কৰ্ম জীৱনৰ পাতনি মেলে। ১৯৪৮ খ্ৰীষ্টাব্দত যোৰহাট নৰ্মাল স্কুলৰ শিক্ষক হয়। পিছত শিক্ষা বিভাগৰ অতিৰিক্ত উপ পৰিদৰ্শক পদলৈ পদোন্নতি লাভ কৰে আৰু সেই পদৰ পৰা অৱসৰ গ্ৰহণ কৰে। এজন শিল্পীৰূপেও প্ৰখ্যাত।

প্ৰকাশিত গ্ৰন্থ—'শিক্ষা সাৰথি' (১৯৬৭), 'গান্ধী গীত' (মহাত্মা গান্ধীৰ বিষয়ে), 'বাংলাদেশৰ গীত' (১৯৭২), 'ইন্দিৰা গীত' (১৯৭৬), 'এখনি সমাজৰ ছবি', 'দৰঙী কলাকৃষ্টিৰ চমু কথা' (১৯৮৩), 'ধেমালি খেল' (১৯৮৪), 'বিশ্ববীৰ চিলাৰায়' (কবিতা, ১৯৮৫), 'অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতি' (১৯৮৬), 'সংগীত পৰিচয়' (১৯৮৭), 'খেল জগতৰ চমু কথা' (১৯৮৮), 'ৰামায়ণৰ কথা' ইত্যাদি। পাণ্ডুলিপি হিচাপে থকা অন্যান্য পুথি ঃ 'ল'ৰাৰ গীত', 'ধৰ্ম সমীক্ষা' আৰু 'মহাপুৰুষ শংকৰদেৱ', 'এথেলেটিক্স', 'খেল আৰু খেলুৱৈৰ খবৰ', 'দৰং জ্যোতি', 'বন্দনা গীত', 'অস্তিত্বৰ গীত', 'স্কাউটিং শিক্ষা', 'হে'ডমাষ্টৰ ৰমনীকান্ত বৰুৱা', 'কবিতা কুসুম', আৰু 'মহাভাৰতৰ কাহিনী'।

**ৰজনীকান্ত বৰদলৈ (জন্মঃ ২৪ নবেম্বৰ, ১৮৬৭ খ্ৰী., মৃত্যুঃ ২৫ মাৰ্চ, ১৯৪০ খ্ৰী.)**

জন্মস্থান গুৱাহাটীৰ 'কুকুৰমুতা'। (বৰ্তমানৰ হেদায়েৎপুৰৰ অধিকাংশ আৰু গান্ধীবস্তিৰ পশ্চিমাংশ)। বিজয়খড়ি বংশৰ সন্তান। পিতৃৰ নাম

নৰকান্ত শৰ্মা। মাতৃ প্ৰখ্যাত সংগীতজ্ঞ দুৰ্গাদত্ত চাংকাকতিৰ সন্তান। (নাম পোৱা নাই)। প্ৰাথমিক শিক্ষা গ্ৰহণ কৰে উত্তৰ গুৱাহাটীত। ১৮৮৯ খ্ৰীষ্টাব্দত বি.এ. পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পিছত চ ৰকাৰী চাকৰিত আত্মনিয়োগ কৰে। ক্ৰমে ছাবডেপুটি আৰু একষ্ট্ৰা এছিষ্টেণ্ট কমিচনাৰ পদত নিযুক্ত হৈ ১৯১৮ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে।

চাকৰি কালত বিভিন্ন ঠাইত ঘূৰি ফুৰোঁতে উপন্যাসৰ সমল সংগ্ৰহ কৰে। 'মিৰিজীয়ৰী' (১৮৯৪) তেওঁৰ প্ৰথম ৰচিত আৰু অসমীয়া সাহিত্যৰ প্ৰথমখন জনজাতীয় উপন্যাস। তেওঁৰ ঐতিহাসিক উপন্যাস ঃ 'মনোমতী' (১৯০১), 'ৰংগিলী' (১৯২৫), 'ৰাধা ৰুক্মিণীৰ ৰণ' (১৯২৫), 'নিৰ্মল ভকত' (১৯২৬), 'দন্দুৱাদ্ৰোহ' (১৯২৮), 'ৰহদৈ-লিগিৰী' (১৯৩০), 'খাম্বা থুইবী' (১৯৩২) আৰু 'তাম্ৰেশ্বৰী মন্দিৰ' (১৯৩৬)। 'জ্ঞান-সোপান' (১৮৯৭) একমাত্ৰ পাঠ্যপুথি। 'আত্মবিনোদক থিয়েটাৰ দল', 'নগৰ-সংকীৰ্ত্তন', 'অসমত উপন্যাসৰ সঁজুলি' আদি উল্লেখযোগ্য প্ৰবন্ধ। গ্ৰন্থ ৰচনা কৰাৰ উপৰিও 'অসম প্ৰদীপিকা' (১৯২০) নামৰ এখন মাহেকীয়া ধৰ্ম সম্পৰ্কীয় আলোচনী সম্পাদনা কৰে। 'জোনাকী'ৰ সৈতে ওতপ্ৰোতভাৱে জড়িত আছিল। কনকলাল বৰুৱা আৰু গোপালকৃষ্ণ দেৰ লগত যুটীয়াভাৱে 'সাৱিত্ৰী-সত্যবান' নাট ৰচনা কৰে। ১৯২৫ খ্ৰীষ্টাব্দত নগাঁৱত অনুষ্ঠিত অসম সাহিত্য সভাৰ অষ্টম অধিৱেশনত সভাপতিৰ আসন শুৱনি কৰে।

**ৰজনীকুমাৰ পদ্মপতি (জন্ম-১৮৬৫, মৃত্যু ঃ ১৯৪৮ খ্ৰী.)**

জন্মস্থান তেজপুৰ। পুৰাতত্ত্ব সম্বন্ধীয় অনুসন্ধান কাৰ্যৰ অন্যতম পথ প্ৰদৰ্শক। পুৰাতত্ত্ব সম্পৰ্কীয় বহুতো প্ৰবন্ধ 'বাঁহী' আৰু 'উষা' আলোচনীত প্ৰকাশ হয়। তেওঁ বেজবৰুৱা, গোহাঞিবৰুৱাৰ সম-সাময়িক আছিল। পুৰাণ আদি সংস্কৃত গ্ৰন্থত অসম সম্বন্ধে থকা বহু তথ্য উদঘাটন কৰে। অসমীয়া সাহিত্যৰ এজন বিদগ্ধ পণ্ডিতৰূপে বিদ্যুৎ সমাজত পৰিচিত।





**ৰণজিৎচন্দ্ৰ ভট্টাচাৰ্য (জন্ম ঃ ১৯০৬ খ্ৰী., মৃত্যু ঃ ১১ ছেপ্টেম্বৰ, ২০০০ খ্ৰী.)**

জন্মস্থান দৰং জিলাৰ ব্যাসপাৰা গাঁও। পিতৃৰ নাম গুণাৰাম ভট্টাচাৰ্য। সৰুতে মাক-দেউতাকক হেৰুৱাই আইতাকৰ তত্ত্বাৱধানত ডাঙৰ দীঘল হয়।

বেংগল সংস্কৃত বোৰ্ডৰ অধীনত প্ৰথম বিভাগত সংস্কৃতৰ বিশেষ উপাধি লাভ কৰে। ১৯৬৩ খ্ৰীষ্টাব্দত অসম সংস্কৃত বোৰ্ডৰ অধীনত দ্বিতীয় বিভাগত ব্যাকৰণ তীৰ্থ শাস্ত্ৰী উপাধি লাভ কৰে। তেওঁ সামাজিক, সাংস্কৃতিক জীৱনত অলেখ অৱদান আগবঢ়াই গৈছে। সংস্কৃতৰ প্ৰথিতযশা সাহিত্যিক, কৃতি শিক্ষক হোৱাৰ উপৰিও সমাজৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ সৈতে জড়িত আছিল। বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানলৈ দান-বৰঙণি আগবঢ়াই দানবীৰ ৰূপে প্ৰখ্যাত হয়। ছিপাঝাৰ সাহিত্য সভাৰ এগৰাকী আজীৱন সভ্য, দৰং জিলাৰ ব্ৰহ্ম সমাজৰ উপ-সভাপতি আৰু উক্ত সমাজৰ পুৰোহিত শাখাৰ সভাপতিৰ দৰে গুৰুত্বপূৰ্ণ পদ অলংকৃত কৰে।

তেওঁ কেইবাখনো গ্ৰন্থ ৰচনা কৰি গৈছে। তাৰ ভিতৰত 'ব্ৰাহ্মণ পুৰাবৃত্ত', 'আৰ্য-ভট্ট', 'ব্যাসৰ ঠাৰ', 'পদুমী দাস' (উপন্যাস), 'ছহীদ তৰ্পণ', 'পূৰ্ণাহুতি', 'স্মৃতিগ্ৰন্থ' আদি উল্লেখযোগ্য।

**ৰত্নকান্ত বৰকাকতী (জন্ম ঃ ২০ জুন, ১৮৯৭ খ্ৰী., মৃত্যু ঃ ২১ এপ্ৰিল', ১৯৬৩ খ্ৰী.)**

জন্মস্থান নগাঁও জিলাৰ ধিং। পিতৃৰ নাম ৰায়বাহাদুৰ ভূধৰ বৰকাকতী আৰু মাতৃ তুলসীময়ী বৰকাকতী। ১৯১৫ খ্ৰীষ্টাব্দত নগাঁও চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। নলবাৰী হাইস্কুলত শিক্ষকতাৰে কৰ্ম জীৱনৰ আৰম্ভণি কৰে। পৈত্ৰিকসূত্ৰে মৌজাদাৰৰূপেও কাৰ্যনিৰ্বাহ কৰে। অসম সাহিত্য সভাৰ ত্ৰিংশ অধিৱেশনৰ (নাজিৰা, ১৯৬৩ খ্ৰী.) সভাপতিৰৰ পদ অলংকৃত কৰে। মাদ্ৰাজত অনুষ্ঠিত সৰ্বভাৰতীয় লেখক সমাৰোহত অংশগ্ৰহণ কৰি অসমীয়া সাহিত্যক

গৌৰৱান্বিত কৰে। 'শেৱালিৰ কবি' হিচাপে তেওঁ জনাজাত।

কৈশোৰ অৱস্থাৰ পৰাই 'ঊষা', 'বাঁহী' আদি কাকতত কবিতা লিখিছে। মূলতঃ প্ৰেম, সৌন্দৰ্য আৰু দাৰ্শনিক চিন্তাধাৰাৰ কবি। উল্লেখনীয় যে বৰকাকতী অসমীয়া কাব্য সাহিত্যত নতুন ছন্দ ৰীতিৰ আৰম্ভ কৰোঁতা আৰু ৰোমাণ্টিক সাহিত্যৰ এগৰাকী অন্যতম কবি। অসমীয়া সাহিত্যৰ ভঁৰাললৈ অৱদান গ্ৰন্থ ঃ 'আলাপ' (১৯১৮), 'মহাত্মা গান্ধীৰ স্বৰাজ' (১৯২১), 'শেৱালি' (১৯৩২), 'তৰ্পণ' (১৯৫৩), 'আমাৰ লিপি প্ৰশ্ন' (১৯৫৫), 'চন্দ্ৰহাৰ' (১৯৬৩), 'অলকা' (১৯৬১) ইত্যাদি।

**ৰত্নেশ্বৰ মহন্ত (জন্ম ঃ ১৮৬৪, মৃত্যু ঃ ১৯৯৩ খ্ৰী.)**

জন্মস্থান গুৱাহাটী। স্কুলীয়া শিক্ষা গুৱাহাটীত লাভ কৰি নগাঁৱৰ পৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। আৰ্থিক অৱস্থা টনকিয়াল নোহোৱাত উচ্চ শিক্ষা লাভ কৰিব নোৱাৰি নগাঁৱৰ কাছাৰীত চাকৰি কৰিবলৈ লয়।

নগাঁৱত গুণাভিৰাম বৰুৱা সমন্বিতে গঢ় লৈ উঠা সাহিত্যিক গোষ্ঠীৰ সৈতে জড়িত হৈ সাহিত্য প্ৰতিভা বিকাশৰ উপযুক্ত পৰিৱেশ লাভ কৰে। একাধাৰে কবি, প্ৰবন্ধকাৰ, নাট্যকাৰ। 'আসাম বন্ধু' আৰু 'জোনাকী' কাকতত নিয়মিতভাৱে প্ৰবন্ধ ৰচনা কৰে। 'জোনাকী'ত ৰামদাস গোস্বামী ছদ্মনামত প্ৰবন্ধ লিখে। 'কবিতাহাৰ' সংকলিত কবিতাৰ পুথি। এইখনেই আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম কবিতা সংকলন বুলি কোৱা হয়। কবিতাসমূহ খেতি কৰা, ধান দোৱা, মাছ মৰা, বিহু পতা আদি গ্ৰাম্য দৃশ্যৰে সমৃদ্ধ। 'দ্ৰৌপদী হৰণ', 'দ্ৰৌপদীৰ বেণীবন্ধন' তেওঁৰ নাটক। 'হৰিশ্চন্দ্ৰ', 'জয়মতী কুঁৱৰী', 'ৰাম সৰস্বতী', 'মোৱামৰীয়া বিদ্ৰোহ, 'অসমত বান', 'অসমীয়া আৰু বিদেশী সাজ', 'বিবাহ', 'ভাৱনা' আদি উল্লেখযোগ্য প্ৰবন্ধ।

**ৰবীন কাকতি (জন্ম ঃ ৩ ছেপ্টেম্বৰ, ১৯১০ খ্ৰী., মৃত্যু ঃ ৩ মাৰ্চ, ১৯৯৬ খ্ৰী.)**





জন্মস্থান শিৱসাগৰ জিলাৰ বলিয়াঘাট। প্ৰাৰম্ভিক শিক্ষা শিৱসাগৰত লাভ কৰে। উচ্চ শিক্ষাৰ বাবে গুৱাহাটীৰ কটন কলেজত ভৰ্তি হয় যদিও স্বাধীনতা আন্দোলনত জঁপিয়াই পৰাত শিক্ষা আধৰুৱা হৈ ৰয়। ১৯৪০-৪১ খ্ৰীষ্টাব্দৰ সত্যাগ্ৰহৰ এগৰাকী অগ্ৰণী নেতা।

তেওঁ ভালে সংখ্যক গ্ৰন্থ ৰচনা কৰিছে। 'বিৱৰ্তন' আৰু 'দিশহাৰা' দুখন উল্লেখনীয় বৃহৎ আকাৰৰ গ্ৰন্থ। স্বাধীনতা আন্দোলনৰ লগত জড়িত থাকি 'গান্ধীজীৰ জীৱনী', 'বনুৱা আন্দোলনৰ জীৱন' ইত্যাদি প্ৰবন্ধৰ গ্ৰন্থ ৰচনা কৰে। অসমৰ বিভিন্ন বাতৰি কাকত আৰু আলোচনীত অন্যান্য ভালে সংখ্যক প্ৰবন্ধ লিখিছে। সমাজৰ উত্তৰণৰ বাবে বহু গঠনমূলক কাম কৰি থৈ গৈছে।

**ৰমনীকান্ত শৰ্মা (জন্ম ঃ ১৯০৫ খ্ৰী.)**

জন্মস্থান কেওটকুছি গাঁও, বৰপেটা জিলা। প্ৰকাশিত পুথি—'বিবাহ মাধুৰী', 'সত্য সন্ধানীৰ বিচিত্ৰ কাহিনী', 'বিজ্ঞানীৰ বিচিত্ৰ কাহিনী', 'পঞ্চ প্ৰদীপ'। লেখকৰ ভালেমান প্ৰবন্ধ-পাতি অসমৰ বহু কাকত-আলোচনীত সিঁচৰতি হৈ আছে।

**ৰমা দাশ (জন্ম ঃ ১০ অক্টোবৰ, ১৯০৯ খ্ৰী., মৃত্যু ঃ ১১ নৱেম্বৰ, ১৯৮১ খ্ৰী.)**

জন্মস্থান বৰপেটা। ধুবুৰী হাইস্কুলৰ পৰা কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰত অসমীয়াত সৰ্বোচ্চ নম্বৰ লাভ কৰি ১৯২৮ খ্ৰীষ্টাব্দত মেট্ৰিকুলেশ্বন পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৩০ খ্ৰীষ্টাব্দত কটন কলেজৰ পৰা আই. এ. আৰু ১৯৩৩ খ্ৰীষ্টাব্দত কলিকতাৰ প্ৰেচিডেন্সি কলেজৰ পৰা বি. এ. পাছ কৰে। অৰ্থৰ অভাৱত আইন শিক্ষা অসমাপ্ত হয়। ১৯৩৪ খ্ৰীষ্টাব্দত শ্বিলঙৰ অসম সচিবালয়ৰ 'ট্ৰেন্সলেটৰ' আৰু 'লাইব্ৰেৰিয়ান' হয়। পিছত অসম সচিবালয় সেৱাৰ বিত্ত বিভাগৰ উপ-সচিব হয় আৰু সেই পদৰ পৰাই ১৯৬৭ খ্ৰীষ্টাব্দৰ ৩১ অক্টোবৰত অৱসৰ গ্ৰহণ কৰে।

তেওঁ গল্পকাৰ হিচাপে প্ৰতিষ্ঠিত। 'আৱাহন', 'ৰামধেনু', 'প্ৰান্তিক' আৰু অন্যান্য আলোচনীত গল্প লিখে। তেওঁৰ গল্পসমূহত মোপাছাঁ আৰু আন বিদেশী লেখকৰ ছাঁ পৰিছে। চুটিগল্পৰ সংকলন —'ৰমা দাশৰ শ্ৰেষ্ঠ গল্প' (১৯৫২), 'বৰ্ষা যেতিয়া নামে' (১৯৬২), 'জাহ্নৱী' (১৯৬৫) আৰু 'অচল টকা' (১৯৯০)। চুটিগল্পৰ বাহিৰেও জনজাতীয় সাধু, ৰম্য ৰচনা, কবিতা, অনাতাঁৰ নাটক, প্ৰবন্ধ আৰু 'শব্দতত্ত্ব' নামৰ এখন অভিধান ৰচনা কৰে। 'আৱাহন', 'পছোৱা', 'উপায়ন', 'অসম বাণী'ত কবিতা, প্ৰবন্ধ আৰু ৰসৰচনা প্ৰকাশ হয়।

**ৰমাকান্ত বৰুৱা**

বংশ-পৰিচয় সম্পকে বিশেষ তথ্য পোৱা নাই। জোনাকী যুগৰ লেখক। জোনাকীৰ দ্বিতীয় ভাগ, চতুৰ্থ সংখ্যাৰ কাকতত (১৮৯০ খ্ৰী.) 'সংকল্প আৰু কাৰ্য' নামৰ প্ৰবন্ধ প্ৰকাশ পাইছে। এই লেখাটোত 'কাৰ্য কৰা আৰু কথা কোৱা'ৰ মাজত থকা প্ৰভেদ সম্পৰ্কে আলোচনা কৰা হৈছে।

লেখকৰ আন এটি মূল্যবান প্ৰবন্ধ 'গছ-লতা ইত্যাদিৰ উৎপত্তিৰ নিয়ম' জোনাকীৰ দ্বিতীয় ভাগ, সপ্তম সংখ্যাত (১৮৯০ খ্ৰী.) প্ৰকাশ পাইছে। ৰচনাসমূহ তথ্য সমৃদ্ধ।

**ৰমাকান্ত বৰকাকতি**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নাযায়। 'আৱাহন' আৰু 'জোনাকী' যুগৰ লেখক আৰু অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ সম্পাদক।

বৰকাকতিয়ে ৰচনা কৰা 'জোনাকী'ৰ সপ্তম ভাগৰ চতুৰ্থ সংখ্যাত (১৮৯৭ খ্ৰীষ্টাব্দ) প্ৰকাশিত কলিকতাৰ 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ নৱম বছৰৰ কাৰ্য বিৱৰণীখন যথেষ্ট তথ্যসমৃদ্ধ। ষষ্ঠ ভাগৰ তৃতীয় সংখ্যা 'জোনাকী'ত প্ৰকাশিত 'পুথিৰ গুণাগুণ বিচাৰ' নামৰ ৰচনাখনত লেখক কনকলাল বৰুৱা বি. এ.ৰ দ্বাৰা সংকলিত 'A key to the first





book of reading by an Assamese undergraduate' নামৰ সৰু পুথিখনৰ গুণাগুণ, সম্পৰ্কে ব্যাখ্যা আগবঢ়াইছে।

**ৰাজবালা দাস (জন্ম-৮ মাৰ্চ, ১৮৯৩ খ্ৰী.·, মৃত্যু ঃ ২৩ এপ্ৰিল, ১৯৮৫ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড়। পিতৃৰ নাম ৰমাকান্ত বৰুৱা, মাতৃৰ নাম কমলা বৰুৱা। প্ৰাথমিক শিক্ষা গ্ৰহণ কৰে ডিব্ৰুগড়ত। ১৯১৫ খ্ৰীষ্টাব্দত কলিকতাৰ বেথুন স্কুলৰ পৰা প্ৰথম বিভাগত প্ৰৱেশিকা পাছ কৰি মাহে কুৰি টকাকৈ অসম চৰকাৰৰ পৰা বৃত্তি লাভ কৰে। ১৯২০ খ্ৰীষ্টাব্দত বেথুন কলেজৰ পৰা স্নাতক হয়।

১৯২১ খ্ৰীষ্টাব্দত মহাত্মা গান্ধী অসমলৈ আহোঁতে কলিকতাৰ পৰা উভতি আহে আৰু গান্ধীজীৰ স্বদেশী আন্দোলনত জঁপিয়াই পৰে। আন্দোলনত ডিব্ৰুগড় শাখাৰ সম্পাদিকা হয় আৰু সমাজত অহিংসাৰ বাণী প্ৰচাৰ কৰি মহিলাসকলক উদ্বুদ্ধ কৰে। ১৯২৩ খ্ৰীষ্টাব্দত বিলাতৰ পৰা ঘূৰি আহি কংগ্ৰেছত যোগ দিয়া ডাঃ জ্যোতিষ চন্দ্ৰ দাসৰ সৈতে বিবাহপাশত আবদ্ধ হৈ ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ আহে আৰু স্ত্ৰী-শিক্ষাৰ প্ৰসাৰণ, বিদ্যালয় স্থাপন আদি কামত সক্ৰিয় হৈ পৰে। ১৯২৬ খ্ৰীষ্টাব্দত অসম প্ৰাদেশিক মহিলা সমিতিৰ প্ৰধান সম্পদিকাৰূপে নিৰ্বাচিত হয়।

ৰাজবালা দাসৰ প্ৰচেষ্টাতে গুৱাহাটীৰ 'সন্দিকৈ ছোৱালী কলেজ' গঢ়ি উঠে। পাছত তেওঁ সেই কলেজৰ অধ্যক্ষা হয়। কটন কলেজৰ ছোৱালীৰ বাবে হোষ্টেল পতাতো আগভাগ লৈছিল বুলি জনা যায়। ৰচনা সম্ভাৰ ঃ 'স্ত্ৰী-শিক্ষাৰ বাবে কেইআষাৰমান' (১৯২৮), 'ৰামায়ণৰ কথা', 'মহাভাৰত কথা' (১৯৬৯, ১৯৭০), 'পৌৰাণিক আদৰ্শ কাহিনী', 'গীতাবচন' (১৯৬৭), 'তিনিকুৰি দহ বছৰৰ স্মৃতি' (১৯৭১)।

**ৰাজমোহন নাথ (জন্ম ঃ ৩১ অক্টোবৰ, ১৮৯৯ খ্ৰী.·, মৃত্যু ঃ ৩ এপ্ৰিল, ১৯৬৫ খ্ৰী.)**

জন্মস্থান হাইলাকান্দি। জন্ম ঠাইতে শিক্ষাৰ পাতনি মেলি ১৯১৯ খ্ৰীষ্টাব্দত ভিক্টৰীয়া মেম'ৰিয়েল হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পিছত শ্ৰীহট্টৰ মুৰাৰিচাঁদ কলেজৰ পৰা আই. এছ. চি. পৰীক্ষাত উত্তীৰ্ণ হৈ শিৱপুৰ ইঞ্জিনীয়াৰিং কলেজৰ পৰা বি. ই ডিগ্ৰী লাভ কৰে।

১৯২৭ খ্ৰীষ্টাব্দত অসম চৰকাৰৰ গড়কাপ্তানি বিভাগৰ চাকৰিত নিযুক্ত হয় আৰু বিভিন্ন পদবী লাভ কৰি কৃতিত্বৰে কৰ্ম জীৱন অতিবাহিত কৰে। ১৯৫৭ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে।

অসমীয়া, বাংলা, ইংৰাজী ভাষাত ভালে সংখ্যক গ্ৰন্থ ৰচনা কৰিছে। গ্ৰন্থসমূহ হ'ল—'বীৰ চিলাৰায়' (১৯৪০), 'নাম ধৰ্মৰ বৈজ্ঞানিক তত্ত্ব' (১৯৪৪), 'গৌৰৱময় অসম' (১৯৪৯), 'নাথ যোগীতত্ত্ব' (১৯৫৮), 'কন্দলী ৰাজ্য' (১৯৪১), 'আসামেৰ কথা ও কাহিনী' (১৯৪৫), 'কাছাড়েৰ ইতিহাস' (১৯৬৫), 'এ হেণ্ড বুক অব আছাম ইঞ্জিনীয়াৰিং' (১৯৪২), 'দি বেকগ্ৰাউণ্ড অব আছামিজ কালচাৰ' (১৯৪৮) আৰু 'গ্লৰিয়াৰ্ছ আছাম' (১৯৪৯)।

'শ্ৰীশ্ৰীশংকৰদেৱৰ বৰগীত' (১৯৪৩), 'শ্ৰীশ্ৰীমাধৱদেৱৰ বৰগীত' (১৯৪৫), 'শ্ৰীশ্ৰীশংকৰদেৱ-মাধৱদেৱ চৰিত' (১৯৪৭) আৰু 'সোণাধনেৰ গীত' (১৯৪৭) সম্পাদনা কৰা উল্লেখযোগ্য গ্ৰন্থ। নাথে শংকৰদেৱৰ 'কালীয়দমন' নাটকখনো সম্পাদনা কৰিছে।

প্ৰাচীন ভাৰতৰ ইতিহাস আৰু প্ৰত্নতত্ত্বৰ গভীৰ অনুৰাগী। তেওঁৰ সহযোগতে নগাঁৱৰ দক্ষিণ অঞ্চল প্ৰত্নতাত্ত্বিক অনুসন্ধানৰ সমল ক্ষেত্ৰ হিচাপে পৰিগণিত হৈছিল।

'পীতাম্বৰ ৰাজমেধি' ছদ্মনামত ব্যংগাত্মক পুথি ৰচনা কৰে। প্ৰবন্ধ-পাতিসমূহত পাণ্ডিত্যৰ পৰিচয় পোৱা যায়। ১৯৫৮ খ্ৰীষ্টাব্দত তিনিচুকীয়াত অনুষ্ঠিত অসম সাহিত্য সভাৰ বুৰঞ্জী অধিৱেশনত সভাপতিত্ব কৰে। নলবাৰীৰ প্ৰাচীন, সুপ্ৰসিদ্ধ সাংস্কৃতিক অনুষ্ঠান 'কামৰূপ সংস্কৃত সঞ্জীৱনী সভা'ই তেওঁক ১৯৪৫ খ্ৰীষ্টাব্দত 'তত্ত্বভূষণ' উপাধি প্ৰদান কৰে।





**ৰাজশেখৰ চক্ৰৱৰ্তী**

অসমীয়া সাহিত্যত শিশু সাহিত্যিকৰূপে প্ৰসিদ্ধ। 'নৈৰ কথা' (১৯৬১) উল্লেখনীয় গ্ৰন্থ।

**ৰাজেন্দ্ৰনাথ উজীৰ (জন্ম ঃ ২৫ ছেপ্টেম্বৰ,১৮৮৯ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলা। পিতাকৰ নাম অভয়চৰণ উজীৰ আৰু মাকৰ নাম সুভদ্ৰা উজীৰ। ১৯০৮ খ্ৰীষ্টাব্দত এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ ঢাকাৰ আমান উল্লা ইঞ্জিনীয়াৰিং স্কুলত নাম ভৰ্তি কৰে। ১৯১১ খ্ৰীষ্টাব্দত আই. এছ. চি. পৰীক্ষা দিয়ে যদিও উত্তীৰ্ণ হ'ব নোৱাৰি ঘৰলৈ ঘূৰি আহে আৰু ধুবুৰীৰ উপায়ুক্তৰ কাৰ্যালয়ত মাহিলি ১৭ টকা বেতনত অস্থায়ীভাৱে পেছকাৰ চাকৰিত যোগদান কৰে। ইয়াৰ পাছত ক্ৰমে টাইপ ৰাইটাৰ আৰু পাটাছাৰকুছি এম. ই স্কুলৰ প্ৰধান শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰে। ১৯৪১ খ্ৰীষ্টাব্দত অতিৰিক্ত সহকাৰী আয়ুক্ত পদলৈ পদোন্নতি পায়।

অসমীয়া সাহিত্যৰ ভঁৰাললৈ তেওঁ মহৎ অৱদান আগবঢ়াইছে। তাৰ ভিতৰত ১৯৭৯ খ্ৰীষ্টাব্দত প্ৰকাশ পোৱা 'মোৰ জীৱন সোঁৱৰণ' (প্ৰথম খণ্ড) আৰু ১৯৮২ খ্ৰীষ্টাব্দত প্ৰকাশ পোৱা 'মোৰ জীৱন সোঁৱৰণ' (দ্বিতীয় খণ্ড) উল্লেখনীয়। দুয়োখন পুথিৰে 'আগকথা' লিখিছে বৰেণ্য সাহিত্যিক অতুলচন্দ্ৰ হাজৰিকাই।

**ৰাধাকান্ত সন্দিকৈ (জন্ম ঃ ১৮৮০ খ্ৰী., মৃত্যু ঃ ১৯৫২ খ্ৰী.)**

জন্মস্থান চেতীয়া গাঁও। (শিৱসাগৰ আৰু যোৰহাটৰ প্ৰায় সীমাজত) শিৱসাগৰ হাইস্কুলৰ পৰা এন্ট্ৰেন্স পৰীক্ষা আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এফ. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। পিছত চিটি কলেজত বি. এ. পঢ়ে। সুদীৰ্ঘ কাল উচ্চ পদস্থ চৰকাৰী বিষয়াৰূপে সুখ্যাতিৰে কাম কৰি ১৯১৬ খ্ৰীষ্টাব্দত অৱসৰ লৈ যোৰহাটৰ বাসিন্দা হয়।

এজন নীৰৱ সাহিত্যসেৱী আছিল। চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছত ১৯২২ খ্ৰীষ্টাব্দত 'মুলা গাভৰু' নামৰ এখন বুৰঞ্জীমূলক নাট লিখে,

সেইখন প্ৰকাশ হয় ১৯২৪ খ্ৰীষ্টাব্দত। অমিত্ৰাক্ষৰ ছন্দ আৰু গদ্যৰ পাঁচ অংকযুক্ত এই নাটখনিৰ বাইশটা দৃশ্য আছে। ইয়াত মূলা গাভৰুৰ অসীম সাহস, অসাধাৰণ বীৰত্ব, আন্তৰিক স্বদেশ সেৱা আদি গুণবোৰ প্ৰকট কৰাৰ প্ৰয়াস কৰা হৈছে।

অসমীয়া বুৰঞ্জীমূলক ৰচনা ঃ নাট্য-সাহিত্যৰ ইতিহাসত 'মূলা গাভৰু' এখন প্ৰসিদ্ধ নাট।

**ৰাধানাথ নেওগ**

প্ৰবন্ধ ৰচয়িতা। 'জোনাকী'ৰ প্ৰথম ভাগ, নৱম-দশম সংখ্যাত (১৮২৪ শক) 'সংসাৰ কেনেকৈ চলাব লাগে', দ্বিতীয় ভাগ একাদশ সংখ্যাত (১৯২৬ শক) 'অসমীয়া উন্নতি যাত্ৰা' শীৰ্ষক প্ৰবন্ধ দুটা প্ৰকাশ হৈছে।

**ৰাধানাথ ফুকন (জন্ম ঃ ১৮৭৫, মৃত্যু ঃ ১৯৬৪ খ্ৰী.)**

জন্মস্থান যোৰহাট। পিতৃৰ নাম কৃপানাথ ফুকন। মাতৃৰ নাম ৰুক্মিণী। ১৮৯১ খ্ৰীষ্টাব্দত শিৱসাগৰৰ চৰকাৰী হাইস্কুলৰ পৰা এন্ট্ৰেন্স পাছ কৰি কলিকতাৰ প্ৰেছিডেন্সি কলেজত নাম ভৰ্তি কৰে। ১৮৯৫ খ্ৰীষ্টাব্দত বি. এ. আৰু ১৮৯৭ খ্ৰীষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানত এম. এ. উপাধি লাভ কৰে। তেওঁ স্নাতকোত্তৰ উপাধি লাভ কৰা প্ৰথমজন অসমীয়া। ১৮৯৮ খ্ৰীষ্টাব্দত কলিকতাৰ পৰা বি. এল. পৰীক্ষা পাছ কৰি যোৰহাটত ওকালতি আৰম্ভ কৰে। ১৯০৩ খ্ৰীষ্টাব্দত ই. এ. চি. হয়। তাৰ পিছত তেওঁ বিভিন্ন বিভাগৰ উচ্চ পদত চাকৰি কৰি ১৯৩১ খ্ৰীষ্টাব্দত জিলা ন্যায়াধীশৰূপে অৱসৰ লয়।

প্ৰাচীন ভাৰতীয় চিন্তাৰ লগত আধুনিক বিজ্ঞানৰ সমন্বয় সাধন কৰা গ্ৰন্থাৱলীৰ ভিতৰত 'বেদান্ত দৰ্শন' (১৯৫১), 'শ্ৰীমদ্ভাগৱত গীতা' (১৯৫২), 'কথাৰে উপনিষদ' (১৯৫৪), 'বিজ্ঞানৰ সিপাৰে' (১৯৫৫), 'জন্মান্তৰৰ ৰহস্য' (১৯৫৭), 'সাংখ্য দৰ্শন' (১৯৫৭) আদি





উল্লেখযোগ্য।

ইংৰাজী গ্ৰন্থ 'The Theory of Rebirth' (১৯৬২), 'The Sankhyakarika of Iswar Krishna' (১৯৬২) ভাৰতীয় সাহিত্যলৈ অমূল্য অৱদান।

১৯৫৬ ৰ পৰা ১৯৬৩ খ্ৰীষ্টাব্দলৈকে এই সময়ছোৱাত ৰচনা কৰা মুঠ একত্ৰিছটা দাৰ্শনিক তত্ত্ব সমৃদ্ধ প্ৰবন্ধ যোৰহাটৰ গীতাৰ্থীৰ পৰা ওলোৱা 'পাঞ্চজন্য'ত প্ৰকাশ হৈছে। তেওঁ বহু সংখ্যক গীত ৰচনা কৰিছে। ১৮৯১ খ্ৰীষ্টাব্দত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ যুটীয়া সম্পাদক, ১৯৫৪ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ ত্ৰয়োবিংশ যোৰহাট অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু ১৯৫৬ খ্ৰীষ্টাব্দত অসম সংস্কৃত সমিতিৰ দ্বাবিংশ সমাৱৰ্তন উৎসৱত সভাপতিৰ পদ অলংকৃত কৰিছে।

**ৰাধিকামোহন গোস্বামী (জন্ম ঃ ১৯ ছেপ্টেম্বৰ, ১৯০৬ খ্ৰী. ·, মৃত্যু ঃ ২০ মে', ১৯৯১ খ্ৰী.)**

জন্মস্থান নগাঁও। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা দৰ্শন বিষয়ত অনাৰ্ছসহ সুখ্যাতিৰে স্নাতক ডিগ্ৰী লাভ কৰে। বৃত্তিত উকীল আছিল.

'আৱাহন' যুগৰ এজন শীৰ্ষস্থানীয় গল্পকাৰ আৰু ঔপন্যাসিক। 'জয়ন্তী'ত কিছু সংখ্যক গল্প প্ৰকাশ পাইছে। ১৯৫২ খ্ৰীষ্টাব্দত প্ৰকাশিত 'চাকনৈয়া' উপন্যাসৰ যোগেদি ঔপন্যাসিকৰূপে সু-প্ৰতিষ্ঠিত হয়। 'বা-মাৰলী' (১৯৫৮) আৰু 'অনন্ত পথৰ যাত্ৰী' (১৯৯১) দুখন বহু পঠিত উপন্যাস। 'দেৱতাৰ সমাধি' (১৯৮৮) গল্পৰ সংকলন, 'অপৰাধী' (১৯৪৮) আৰু 'দুষ্টা ভাৰ্যা' (১৯৫৪) মনস্তত্বমূলক কাহিনীৰ সংকলন। ১৯৮৫ খ্ৰীষ্টাব্দত 'কথা আৰু কাহিনী' প্ৰকাশ পায়। 'অতীত স্মৃতি' (১৯৮৯) একমাত্ৰ আত্মজীৱনীমূলক গ্ৰন্থ।

**ৰামচন্দ্ৰ দাস (জন্ম ঃ ১৯০৫, মৃত্যু ঃ ২০ মে', ১৯৮৭ খ্ৰী.)**

জন্মস্থান বৰপেটাৰ সুন্দৰীদিয়া। ওৰে জীৱন 'জন সাহিত্য'ৰ অনুসন্ধান, সংগ্ৰহ, প্ৰচাৰ আৰু প্ৰাচীন পুথি সংৰক্ষণৰ বাবে কাম কৰি যায়। মানুহৰ ঘৰে ঘৰে, গাঁৱে গাঁৱে ঘুৰি ফুৰি অসংখ্য গ্ৰন্থ উদ্ধাৰ কৰে। উদ্ধাৰ কৰা গ্ৰন্থৰ ভিতৰত 'মইনাৰ সাধু', 'ফকৰা যোজনা', 'মোৰ দেশৰ সাধু কথা', 'অসমীয়া জন সাহিত্যৰ পাৰিজাত' আদি উল্লেখযোগ্য।

'বভ্ৰুবাহন', 'বৈতৰণী', 'দেশৰ চাকি', 'মাটিৰ মোহ', 'জেমছেঠেজীটাটা', 'মিনতি', জয়তি', 'দেশৰ চাকি', 'মাটিৰ মোহ', 'কলীয়া জানো বলিয়া', 'মোৰ শলাগৰ শৰাই', 'অনশন', 'নতুন সুৰৰ নতুন ছন্দ' 'প্ৰাণৰ গীত' (১৯৬৫), 'মোৰ শলগাৰ শৰাই' (১৯৬৮), 'কলীয়া জানো বলীয়া' (১৯৬৮), 'গোপালভোগ' (১৯৭১) ইত্যাদি তেওঁৰ উল্লেখযোগ্য ৰচনা।

**ৰামপ্ৰসাদ দাস**

বংশ পৰিচয় সম্পৰ্কে বিশেষ তথ্য পোৱা নগ'ল।

জন্মস্থান বৰপেটা জিলা। 'বাঁহী' আলোচনীৰ যোগেদি প্ৰবন্ধ-পাতি ৰচনা কৰে। অসম সাহিত্য সভাৰ বৰপেটা অধিৰেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। বৃত্তিগতভাৱে অধিবক্তাৰূপে কাৰ্যনিৰ্বাহ কৰে।

**ৰাৱণ নাথ (জন্ম ঃ ১৯০৯; মৃত্যু ঃ ১৯৮৩ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ সৰভোগ, ভলুকাদোকা গাঁও। সৃষ্টিকৰ্ম— 'গতি মোৰ অনন্তকাল সাগৰত' (কবিতা পুথি), 'কল্যাণময়ী' (নাটক), 'হে বিদ্ৰোহী ভৃগু ভগৱান', 'আধুনিক বিশ্বৰ ধৰ্মসভাত ধৰ্মানন্দ মেথিয়ে গোৱা খুহুতীয়া গীত' ইত্যাদি।

**ৰায়হান শ্বাহ**

গল্পকাৰ, সমালোচক আৰু অনুবাদক ৰূপে অসমীয়া সাহিত্য জগতত প্ৰখ্যাত। ডুমডুমা কলেজ আৰু প্ৰাগজ্যোতিষ কলেজৰ ইংৰাজী





বিভাগত অধ্যাপনা কৰে। অনূদিত গ্ৰন্থ—'বিলুপ্ত জগত' (১৯৭০)। অসম প্ৰকাশন পৰিষদে এই গ্ৰন্থ প্ৰকাশ কৰিছে। ওমৰ খায়ামৰ 'ৰুবায়ত'ৰ অসমীয়া ভাঙনি কৰিছে। 'আৱাহন'ৰ পাতত তেওঁৰ ভালে সংখ্যক কবিতা প্ৰকাশ পায়।

**ৰাসেশ্বৰী খাটনিয়াৰ (জন্ম ঃ ১৯০২, মৃত্যু ঃ ১৯৮২ খ্ৰী.)**

জন্মস্থান গোলাঘাট জিলা। হিন্দী আৰু সংস্কৃত ভাষাত ব্যুৎপত্তি থকা লোক। 'জোনাকী' আলোচনীৰ যোগেদি কাব্য-চৰ্চা কৰে। 'জয়ন্তী' আলোচনীত ভালেমান গল্প প্ৰকাশ পায়।

**ড° ৰোহিনীকান্ত বৰুৱা (জন্ম ঃ ১৯১০ খ্ৰী.·, মৃত্যু ঃ ৭ জুলাই, ১৯৬৮ খ্ৰী.)**

অসমৰ এগৰাকী লব্ধপ্ৰতিষ্ঠ শিক্ষাবিদ, নিষ্ঠাবান সাহিত্যিক, আন্তঃজাৰ্তিক খ্যাতিমন্ত গৱেষক আৰু ৰসায়ন বিজ্ঞানী।

জন্মস্থান শদিয়া। পিতৃৰ নাম কেশৱকান্ত বৰুৱা। ১৯২৬ খ্ৰীষ্টাব্দত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা পাঁচটা বিষয়ত লেটাৰ মাৰ্কসহ প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়, ১৯২৮ খ্ৰীষ্টাব্দত কটন মহাবিদ্যালয়ৰ পৰা তিনিটা বিষয়ত লেটাৰসহ আই. এ. ছি. পাছ কৰে। কলিকতাৰ প্ৰেছিডেন্সি কলেজৰ পৰা ১৯৩০ খ্ৰীষ্টাব্দত ৰসায়ন বিজ্ঞানত অনাৰ্ছসহ বি. এছ. চি. আৰু ১৯৩২ খ্ৰীষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা জৈৱ ৰসায়নত দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি এম. এছ. চি. পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৪৮ খ্ৰীষ্টাব্দত ডক্টৰেট উপাধি লাভ কৰে, ১৯৪৮ খ্ৰীষ্টাব্দত আৰম্ভ কৰা ডিব্ৰুগড়ৰ 'অসম মেডিকেল কলেজ'ত জীৱ ৰসায়ন বিভাগৰ মুৰব্বী তথা প্ৰফেছাৰ হিচাপে যোগদান কৰে, ১৯৫২ খ্ৰীষ্টাব্দত উন্নত যন্ত্ৰপাতি নোহোৱাকৈয়ে 'দেশীয় সুৰাৰ পুষ্টিকাৰক গুণ' (Nutritional Value of Country Liquour) সম্পৰ্কে গৱেষণা কৰি তথ্য সংগ্ৰহ কৰে, ১৯৬০ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰসায়ন বিভাগৰ মুৰব্বী আৰু

প্রফেছাৰ হিচাপে যোগদান কৰে।

অসমীয়া সাহিত্যৰ এগৰাকী একনিষ্ঠ সেৱক আছিল। ছাত্ৰাৱস্থাৰে পৰা 'আৱাহন' আলোচনীত গধুৰ গল্প-প্ৰবন্ধ আৰু 'অকণি' আলোচনীত শিশুৰ বাবে প্ৰবন্ধ, গল্প আৰু কবিতা লিখিছে। 'আৱাহন'ত 'লাজকুৰীয়া' ছদ্মনামেৰে লিখা গল্পবোৰে যথেষ্ট সমাদৰ লাভ কৰে।

অনুবাদ সাহিত্যৰ অনুৰাগী। কলকতাত এম. এছ. চি. পঢ়ি থকাৰ সময়ত ড° সৰ্বপল্লী ৰাধাকৃষ্ণণে পঞ্জাৱ বিশ্ববিদ্যালয়ত প্ৰদান কৰা দীক্ষান্ত ভাষণৰ তেওঁ কৰা অনুবাদ 'জাতীয়তাৰ স্বৰূপ' 'আৱাহন'ত (২য় বছৰ, ৩য় সংখ্যা, ১৯৩০ খ্ৰী.) প্ৰকাশ পাইছে। অনুবদ গ্ৰন্থ ঃ 'পৰম ক্ষুধা' আৰু 'পমিলিৰ পৰিয়াল'

বিজ্ঞান সাহিত্যৰ লেখক হিচাপে পৰিচিত। ১৯৩২ খ্ৰীষ্টাব্দত 'বিজ্ঞানৰ সাধু' নামৰ এখন জনপ্ৰিয় বিজ্ঞানৰ পুথি ৰচনা কৰি অসম সাহিত্য সভাৰ বঁটা লাভ কৰে। 'পৰিপুষ্টি বিজ্ঞান' (১৯৫৮) লেখকৰ আন এখন মূল্যবান গ্ৰন্থ।

১৯৫৫ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ গুৱাহাটী অধিৱেশনত বিজ্ঞান সন্মিলনৰ সভাপতি আৰু ১৯৬১ খ্ৰীষ্টাব্দত অসম বিজ্ঞান সমিতিৰ উপ-সভাপতিৰ পদ অলংকৃত কৰে।

**ৰোহিতাশ্ব দত্ত**

'জোনাকী' যুগৰ কবি। 'জোনাকী'ৰ বিভিন্ন সংখ্যাত কবিতা প্ৰকাশ পায়। 'উমানন্দ', 'সম্ভাষণ', 'জোনাকী', 'প্ৰিয়তমাৰ উক্তি', 'নুমুদু দুচকু যদি', 'সৰাফুল', 'নিমাতী সখী', 'তুমি নে আপোন মোৰ', 'বিদেশী দানৱী', 'সংসাৰ সুখৰ নে' আদি তেওঁৰ উল্লেখযোগ্য কবিতা।





# ল

**লম্বোদৰ বৰা (জন্ম ঃ ১৮৬০, মৃত্যু ঃ ১২ এপ্ৰিল, ১৮৯২ খ্ৰী.)**

জন্মস্থান তেজপুৰ মহকুমাৰ গমিৰি মৌজাৰ থালিপোকৰীয়া গাঁও। পিতৃৰ নাম বৃকোদৰ কাকতি। কলিকতাৰ পৰা বি. এ. পাছ কৰি কেইবছৰমান শিক্ষকতা কৰাৰ পিছত বি. এল. পৰীক্ষাত উত্তীৰ্ণ হয় আৰু তেজপুৰতে ওকালতি আৰম্ভ কৰে।

এগৰাকী সুনিপুণ গদ্য লেখক। ছাত্ৰাৱস্থাৰ পৰাই সাহিত্য চৰ্চা কৰিছিল। 'আসাম বিলাসিনী', 'আসাম বন্ধু', 'আসাম নিউচ', 'আসাম তৰা' আৰু 'জোনাকী'ত ভালেমান প্ৰবন্ধ-পাতি প্ৰকাশ পাইছে।

'ল'ৰাবোধ' আৰু 'জ্ঞানোদয়' উল্লেখযোগ্য শিশু পুথি। কালিদাসৰ 'অভিজ্ঞানম শকুন্তলম'ৰ অসমীয়া অনুবাদ 'শকুন্তলা' অসমীয়া সাহিত্যলৈ বিশিষ্ট অৱদান। 'সদানন্দৰ কলাঘুমটি' হাস্য ৰসাত্মক ৰচনা। 'আনন্দৰাম বৰুৱাৰ জীৱন চৰিতৰ পাতনি' শীৰ্ষক প্ৰবন্ধ সুনিপুণ গদ্যৰ নিদৰ্শন। কলাসুলভ গদ্য ভংগীৰে প্ৰবন্ধ ৰচনা কৰি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে। 'অসমীয়া ভাষাৰ আখৰ-জোঁটনি' তেওঁৰ উল্লেখযোগ্য প্ৰবন্ধ।

**ললিতকুমাৰ বৰুৱা (জন্ম ঃ ২ নৱেম্বৰ, ১৯০০ খ্ৰী., মৃত্যু ঃ ২৮ জুন, ১৯৫০ খ্ৰী.)**

জন্মস্থান নগাঁও। ১৯২৫ খ্ৰীষ্টাব্দত ডিব্ৰুগড়ৰ বেৰিহোৱাইট মেডিকেল স্কুলৰ পৰা শিক্ষা সাং কৰি চৰকাৰী চাকৰিত সোমায় আৰু এবছৰ চাকৰিত থকাৰ পিছত নগাঁৱত স্বাধীনভাৱে জীৱিকা আৰম্ভ কৰে।

একাধাৰে চিকিৎসক, সমাজসেৱী আৰু সাহিত্যিক। 'মাতৃ মংগল',

'শিশু মংগল', 'প্ৰসূতি কল্যাণ', 'যক্ষ্মা ৰোগ আৰু তাৰ প্ৰতিকাৰ', 'ধাত্ৰী শিক্ষা', 'জন্ম নিয়ন্ত্ৰণ', 'স্বাস্থ্য-বিজ্ঞান', 'গৃহ পৰিচৰ্যা' আদি ভালেসংখ্যক স্বাস্থ্য বিষয়ক পুথি ৰচনা কৰিছে। 'ইণ্ডিয়ান মেডিকেল এছ'চিয়েচন'ৰ অসম শাখাৰ দ্বাৰা প্ৰকাশিত 'অসম স্বাস্থ্য' নামৰ মাহেকীয়া আলোচনী এখনৰ সম্পাদক আছিল। 'ল'ৰাৰ জৱাহৰলাল', 'মইনাৰ মহাভাৰত' (শিশুপাঠ), 'স্বামী বিবেকানন্দ', 'মহাপুৰুষ মাধৱদেৱ', 'মহামুনি বুদ্ধ' (জীৱনী), 'ইউৰোপৰ বাটত' (ভ্ৰমণ কাহিনী) আদি পুথি ৰচনা কৰিছে। 'ইলা বৰুৱা' নাম লৈ ৰচনা কৰা 'ককাইদেউলৈ মুকলি চিঠি' 'Wither Assam' আদি জনপ্ৰিয় গ্ৰন্থ। 'ইলা ভনীটিলৈ মুকলি চিঠি' নামৰ যৌন বিষয়মূলক কিতাপ এখন তিনি খণ্ডত প্ৰকাশ হৈছে। 'ডাঁৱৰৰ আঁৰে আঁৰে' আন এখন মনোৰম উপন্যাস।

**লক্ষ্যধৰ চৌধুৰী (জন্ম ঃ ২৩ অক্টোবৰ, ১৯১৫ খ্ৰী. মৃত্যু ঃ ১৮ আগষ্ট, ২০০০ খ্ৰী.)**

জন্মস্থান উত্তৰ গুৱাহাটী। কটন কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে। উত্তৰ গুৱাহাটীৰ আউনীআটী কমলদেৱ হাইস্কুলত অংকৰ শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰে। এজন স্বাধীনতা সংগ্ৰামী আছিল। অসম বিধান সভাৰ দুটা কাৰ্যকালৰ (১৯৬৭, ১৯৭৭) বাবে বিধায়কৰূপে নিৰ্বাচিত হয়। জনতা চৰকাৰৰ আমোলত শিক্ষা মন্ত্ৰী, গুৱাহাটী পৌৰ সভাৰ চেয়াৰমেন আৰু গুৱাহাটী পৌৰ নিগমৰ মেয়ৰ (১৯৭৫) হিচাপে কাৰ্যনিৰ্বাহ কৰে। 'সাপ্তাহিক জনতা' কাকতৰ সম্পাদক আৰু অসম নাট্য সম্মিলনৰ সভাপতিৰ পদ শুৱনি কৰে। এগৰাকী খ্যাতিসম্পন্ন নাট্যকাৰ, অভিনেতা, হাস্যৰসিক, কাহিনী লেখক আৰু সমাজবাদী ৰাজনীতিবিদ হিচাপে প্ৰখ্যাত।

তেওঁ 'মিলন'ত প্ৰথম কবিতা প্ৰকাশ পাইছে। তেওঁ ৰচিত নাটক— 'আলিবাবা' (১৯৩৯), 'ৰক্ষকুমাৰ' (১৯৫১), 'যৱনিকাৰ আঁৰে আঁৰে', 'বিষ্ণু শৰ্মাৰ বিচাৰ', 'নিমিলা অংক', 'কৰ্ণ বধ', 'কংস বধ', 'ঠিকনা', 'ওমলা





ঘৰ', 'দাতা কৰ্ণ', 'এনিশাৰ অতিথি', 'পথাৰ', 'ভগৱান', 'শ্ৰীকৃষ্ণ', 'বদন বৰফুকন', 'লাচিত বৰফুকন', 'একলব্য', 'কনকলতা', 'চিলাৰায়' ইত্যাদি। অন্যান্য গ্ৰন্থ ঃ 'ভিন্ন জন ভিন্ন মত', 'বাটৰ হাট', 'অভিনেতা জীৱনৰ কাহিনী' আৰু 'ৰাজনীতিৰ ক খ শিকোতে' ইত্যাদি। জীৱনীমূলক গ্ৰন্থ ঃ 'মানুহ বিচাৰি' (১৯৮৭) আৰু 'মইনামতী' (১৯৮৯)। 'মানুহ বিচাৰি' গ্ৰন্থৰ বাবে 'ভাৰতীয় ভাষা পৰিষদ বঁটা' (১৯৮৯) লাভ কৰে। অসম সাহিত্য সভাৰ অষ্টপঞ্চাশতম অধিৱেশনত (গোৰেশ্বৰ ১৯৯২) সভাপতিৰ পদ শুৱনি কৰে।

**লক্ষেশ্বৰ শৰ্মা**

বংশ পৰিচয় সম্পৰ্কে তথ্য পোৱা নগ'ল।

অসমীয়া সাহিত্যত এজন ঔপন্যাসিক আৰু অনুবাদৰূপে সু পৰিচিত। ইংৰাজী সাহিত্যৰ লিটনৰ 'Last Days of Pompeii' আৰু গ্ৰেজিয়া ডালেডাৰ 'Mother' এই দুখন উপন্যাস অনুবাদ কৰি ক্ৰমে 'পম্পিয়াইৰ প্ৰলয় কাহিনী' আৰু 'মাতৃ' নামত প্ৰকাশ কৰিছে।

**লক্ষেশ্বৰী ভূঞা (জন্ম ঃ ১৯০৩, মৃত্যু ঃ ১৯৮০ খ্ৰী.)**

জন্মস্থান লক্ষীমপুৰ জিলাৰ গড়েহাগী গাঁও। প্ৰখ্যাত বুৰঞ্জীবিদ, গৱেষক সূৰ্যকুমাৰ ভূঞাৰ পত্নী। 'জয়মতী', 'নাৰী আৰু জ্ঞান' লেখিকাৰ দুটি উল্লেখনীয় কবিতা।

**লক্ষেশ্বৰ হাজৰিকা (জন্ম ঃ ১৯১৭ খ্ৰী.)**

কলিয়াবৰৰ সোণাৰি গাঁৱৰ বাসিন্দা। বৃত্তিত উকীল আছিল। অসমীয়া সাহিত্য জগতলৈ তেওঁ লেখত ল'বলগীয়া অৱদান আগবঢ়াইছে। এজন সফল অনুবাদক। পৃথিৱীৰ প্ৰায় সকলো ভাষালৈ অনূদিত হোৱা চাৰ্লছ লৱেঞ্জিনিৰ অনুপম শিশু সাহিত্য 'পিনকিঅ'ৰ অসমীয়া ভাঙনি কৰি উলিয়াইছে। ৰচিত জীৱনীগ্ৰন্থ 'বুৰঞ্জীৰ পৰিপ্ৰেক্ষিত মুক্তিদাতা'। ইয়াত

যীশুখ্ৰীষ্টৰ জীৱনী বহুলভাৱে আলোচনা কৰা হৈছে। 'কীৰ্তনৰ সাধু' আন এখন লেখত ল'বলগীয়া পুথি। ইংৰাজী ভাষাতো প্ৰবন্ধ-পাতি ৰচনা কৰিছে। 'Assam Tribune', 'New Voice' 'নতুন অসমীয়া' 'ৰংঘৰ', 'বিহলঙি', আদি কাকতত কেইবাটিও অসমীয়া আৰু ইংৰাজী প্ৰবন্ধ ওলাইছে।

**লক্ষ্মীধৰ শৰ্মা (জন্ম ঃ ১০ অক্টোবৰ, ১৮৯৭খ্ৰী.·, মৃত্যু ঃ ৩ মে', ১৯৩৪ খ্ৰী.)**

জন্মস্থান বৰ্তমানৰ শোণিতপুৰ জিলাৰ বিশ্বনাথ মৌজাৰ ভেৰীগাঁও। ১৯১৬ খ্ৰীষ্টাব্দত অসমৰ ভিতৰতে তৃতীয় স্থান অধিকাৰ কৰি প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯২০ খ্ৰীষ্টাব্দত কটন কলেজৰ পৰা বি. এ. আৰু ১৯২৪ খ্ৰীষ্টাব্দত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম. এ. ডিগ্ৰী লাভ কৰে।

১৯২১ খ্ৰীষ্টাব্দত অসহযোগ আন্দোলনত যোগদান কৰি কাৰাবাস খাটে। কাৰাগাৰৰ পৰা ১৯২২ খ্ৰীষ্টাব্দত মুক্তি লাভ কৰি সমাজ সংস্কাৰমূলক কামত আত্মনিয়োগ কৰে।

আৱাহন যুগৰ গল্পকাৰ আছিল। 'ব্যৰ্থতাৰ দান' (১৯৩০) উল্লেখযোগ্য গল্প পুথি। সাম্প্ৰদায়িক সম্প্ৰীতিৰ ভেটিত ৰচনা কৰা 'ছিৰাজ' এটা অতি সাৰ্থক গল্প। অসমীয়া কথা সাহিত্যলৈ এই গল্পটোৱে বিপ্লৱৰ বাৰ্তা কঢ়িয়াই আনিছে। গল্পত ফ্ৰয়ড আৰু মাৰ্ক্সৰ প্ৰভাৱ লক্ষ্য কৰা যায়। এগৰাকী সুদক্ষ নাট্যকাৰৰূপে পৰিচিত। 'প্ৰজাপতিৰ ভুল' আৰু 'হৃদয়ৰ মূল্য' দুখন উল্লেখযোগ্য নাট। 'জীৱন স্মৃতি' তেওঁৰ আত্মজীৱনী। নতুন সাহিত্য পৰিষদে 'দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা' নামৰ গ্ৰন্থ এখন প্ৰকাশ কৰি উলিয়াইছে। তেওঁৰ কিছু কবিতা বিভিন্ন আলোচনী আৰু কাকতত সিঁচৰতি হৈ আছে। 'পখিলা', 'মৰণদেৱতা' আদি উল্লেখনীয় কবিতা।

যোৰহাটৰ তুলসীনাৰায়ণ শৰ্মাই তেওঁক 'দেশপ্ৰাণ' উপাধিৰে বিভূষিত কৰে।





**লক্ষ্মীনাথ ফুকন (জন্ম ঃ ১৮৯৭ খ্ৰী. ·, মৃত্যু ঃ ১৯৭৫ খ্ৰী.)**

জন্মস্থান গোলাঘাট জিলাৰ দেৰগাঁও। পিতৃৰ নাম কাৰ্তিকচন্দ্ৰ ফুকন। যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পাছ কৰি, ডিব্ৰুগড়ৰ জৰ্জ ইন্সটিটিউটত শিক্ষকতাৰে কৰ্ম জীৱনৰ আৰম্ভণি কৰে।

এগৰাকী কবি, গল্পকাৰ আৰু সাংবাদিক। 'দি আছাম ট্ৰিবিউন' (১৯৩৯) কাকতৰ প্ৰতিষ্ঠাপক সম্পাদক। 'টাইমছ অব আছাম' (১৯২২), 'আলোচনী' (১৯২১), 'সাদিনীয়া অসমীয়া' (১৯২৭), 'তিনিদিনীয়া অসমীয়া' (১৯৩০) আদি আলোচনী সম্পাদনা কৰে। কলিকতাৰ পৰা প্ৰকাশিত 'অমৃত বাজাৰ পত্ৰিকা', 'ষ্টেটমেন', 'ফৰৱাৰ্ড' আদি কাকতৰ লগতো বিশেষভাৱে জড়িত আছিল। অসমৰ সংবাদ জগতৰ এগৰাকী নিষ্ঠাবান কৰ্মী। বহুকেইটা গল্প আৰু কবিতাৰে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে। 'মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ' শীৰ্ষক গ্ৰন্থৰ বাবে সাহিত্য অকাডেমি (১৯৭০) বঁটা লাভ কৰে। সাহিত্যিক অৱদান—'মালা' (১৯১৮), 'ওফাইদাং' (১৯৬২), 'মৰমৰ মাধুৰী' (১৯৬৩), 'আশাত উৎফুল্ল প্ৰাণ' (১৯৬৫), 'আনন্দে নধৰে হিয়া' (১৯৬৭), 'সোণালী সপোন' (১৯৬৪), 'পুৱতি নিশাৰ সুৰ' (১৯৭৩), 'বাপুকণ' (১৯৮৭) ইত্যাদি।

**লক্ষ্মীনাথ বেজবৰুৱা (জন্ম ঃ ১৮৬৮ খ্ৰী. ·, মৃত্যু ঃ ১৯৩৮ খ্ৰী.)**

আধুনিক অসমীয়া সাহিত্যৰ যুগস্ৰষ্টা ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ জন্মস্থান শিৱসাগৰ জিলা। পিতৃৰ নাম দীননাথ বেজবৰুৱা আৰু মাতৃ থানেশ্বৰী দেৱী। ১৮৮৬ খ্ৰীষ্টাব্দত প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কলিকতাৰ পৰা উচ্চ শিক্ষা লাভ কৰে। ১৮৯১ খ্ৰীষ্টাব্দত বংগৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ জীয়াৰী প্ৰজ্ঞা সুন্দৰী দেৱীক বিয়া কৰায়। কৰ্মসূত্ৰে এগৰাকী কাঠৰ ব্যৱসায়ী আছিল।

কলিকতাত থকা সময়ছোৱাত 'অসমীয়া ভাষাৰ উন্নতি সধিনী সভা' প্ৰতিষ্ঠা আৰু 'জোনাকী' কাকত প্ৰকাশত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে।

জোনাকী যুগৰ ত্ৰিমূৰ্তিৰ এজনা হিচাপে পৰিচিত। প্ৰণিধানযোগ্য যে অসমীয়া সাহিত্যৰ সকলো বিভাগতে লক্ষ্মীনাথ বেজবৰুৱাৰ কৃতিত্ব অপৰিসীম। এই কৃতিত্বৰ বাবেই তেওঁক অসমীয়া সাহিত্যৰ 'সাহিত্যৰথী' বুলি কোৱা হয়। ১৯০৯ খ্ৰীষ্টাব্দত তেওঁ 'বাঁহী' আলোচনী সম্পাদনা কৰে। ১৯২৪ খ্ৰীষ্টাব্দত গুৱাহাটীত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ সপ্তম অধিৱেশনৰ সভাপতিৰ পদ শুৱনি কৰে। 'লিটিকাই' নামৰ নাটকৰ যোগেদি প্ৰথম সাহিত্যিক জীৱনৰ পাতনি মেলে। স্ব-প্ৰতিভাৰে সমুজ্বল বেজবৰুৱা এক অসাধাৰণ ব্যক্তিত্বৰ গৰাকী। অসমীয়া সাহিত্যলৈ তেওঁৰ উল্লেখযোগ্য বৰঙণি ঃ 'লিটিকাই', 'কামত কৃতিত্ব লভিবৰ সংকেত' (১৯০৩), 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা' (১৯০৪), 'পদুমকুঁৱৰী' (১৯০৫), 'সুৰভি' (১৯০৯), 'কৃপাবৰ বৰুৱাৰ ওভতনি' (১৯০৯), 'দীননাথ বেজবৰুৱাৰ জীৱন চৰিত', শংকৰদেউ' (১৯১২), 'বুঢ়ী আইৰ সাধু', 'ককাদেউতা আৰু নাতি ল'ৰা' (১৯১২), 'চিকৰপতি-নিকৰপতি', 'নোমল', 'পাঁচনি' (১৯১৩), 'জোনবিৰি' (১৯১৩), 'শ্ৰীশংকৰদেৱ-মাধৱদেৱ' (১৯১৪), 'বাখৰ' (১৯১৪), 'জয়মতী', 'বেলিমাৰ', 'চক্ৰধ্বজ সিংহ' (১৯১৫), 'সাধু কথাৰ কুকি', 'জুনুকা', 'ভাগৱত কথা', 'কৃপাবৰ বৰুৱাৰ ভাবৰ বুৰবুৰণি' (১৯৫১) ইত্যাদি। 'বৰবৰুৱাৰ বুলনি', 'কেহোঁকলি', 'জীৱন সোঁৱৰণ', 'দিনলেখা', 'পত্ৰলেখা' আদি গ্ৰন্থ মৰণোত্তৰভাৱে প্ৰকাশ পায়। 'কদমকলি' আৰু 'পদুমকলি' তেওঁৰ দুখন মনোৰম কাব্যপুথি।

**লক্ষ্মীনাৰায়ণ দাস (জন্ম ঃ ১৯১৯, মৃত্যু ঃ ১৯৫০ খ্ৰী.)**

জন্মস্থান নগাঁও জিলা। কৰ্মসূত্ৰে এগৰাকী শিক্ষক আছিল। অতি কম বয়সতে ভালেকেইখন গ্ৰন্থ ৰচনা কৰি থৈ গৈছে। উল্লেখনীয় গ্ৰন্থ ঃ 'চণ্ডা', 'বৈৰাগীৰ আত্মকথা', 'যৌৱনৰ বাণী' (উপন্যাস), 'পাৰ্চিউচ', 'মেক্‌বেথ', 'ভৈলংগ স্বামী' (জীৱনী)।

**লক্ষ্মীৰাম বৰুৱা (জন্ম ঃ ১৮৬৫, মৃত্যু ঃ ১৫ মাৰ্চ, ১৯১৪ খ্ৰী.)**





জন্মস্থান গুৱাহাটীৰ শিলসাঁকো। পিতৃৰ নাম বেথাৰাম বৰুৱা, মাতৃ সেউতী বৰুৱা। পোনতে মণ্ডলদৈত জাহাজ কোম্পানীত চাকৰি কৰে। তাৰ পাছত কৰ্মসূত্ৰে শ্বিলং, নগা পাহাৰ, ধুবুৰী, গুৱাহাটীত আদি ঠাইত থাকিবলৈ লয়। জীৱনৰ শেষছোৱা তেজপুৰতে কটায়।

সংগীত শাস্ত্ৰৰ অনুৰাগী আছিল। গান গোৱা আৰু বাদ্য বজোৱাত পাকৈত আছিল। শ্বিলঙত থাকোঁতেই সংগীত চৰ্চাত ব্ৰতী হয়। পুলিচ ইন্সপেক্টৰ প্ৰিয়লাল বসু আৰু গুৰুচৰণ ধৰৰ তলত বেহেলা আৰু চেতাৰৰ শিক্ষা গ্ৰহণ কৰে। শ্বিলঙত গঠন কৰা থিয়েটাৰ দলত সহকাৰী বেণ্ডমাষ্টাৰৰূপে কাৰ্যনিৰ্বাহ কৰে। ধুবুৰীত থাকোঁতে লক্ষ্মীৰামৰ গান-বাজনা গোটেই গোৱালপাৰাতে প্ৰসাৰিত হয়। নিজৰ ঘৰত এখন টোল খুলি ডেকা ল'ৰাবিলাকক সংগীত শিক্ষা দিয়ে। পিছত বাণ মঞ্চ স্থাপন হোৱাত সংগীত অধ্যাপক ৰূপে নিযুক্ত হয়।

সেই কালৰ সংগীতৰ ক-খ নজনা অনেক বন্ধু-বান্ধৱৰ হতুৱাই গীত ৰচনা কৰোৱায়। সেইবোৰ 'সংগীতকোষ' আৰু 'উষা'ত অন্তৰ্ভুক্ত কৰে। তেওঁ অসমীয়া সাহিত্য-সংস্কৃতিলৈ আগবঢ়োৱা আপুৰুগীয়া অৱদান ঃ সংগীত কোষ' (১৯০৯) আৰু 'সংগীত সাধনা' (১৯১০)। অসম সাহিত্য সভাই এই দুয়োখন গ্ৰন্থ ১৯৮৬ খ্ৰীষ্টাব্দত পুনৰ প্ৰকাশ কৰি উলিয়ায়।

**লীলাধৰ হাতী শইকীয়া (জন্ম ঃ ১৯১৬ খ্ৰী.)**

শিঙিয়া গাঁৱৰ বাসিন্দা। চেনিদৈ গাভৰু' নামৰ লোকগীতিকবিতা পুথিৰ লিখক। 'ভ্ৰমৰ', 'বৰদৈচিলা', 'অখণ্ড ভাৰত', 'ৰদালি', 'নতুন অসমীয়া', 'অসমবাণী' আদি কাকতত কবিতা, প্ৰবন্ধাদি ৰচনা কৰিছে। 'মোৰ দেশ' নামৰ এখনি পোন্ধৰদিনীয়া কাকতো কেইবছৰমানলৈ সম্পাদনা কৰে। 'জোনাকী' (কবিতা), 'ইন্দ্ৰমালতী' (নাটক), 'সংঘাত', 'সপোন কুঁৱৰী' (উপন্যাস) আদি কেইবাখনো পুথি অপ্ৰকাশিত অৱস্থাত আছে।

**লোহিতচন্দ্ৰ নায়ক (জন্ম ঃ ১৮৬৮ খ্ৰী.; মৃত্যু ঃ ৩০ ডিচেম্বৰ, ১৯৪৭ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলা। পিতৃৰ নাম সিদ্ধিৰাম নায়ক।

'জীৱন সোঁৱৰণী'ৰ পৰা খেলা-ধূলাত পাকৈত আছিল বুলি জানিব পৰা যায়। প্ৰথম অৱস্থাত পঢ়া-শুনাত বিশেষ একো কৃতিত্ব দেখুৱাব পৰা নাছিল যদিও পিছলৈ কৃতি ছাত্ৰৰূপে নিজকে প্ৰতিপন্ন কৰে। উচ্চ শিক্ষাৰ অৰ্থে কলিকতালৈ গৈ মেট্ৰপলিটান ইন্সটিটিউচনৰ পৰা এফ. এ., বি. এ. আৰু বি. এল পৰীক্ষা পাছ কৰে। প্ৰথমতে গুৱাহাটীত ওকালতি আৰম্ভ কৰে। ১৯১৮ খ্ৰীষ্টাব্দত তেওঁ হাকিমৰ পদ লাভ কৰে। প্ৰথম মহাযুদ্ধৰ পিছত চাকৰিৰ পৰা অব্যাহতি লাভ কৰি বৰপেটাত পুনৰ ওকালতি আৰম্ভ কৰে। ১৯২২ খ্ৰীষ্টাব্দত লেজিছলেটিভ্ কাউন্সিলৰ সদস্য হিচাপে মনোনীত হয়। সাত বছৰকাল লোকেল ব'ৰ্ডৰ প্ৰথম বেচৰকাৰী চেয়াৰমেনৰূপে কাৰ্যনিৰ্বাহ কৰে।

এগৰাকী অধ্যয়নশীল ব্যক্তি আছিল। আলোচনী আৰু বাতৰি কাকতত গভীৰ তত্ত্বমূলক, জ্ঞানগৰ্ভ প্ৰবন্ধ-পাতি প্ৰকাশ পাইছে। এজন ভাল সংস্কৃত পণ্ডিতৰূপেও খ্যাতি লাভ কৰে।

ছাত্ৰাৱস্থাতেই 'অসমীয়া ছাত্ৰ সাহিত্য সংঘ' স্থাপন কৰে। ১৯১৭ খ্ৰীষ্টাব্দত শিৱসাগৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ অধিৱেশনত প্ৰথম কাৰ্যনিৰ্বাহক সদস্যৰূপে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ সৈতে যুটীয়াভাৱে মনোনীত হয়।





# শ

**শৰৎচন্দ্ৰ গোস্বামী (১) (জন্ম ঃ ১৮ মে', ১৮৮৭ খ্ৰী. ·, মৃত্যু ঃ ১৯ ডিচেম্বৰ, ১৯৪৪ খ্ৰী.)**

জন্মস্থান নলবাৰী। পিতৃৰ নাম ললিতচন্দ্ৰ গোস্বামী, মাতৃ মুকুন্দপ্ৰিয়া। নলবাৰী মধ্য ইংৰাজী স্কুল, কটন কলেজিয়েটত স্কুলীয়া শিক্ষা গ্ৰহণ কৰে। সুখ্যাতিৰে বি. এ. পাছ কৰি কলিকতা বিশ্ববিদ্যালয়ত সংস্কৃতৰ এম. এ. মহলাত নাম লগায়। স্কুল উপ-পৰিদৰ্শকৰূপে চাকৰি জীৱন আৰম্ভ কৰি পৰৱৰ্তী সময়ত নৰ্মাল স্কুলৰ অধীক্ষক হয়। এগৰাকী সুদক্ষ শিক্ষাবিদৰ উপৰিও এজন পণ্ডিতপ্ৰৱৰ ব্যক্তি আৰু এজন সুদক্ষ সমাজ সংগঠক।

অসমীয়া সাহিত্য জগতলৈ তেওঁ অৱদান অতুলনীয়। অসমীয়া গল্প সাহিত্যৰ ইতিহাসত লক্ষ্মীনাথ বেজবৰুৱাৰ পিছতেই তেওঁৰ স্থান। ৰচিত গল্পপুথি ঃ 'গল্পাঞ্জলি' (১৯১৪), 'ময়না' (১৯২০), 'বাজিকৰ' (১৯৩০) আৰু 'পৰিদৰ্শন' (১৯৫৬)। বুৰঞ্জীবিখ্যাত পানিপথৰ যুদ্ধ আৰু ইয়াৰ প্ৰাসংগিক কাৰণসমূহক লৈ ৰচনা কৰা একমাত্ৰ উপন্যাস 'পানিপথ' (১৯৩০) আৰু ৰূপচন্দ্ৰ ভাগৱতী ছদ্মনামত ৰচনা কৰা নাটক ঃ 'পৰীক্ষা' (১৯১০)।

তেওঁ অসম সাহিত্য সভাৰ প্ৰথমজন সম্পাদক। চতুৰ্থৰ পৰা নৱম অধিৱেশনলৈকে (১৯২০-২৭) সাহিত্য সভাৰ সম্পাদকৰ দায়িত্ব বহন কৰে। চন্দ্ৰকান্ত সন্দিকৈ ভৱন আৰু নাৰায়ণী সন্দিকৈ ভৱনৰ প্ৰতিষ্ঠাতা। কামৰূপ অনুসন্ধান সমিতিৰ লগত ওতপ্ৰোতভাৱে জড়িত আছিল। তেৰেঁই অসমত স্কাউটিঙৰ প্ৰৱৰ্তন কৰাইছিল।

**শৰৎচন্দ্ৰ গোস্বামী (২) (জন্ম ঃ ১ নবেম্বৰ, ১৯১৫ খ্ৰী. ·, মৃত্যু ঃ ১৬ এপ্ৰিল, ১৯৬৮ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ কমলপুৰ। তেওঁ কটন কলেজিয়েটৰ পৰা প্ৰাথমিক শিক্ষা গ্ৰহণ কৰে। উচ্চ শিক্ষা লাভ কৰে ক্ৰমে কটন কলেজ আৰু কলিকতা বিশ্ববিদ্যালয়ত। কৰ্ম জীৱন আৰম্ভ কৰে এগৰাকী অধ্যাপক হিচাপে। গুৱাহাটীৰ সন্দিকৈ কলেজৰ অধ্যক্ষ হোৱাৰ উপৰিও বি. বৰুৱা কলেজৰ অধ্যাপক, গুৱাহাটী বিশ্ববিদ্যালয়ৰ কোষাধ্যক্ষ আৰু মাধ্যমিক শিক্ষা বোৰ্ডৰ চেয়াৰমেনৰ পদ অলংকৃত কৰে।

কমলপুৰ সমষ্টিৰ পৰা দুটা বৰ্ষৰ বাবে বিধায়ক হিচাপেও নিৰ্বাচিত হয়। বিভিন্ন সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত ওতপ্ৰোতভাৱে জড়িত। ৰচনাসম্ভাৰ ঃ 'চক্ৰেটিছ, প্লেটো আৰু এৰিষ্টোটোলে', 'কনফুচিয়াচ', 'প্লেটো', 'মনোবিজ্ঞান', 'মহাত্মা গান্ধীৰ জীৱন কাহিনী', 'ধৰ্ম দৰ্শন' ইত্যাদি।

**শৰৎচন্দ্ৰ শৰ্মা (জন্ম ঃ ১৯০৬ খ্ৰী. ·, মৃত্যু ঃ১৯৮৯ খ্ৰী.)**

জন্মস্থান নলবাৰী জিলাৰ লৰমা গাঁও। পিতৃৰ নাম ললিতচন্দ্ৰ শৰ্মা, মাতৃৰ নাম দুৰ্গাপ্ৰিয়া দেৱী।

প্ৰাথমিক শিক্ষা আঠঘৰীয়া প্ৰাথমিক বিদ্যালয়ৰ পৰা আৰু হাইস্কুলীয়া শিক্ষা নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা লাভ কৰে। মেধাৱী ছাত্ৰ হিচাপে পৰিচিত। কটন কলেজৰ পৰা উচ্চ শিক্ষা লাভ কৰি শিক্ষক পদত নিযুক্ত হয়। চতিয়া হাইস্কুল, বৰখালা ধীৰদত্ত মাইনৰ স্কুল, পশ্চিম বৰিগোগ ধীৰদত্ত হাইস্কুল, বৰভাগ কালাগ হাইস্কুলত শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰে।

শিক্ষকতাৰ উপৰিও বিভিন্ন সামাজিক কাম-কাজৰ লগত জড়িত আছিল। প্ৰাচীন ভাৰতীয় সাহিত্য-সংস্কৃতি আৰু প্ৰাচ্য দৰ্শনত ব্যুৎপত্তি থকা লোক। প্ৰকাশিত গ্ৰন্থ ঃ 'আমাৰ গৃহ শিক্ষা', 'ৰক্তবলি', 'হিয়াৰ বাতৰি', 'কলংক বিভ্ৰাট', 'ভাৰতীয় চিন্তা আৰু আদৰ্শ', 'যুগপ্ৰভা',





'অসমীয়া ভাষাৰ এৰা বোটলা', 'কামৰূপী অভিধান', 'বৈদিক ধৰ্ম আৰু শুদ্ধাশুদ্ধি বিচাৰ', 'পুনৰীক্ষণত প্ৰাচীন ভাৰতীয় ইতিহাস', 'অশৌচ আৰু সংস্কাৰ কৰ্ম', 'যুগ নে দুৰ্যোগ', 'কবিতাৰ আঁৰে আঁৰে চমকে প্ৰাণ', 'India is alive, truth to be revised.' ইত্যাদি।

অসম চৰকাৰৰ সাহিত্যিক পেন্সন লাভ কৰাৰ লগতে নলবাৰী ব্ৰাহ্মণ সমাজে প্ৰাচ্যবিদ উপাধি প্ৰদান কৰে।

**শশীকান্ত গগৈ (জন্ম ঃ ১৯১৬, মৃত্যু ঃ ২৪ ছেপ্টেম্বৰ, ১৯৮৯ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ বানমুখ। বানমুখ যখিনী প্ৰাইমাৰী স্কুলত প্ৰাথমিক শিক্ষা গ্ৰহণ কৰি ১৯৩৪ খ্ৰীষ্টাব্দত শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰে। ১৯৩৬ খ্ৰীষ্টাব্দত কটন কলেজৰ পৰা আই. এ., ১৯৩৮ খ্ৰীষ্টাব্দত বি. এ. আৰু ১৯৫৪ খ্ৰীষ্টাব্দত বি. টি. পাছ কৰি ক্ৰমে শিৱসাগৰ আসাম পলিটেকনিক ইন্সটিটিউট (১৯৩৮-১৯৩৯) অল আসাম মিৰি হাইস্কুল (১৯৩৯), টিফুক ইন্সটিটিউট' (১৯৪১-৪২) আদিত হে'ড মাষ্টৰৰূপে কাৰ্যনিৰ্বাহ কৰে। ১৯৪৭ ৰ পৰা ১৯৫৩ খ্ৰীষ্টাব্দলৈ টিংখং হাইস্কুলত হে'ড মাষ্টৰৰূপে কাৰ্যনিৰ্বাহ কৰে। নগাঁও চামগুৰি গুৰু ট্ৰেইনিং স্কুলত (১৯৫৪-৫৫) চুপাৰিণ্টেণ্ডেণ্ট পদতো অধিষ্ঠিত হয়। ১৯৫৫-৫৬ খ্ৰীষ্টাব্দত লামডিং হাইস্কুল আৰু আসাম পলিটেকনিক ইন্সটিটিউটত শিক্ষকতা কৰে।

১৯৪২ খ্ৰীষ্টাব্দৰ জাতীয় আন্দোলনত যোগ দিয়াৰ অপৰাধত নিজৰ ঘৰত হোৱা পুলিচী খানতালাচীত বেছিভাগ লেখনি, বিশেষকৈ কাব্যকৃতিসমূহ নষ্ট হয়। তেওঁ জোনাকী যুগৰ এজন কবি আছিল।

**শশীপ্ৰভা দত্ত (জন্ম ঃ ১৯১১, মৃত্যু ঃ ১৭ জানুৱাৰী, ১৯৮৬ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ। পিতৃৰ নাম দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা, মাতৃৰ নাম পূৰ্ণকান্তি মজিন্দাৰ বৰুৱানী।

উচ্চ ইংৰাজী বিদ্যালয়ত স্কুলীয়া শিক্ষা আধৰুৱাকৈ লাভ কৰে।

সাহিত্য-চৰ্চাৰ মূল প্ৰেৰণা দেউতাক দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা। 'ঘৰ জেউতি' আলোচনীত কবিতা, গল্প আদি ৰচনা কৰে। সফল অনুবাদক। 'কনকলতা' নামৰ হাতে লিখা নাটক এখন অভিনীত হয়। 'গোহাঞি বৰুৱালৈ শ্ৰদ্ধাঞ্জলি' আৰু 'নিমাত নিতাল দেশত' তেওঁৰ উল্লেখযোগ্য কবিতা। চেমনীয় বয়সৰ পৰাই সাহিত্য-চৰ্চা কৰে। উল্লেখনীয় গ্ৰন্থ : 'গান্ধীবাদী' আৰু 'দৈৱবাণী'।

সাহিত্যানুৰাগী হোৱাৰ উপৰিও সামাজিক কামৰ প্ৰতিও অপৰিসীম ধাউতি আছিল। অসম সাহিত্য সভাৰ আজীৱন সভ্যা, সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ সদস্যা হোৱাৰ উপৰিও যোৰহাটৰ প্ৰাথমিক বিদ্যালয়, মহিলা মেল, মইনা মেল, শিপিনী সংঘ আদিৰ সৈতেও জড়িত আছিল।

**শশীভূষণ ফৌজদাৰ (জন্ম : ১৮৮৩; মৃত্যু : ১৯৬১ খ্ৰী.)**

জন্মস্থান কাকৈজানা, বঙাইগাঁও জিলা। অভয়াপুৰী অভয়েশ্বৰী বিদ্যালয়ৰ পৰা এম. ভি পাছ কৰে। তেওঁ কৃষি কৰ্ম কৰি জীৱন নিৰ্বাহ কৰে। কেইবাখনো গ্ৰন্থ ৰচনা কৰিছে। তাৰ ভিতৰ গ্ৰন্থ : 'শশীভূষণ ফৌজদাৰ' (২০০৭), 'কবিতা কুঁহি' (কবিতা, ১৯৩০), 'আখৰমালা', 'বিজনী ৰাজ্যৰ সংক্ষিপ্ত বুৰঞ্জী' (২টা খণ্ড), 'বন্দনা গীতি', 'পুষ্পাঞ্জলী' (কবিতা), 'আশাৰ সপোন' (গল্প), 'অনাখিনী' (উপন্যাস), 'পবিত্ৰ ছাত্ৰ জীৱনৰ স্মৃতি', 'জীৱন তৰী আত্মজীৱনী', 'কোচ ৰাজবংশী ক্ষত্ৰিয়ৰ ইতিবৃত্ত', 'ভক্তি চৰিত্ৰামৃত' (ধৰ্ম গ্ৰন্থ) ইত্যাদিয়ে প্ৰধান।

**শান্তিৰাম দাস**

'বাঁহী' আলোচনীৰ এজন অন্যতম লেখক। 'বাঁহী'ৰ ১৩ শ বছৰ, ১১ শ সংখ্যাত কেইবাটাও গল্প প্ৰকাশ হৈছে। 'মৃত্যু দৰ্শন' তেওঁৰ এটা উল্লেখযোগ্য গল্প। 'বৈৰাগী' (১৯২১), 'মিলন মন্দিৰ' আৰু 'ছদ্মবেশী'





দাসৰ তিনিখন উল্লেখনীয় উপন্যাস।

**শিৱনাথ বুজৰবৰুৱা (জন্ম : ১৮৮০, মৃত্যু : ১৯৫৬ খ্ৰী.)**

জন্মস্থান নলবাৰী জিলা। এগৰাকী বিখ্যাত সংস্কৃত পণ্ডিত আছিল। অসমীয়া ভাষাত ৰচিত দুখন উল্লেখযোগ্য গ্ৰন্থ—'আচাৰ বিজ্ঞান', আৰু 'বিধৱা বিবাহ খণ্ডন'।

**শিৱপ্ৰসাদ বৰুৱা (১)**

**(জন্ম উনৈশ শতিকাৰ অন্তিম ভাগ, চন-তাৰিখ উল্লেখ পোৱা নাযায়)**

জন্মস্থান যোৰহাটৰ ঠেঙাল গাঁও। পিতৃৰ নাম বিষ্ণুৰাম, মাতৃৰ নাম চন্দ্ৰাৱতী।

প্ৰাৰম্ভিক শিক্ষা ঠেঙালত আৰম্ভ কৰি যোৰহাট টাউন হাইস্কুলত মেট্ৰিকলৈ পঢ়ে। পৰীক্ষাত অকৃতকাৰ্য হোৱাৰ বাবে পঢ়া সিমানতে সমাপ্ত কৰি পিতৃয়ে আৰম্ভ কৰা চাহৰ ব্যৱসায়ত যোগ দিয়ে। অসমত বাতৰি কাকতৰ প্ৰতিষ্ঠাতাসকলৰ অন্যতম। ১৯৩০ খ্ৰীষ্টাব্দত বাগ্মীবৰ নীলমণি ফুকনক সম্পাদক হিচাপে লৈ 'সাদিনীয়া বাতৰি' নামেৰে এখন বাতৰি কাকত প্ৰকাশ কৰি উলিয়ায়। সেই সময়তে সাহিত্য ৰচনাত হাত দিয়ে বুলি জনা যায়। সমাজ আৰু সাহিত্য সংবাদৰ দিশত উল্লেখযোগ্য অৱদানৰ বাবে বৃটিছ চৰকাৰে তেওঁক ৰায়বাহাদুৰ উপাধিৰে বিভূষিত কৰে।

**শিৱপ্ৰসাদ বৰুৱা (২) (জন্ম : ২৭ মে', ১৯১৩ খ্ৰী.', মৃত্যু : জুন, ২০১০ খ্ৰী.)**

জন্মস্থান যোৰহাট জিলাৰ টীয়ক। পিতৃৰ নাম কমলচন্দ্ৰ বৰুৱা। প্ৰাথমিক শিক্ষা টীয়কতে আৰম্ভ কৰি যোৰহাটৰ পৰা স্নাতক ডিগ্ৰী গ্ৰহণ কৰে।

একাধাৰে সাহিত্যিক, সাংবাদিক আৰু সমাজ সেৱক। ভ্ৰমণ কাহিনী, উপন্যাস, প্ৰহসনকে ধৰি বিভিন্ন বিষয়ৰ পুথি ৰচনা কৰে।

পিতৃ কমলচন্দ্ৰ বৰুৱাই ১৯৩১ খ্ৰীষ্টাব্দত প্ৰকাশ কৰা আলোচনী 'বৰদৈচিলা'ৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। সেই সময়ৰ পৰাই তেওঁ এই আলোচনীখনৰ সম্পাদনাৰ দায়িত্ব বহন কৰে।

ৰচনা সম্ভাৰ ঃ কবিতা ঃ 'অগ্নিবীণ' (১৯৩৬), 'লহৰী' (১৯৩৮), 'পাহৰণি' (১৯৩৯), 'মচগুল' (১৯৪০), 'গুলজাৰ' (১৯৪০), 'দিলখোচ' (১৯৪১), 'তুফান' (১৯৪১), 'আফচোচ' (১৯৪৬)।

উপন্যাস ঃ 'লাৱণ্যলতা' (১৯৩৬), 'ভুনকা লেগয়' (১৯৮৬), 'স্মৃতিৰ এপাহি ফুল" (১৯৮৭), ' হেমাংগিনী' (১৯৯৪)।

বিবিধ বিষয়ক ৰচনা ঃ 'ভঙ্গা নদীৰ পাৰে পাৰে', 'মোৰ পৃথিৱী মহান', 'কলংকিত শিৰ', 'বেজবৰুৱাৰ শব্দতত্ত্ব', 'দুৱৰা' (১৯৩৮) ইত্যাদি। তেওঁ অসম মুক্তি যুঁজাৰু সন্মিলনৰ সভাপতি আৰু অসম প্ৰদেশ কংগ্ৰেছ কমিতিৰো সভাপতি আছিল।

**প্ৰয়াত শিৱৰাম দাস (জন্ম ঃ ৩১ মাৰ্চ, ১৯১৫ খ্ৰী.)**

জন্মস্থান গোৱালপাৰা জিলাৰ শাগুণবাহী (দলগোমা)। শিক্ষা নৰ্মাল পাছ দাস বৃত্তিত শিক্ষক আছিল। সাহিত্য ৰাজি—'সামাজিক শিক্ষা আৰু স্বাস্থ্য কথা' (পাঠ্যপুথি, ১৯৬৭) আৰু 'অগ্নিগৰ্ভা কাশ্মীৰ' (প্ৰবন্ধমূলক, ২০০০)।

**শুকদেৱ গোস্বামী (জন্ম ঃ ১৯০৩ খ্ৰী.)**

জন্মস্থান নগাঁৱৰ ৰাইদিঙ্গীয়া। স্কুলীয়া অৱস্থাতেই খৰ্গেশ্বৰ বৰাদেৱৰ সৈতে লগলাগি 'কোঁহ' নামৰ কবিতা পুথি আৰু কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাদেৱৰ জীৱনী 'চন্দ্ৰনাথ' ৰচনা কৰে। ডিম্বেশ্বৰ নেওগ আৰু দৈৱচন্দ্ৰ তালুকদাৰৰ লগ লাগি 'জন্মভূমি' আলোচনী আৰু 'গঠন' নামৰ সাপ্তাহিক কাকত এখনো সম্পাদনা কৰে। ৰচনা কৰা গ্ৰন্থ ঃ 'Psychology of





Gandhi', 'Development of India', 'What about Burma'।

**শৈলধৰ ৰাজখোৱা (জন্ম ঃ ১৯৯০, মৃত্যু ঃ ১৯৬৮ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড় জিলা। পিতৃৰ নাম চন্দ্ৰধৰ ৰাজখোৱা আৰু মাতৃ কনকলতা ৰাজখোৱা। কটন কলেজৰ পৰা উচ্চ শিক্ষা লাভ কৰে। ছাত্ৰ অৱস্থাতে 'গতি' নামৰ এটি কবিতা 'আলোচনী'ত (১৯০৯) প্ৰকাশ পায়। কৰ্মসূত্ৰে প্ৰথমে মাটিহাকিমৰ কাম কৰে। পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ লগত জড়িত হয়।

ৰোমাণ্টিক কবিৰূপে পৰিচিত। কবিতাৰ প্ৰধান বৈশিষ্ট্য ৰোমাণ্টিক আশাবাদ, প্ৰেম আৰু জাতীয়তাবোধ। 'উষা', 'বাঁহী, 'আৱাহন' আদি আলোচনীত যথেষ্ট কবিতা প্ৰকাশ পায়। এগৰাকী জনপ্ৰিয় নাট্যকাৰ আছিল। একমাত্ৰ কাব্য গ্ৰন্থ 'নিজৰা'ৰ বাবে অসমীয়া সাহিত্যত 'নিজৰা কবি' হিচাপে পৰিচিত। ৰচনা সম্ভাৰ ঃ 'নিজৰা' (১৯৩৫), 'বিদ্যাৱতী' (১৯১৮), 'অসম গৌৰৱ' (১৯৫৩), 'ৰণজিৎ' (অনুবাদ, OTHELLO); মৃত্যুৰ পাছত প্ৰকাশিত 'শৈলধৰ ৰাজখোৱা ৰচনাৱলী', 'অতীতৰ সোঁৱৰণী' (১৯৫৯)।

# স

**সতীশচন্দ্ৰ কাকতী**

**(জন্ম ঃ ২৩ অক্টোবৰ, ১৯১৪ খ্ৰী. ·, মৃত্যু ঃ ১৯ জুন, ২০০৬ খ্ৰী.)**

জন্মস্থান নলবাৰী জিলাৰ উলাবৰী গাঁও। পিতৃৰ নাম বাফলুৰাম কাকতী আৰু মাতৃ লতাপ্ৰিয়া কাকতী।

কামৰূপ একাডেমী স্কুলৰ পৰা ১৯৩২ খ্ৰীষ্টাব্দত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয় আৰু কটন কলেজৰ পৰা ১৯৩৬ খ্ৰীষ্টাব্দত অৰ্থনীতি বিষয়ত অনাৰ্চসহ বি. এ. ডিগ্ৰী লাভ কৰে। শিক্ষকতা আৰু চৰকাৰী চাকৰিয়াল হোৱাৰ উপৰিও এগৰাকী সফল সাংবাদিক, প্ৰখ্যাত লেখক আৰু এগৰাকী স্বাধীনতা যুঁজাৰু আছিল। ১৯৫২ খ্ৰীষ্টাব্দত 'দি আছাম ট্ৰিবিউন' কাকতত সহকাৰী সম্পাদক ৰূপেযোগদান কৰি ১৯৬৭ খ্ৰীষ্টাব্দত সম্পাদক পদত অধিষ্ঠিত হয় আৰু ১৯৭৬ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। ১৯৫৫ খ্ৰীষ্টাব্দৰ পৰা ১৯৮০ খ্ৰীষ্টাব্দলৈ সমান্তৰালভাৱে সাপ্তাহিক 'অসম বাণী' কাকতৰো সম্পাদনা কৰে।

ৰচনা ঃ 'জীৱনীমালা' (১৯৪০), 'হিটলাৰ মুছোলিনী' (১৯৪২), 'ডিচ্‌কভাৰি অব আচাম' (১৯৬৪), 'বিদেশী গল্পৰ মৌকোঁহ' (১৯৬৪), 'পণ্ডিত জৱাহৰলাল নেহৰু আৰু ছোভিয়েট ৰাছিয়া' (১৯৭৬), 'মহাত্মা গান্ধী আৰু মহৰ্ষি টলষ্টয়' (১৯৭৯), 'স্মৃতি-বিচিত্ৰা', (১৯৯২) আৰু 'প্ৰব্লেমছ অব নৰ্থ-ইষ্ট' (১৯৯৬)।

ভাৰত চৰকাৰে তাম্ৰপত্ৰ আৰু পদ্মশ্ৰী (১৯৯১) উপাধিৰে তেওঁক সন্মানিত কৰিছে। তিনিকুৰি বছৰৰো অধিককাল সাংবাদিকতাত নিমজ্জিত আছিল। অসম সাহিত্য সভাই ১৯৯৮ খ্ৰীষ্টাব্দত 'লক্ষ্মীনাথ ফুকন সাংবাদিক বঁটা'ৰে সন্মানিত কৰে।





**সত্যনাথ বৰা (জন্ম ঃ ১৮৬০, মৃত্যু ঃ ১৯২৫ খ্ৰী.)**

জন্মস্থান গুৱাহাটী। পিতৃৰ নাম দয়ানাথ বৰা, মাতৃ অময়া বৰা। সৰুতে ঘাট আইতাকৰ তত্ত্বাৱধানত ডাঙৰ দীঘল হয়। ১৮৮৯ খ্ৰীষ্টাব্দত বি. এল. পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীত ওকালতি কৰে। ভাটী বয়সত গুৱাহাটীৰ আৰ্ল ল' কলেজৰ লগতে কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক পদত নিযুক্ত হয়। জীৱনৰ শেষ সময়ছোৱালৈকে আইনৰ অধ্যাপনাৰ সৈতে জড়িত আছিল।

অসমীয়া সাহিত্য জগতলৈ অৱদান অপৰিসীম। গদ্যকাৰৰূপে বেজবৰুৱাৰ পাছতে এওঁক স্থান দিয়া হয়। চুটি চুটি বাক্য ৰচনা, অভিজ্ঞতাপুষ্ট অনুভূতি, জতুৱা ঠাঁচৰ প্ৰয়োগেৰে গহীন-গম্ভীৰ বিষয়ৰ এজন সফল লেখক। 'সাৰথি' (১৯১৫), 'চিন্তাকলি' (১৯২৫) দুখন চিন্তামূলক প্ৰবন্ধৰ পুথি। হাস্য-ব্যংগৰে অসমীয়া সমাজ জীৱনক ভেঙুচালি কৰি সমাজ সংস্কাৰৰ আকাংক্ষা প্ৰকট কৰিছে 'কেন্দ্ৰসভা'ত (১৯২৪)। 'আকাশ ৰহস্য' (১৯০৮) তেওঁৰ বিজ্ঞানৰ পুথি। 'সাহিত্য বিচাৰ' (১৯২২) গ্ৰন্থত সাহিত্যৰ সংজ্ঞা আৰু লক্ষণ বিশ্লেষণ কৰিছে। 'গীতাৱলী' (১৮৮২) গীতৰ সংকলন। 'বহল ব্যাকৰণ' অসমীয়া ভাষাৰ উল্লেখযোগ্য ব্যাকৰণ।

বিভিন্ন কাকত-আলোচনীৰ লগতে 'জোনাকী'ৰ নিয়মীয়া লিখক। ১৯০১ খ্ৰীষ্টাব্দত গুৱাহাটীৰ পৰা প্ৰকাশিত 'জোনাকী'ৰ সম্পাদক হয়। 'আসাম এছোচিয়েচন'ৰ সদস্য আছিল। ১৯১৯ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হয়।

**সত্যপ্ৰসাদ বৰুৱা (জন্ম ঃ ১৯ অক্টোবৰ, ১৯১৭ খ্ৰী.)**

পেছাত উকীল হ'লেও নাট্যকাৰৰূপে প্ৰখ্যাত। নগাঁও চৰকাৰী হাইস্কুল, মুৰাৰিচান্দ কলেজ, কটন কলেজ আৰু গুৱাহাটীৰ আৰ্ল ল' কলেজত শিক্ষা লাভ কৰে। ওকালতিৰে কৰ্ম জীৱন আৰম্ভ কৰিলেও পৰৱৰ্তী সময়ত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ উচ্চ বিষয়া, ভাৰত চৰকাৰৰ

তথ্য আৰু জনসংযোগ বিভাগৰ সঞ্চালকৰূপে কাৰ্যনিৰ্বাহ কৰে।

'আৱাহন' যুগৰ পৰাই লিখা-মেলা কৰিবলৈ আৰম্ভ কৰে। 'আৱাহন'ত প্ৰগতিশীল সাহিত্য নামৰ প্ৰবন্ধ, 'সোঁৱৰণ' নামৰ গল্প আদি ৰচনা কৰিছে। (দ্ৰ ঃ আৱাহন, ১৮৬০ শক)। আগশাৰীৰ নাট্যকাৰ, নাট্য প্ৰযোজক, সুদক্ষ অভিনেতা, নাট্য সমালোচক আৰু আকাশবাণী যোগে প্ৰচাৰিত অনাতাঁৰ নাটৰ বাটকটীয়া। ১৯৪৮ খ্ৰীষ্টাব্দত আকাশবাণী গুৱাহাটীযোগে তেওঁ ৰচনা কৰা 'ধৰালৈ যিদিনা নামিব সৰগ' শীৰ্ষক নাটকখন প্ৰচাৰিত হয়। আকাশবাণী গুৱাহাটী যোগে প্ৰচাৰিত এইখনেই প্ৰথমখন অনাতাঁৰ নাট। নাটকসমূহক সামাজিক, ঐতিহাসিক আৰু অনুবাদমূলক এই তিনি ভাগত ভাগ কৰিব পাৰি। নাটকসমূহৰ ভিতৰত— কল্পনাৰ মৃত্যু' (আৱাহন ১০ম বছৰ, ৯ম সংখ্যা), 'চাকৈ চকোৱা' (১৯৪০), 'শিখা' (১৯৫৭), 'জ্যোতিৰেখা' (১৯৮৮), 'আনাৰকলি', 'কুনালকাঞ্চন', 'ৰাণাদিল', 'জবালা', 'নায়িকা নাট্যকাৰ', 'মৃণালমাহী' আদি প্ৰধান।

গ্ৰীক নাট্যকাৰ চফ'ক্লিছৰ ৰজা ইডিপাছ, ফৰাচী জ্যা আনুইৰ এণ্টিগনি, ছেক্সপীয়েৰৰ মেকবেথ, অথেলো, ৰুছ নাট্যকাৰ এণ্টন চেখভৰ চিগাল (সাগৰ চিলনী), হেনৰিক ইবচেনৰ 'ৱাইল্ড ডাক' (বনহংসী) আদি নাটকৰ অসমীয়া অভিযোজনা কৰে। মিষ্টাৰ জন গানথাৰৰ 'ইনক্ৰেডিবোল মিষ্টাৰ গান্ধী'ৰ অসমীয়া ভাঙনি 'বাঁহী' আলোচনীত ধাৰাবাহিকভাৱে প্ৰকাশ হয় (বাঁহী, ২৬ শ বছৰ, ১ম সংখ্যা, ২য় সংখ্যা)। 'নাটক আৰু অভিনয় প্ৰসংগ', 'নাট্যকাৰ ৰবীন্দ্ৰনাথ', 'মঞ্চ প্ৰতিভা', 'বাৰ্টোল্ড ব্ৰেখ্‌ট', 'আধুনিক নাট্য চিন্তা' আদি উল্লেখযোগ্য নাট্য সমালোচনামূলক পুথি। 'অনাগতা' (১৯৫৭) একমাত্ৰ উপন্যাস।

প্ৰশংসনীয় কৰ্মৰাজিৰ বাবে তেওঁক একাধিক বঁটা-বাহনেৰে সন্মান প্ৰদান কৰা হয়। এইসমূহৰ ভিতৰত অল ইণ্ডিয়া ক্ৰিটিক এছোচিয়েচনৰ শ্ৰেষ্ঠ অভিনেতাৰ বঁটা (১৯৭৮), সংগীত নাটক অকাডেমি বঁটা (১৯৮৬), অসম শিল্পী দিৱস বঁটা (১৯৭৮), নাট প্ৰভাকৰ আৰু শংকৰদেৱ বঁটা ইত্যাদি উল্লেখনীয়।





**সত্যেন্দ্ৰনাথ বৰকটকী (জন্ম ঃ ১ ছেপ্টেম্বৰ, ১৯০৮ খ্ৰী. , মৃত্যু ঃ ৭ মে', ১৯৮৪ খ্ৰী.)**

জন্মস্থান যোৰহাটৰ ৰজাহাউলি। পিতৃৰ নাম দুৰ্গাধৰ বৰকটকী।

যোৰহাট চৰকাৰী হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা, কলিকতাৰ প্ৰেচিডেন্সী কলেজৰ পৰা আই. এ. আৰু বি. এ. পৰীক্ষা, কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে।

অসম চৰকাৰৰ অতিৰিক্ত সহকাৰী আয়ুক্ত হিচাপে কৰ্মত যোগদান কৰি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ সেৱা আগবঢ়ায়। পৰৱৰ্তী সময়ত শিৱসাগৰত মহকুমাধিপতি, পণ্ডীচেৰীত Chief Commissioner, নাগালেণ্ডত Commissioner of Hills Division আৰু Ex-officio Secretary TAD and WBC Deptt. আদি দায়িত্ব লাভ কৰে। কিছুদিনৰ বাবে অসম লোক সেৱা আয়োগৰ অধ্যক্ষ পদো শুৱনি কৰে। চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত তিতাবৰৰ ওচৰৰ মেলামাটিত স্থায়ীভাৱে থাকিবলৈ লয়।

চাকৰি কৰি থকা সময়তে সাহিত্য ৰচনাত হাত দিয়ে। 'ফুলবিবি', 'হাকিমৰ টিঘিলঘিলনি' দুখন লেখত ল'বলগীয়া গ্ৰন্থ। অনূদিত গ্ৰন্থ ঃ 'ফৰাচী গল্প ঃ মোপাচাৰ শ্ৰেষ্ঠ গল্প', 'ৰহস্য কাহিনী', 'ৰহযজ্ঞ', 'এছেণ্ডিং কুমজেলেকুৱা', 'ৰহস্যৰ ৰহঘৰা', 'ৰহস্যৰ সফুঁৰা', 'ৰহস্যৰ মৌকোঁহ' আদি উল্লেখযোগ্য। তেওঁৰ দ্বাৰা ৰচিত আনকেইখনমান গ্ৰন্থ হ'ল— 'জগলিমোহন', 'ল'ৰালিৰ সাধু', 'Post Magisterial', 'The Grand Panjandrum', 'Tribal Folk Tales, 'Assam at a Glances', Tables and Folk Tales of Assam', 'Folk Tales of Assam and yopund ones' আদি। 'নেপোলিয়ন বোৰ্নাপাৰ্ট' (তৃতীয় খণ্ড), 'আড়লফ হিটলাৰ' (তৃতীয় খণ্ড) শীৰ্ষক মহামূল্যৱান দুখন পুথি।

**ড° সত্যেন্দ্ৰনাথ শৰ্মা (জন্ম ঃ ১০ ছেপ্টেম্বৰ, ১৯১৭, মৃত্যু ঃ ১১ আগষ্ট, ১৯৯৯ খ্ৰী.)**

জন্মস্থান উজনি অসমৰ জাঁজী। ১৯৩৪ খ্ৰীষ্টাব্দত প্ৰৱেশিকা পৰীক্ষা আৰু ১৯৩৮ খ্ৰীষ্টাব্দত বি. এ. পাছ কৰে। কলিকতা বিশ্ববিদ্যালয়ৰ

পৰা এম. এ.ত প্ৰথম স্থান অধিকাৰ কৰি আহি গুৱাহাটীৰ কটন কলেজত অসমীয়া বিভাগত অধ্যাপনা কৰে। ১৯৪৯ খ্ৰীষ্টাব্দত গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিভিন্ন পদত কাৰ্যনিৰ্বাহ কৰে। সাহিত্য অকাডেমি, সংগীত নাটক অকাডেমি, প্ৰকাশন পৰিষদ আদি শিক্ষাসদী অনুষ্ঠানৰ সৈতে জড়িত আছিল। 'The New-Vaisnavic movement and the Satra Institution of Assam' নামৰ গৱেষণা গ্ৰন্থৰ বাবে ডক্টৰেট ডিগ্ৰী লাভ কৰে। অসম সাহিত্য সভাৰ ১৯৭৫ খ্ৰীষ্টাব্দত তিতাবৰত অনুষ্ঠিত দ্বিচত্বাৰিংশ অধিৱেশনৰ সভাপতিৰূপে কাৰ্যনিৰ্বাহ কৰে।

মৌলিক গ্ৰন্থৰাজি ঃ 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত' (১৯৫৯), 'অসমীয়া উপন্যাসৰ ধাৰা', 'অসমীয়া উপন্যাসৰ ভূমিকা', 'আধুনিক ভাৰতীয় সাহিত্যৰ পৰিচয়', 'সাহিত্যৰ আভাস', 'অসমীয়া নাট্য সাহিত্য', 'অসমীয়া কাহিনী কাব্যৰ প্ৰভাৱ', 'Epics and Purana in Assam' ইত্যাদি। সম্পাদিত গ্ৰন্থৰাজি ঃ 'ঊষা পৰিণয়', 'গীত গোবিন্দ', 'কথা গীতা', 'মনকৰী' আৰু 'দুৰ্গাবৰী গীতি ৰামায়ণ', 'মধুমালতী', 'ৰূপকত্ৰ য়ম' (সংকলন), 'অ-ক মালা', 'বভ্ৰুবাহন' আৰু 'তাম্ৰধ্বজৰ যুদ্ধ' ইত্যাদি।

এজন সফল অনুবাদক। উৰিয়া ভাষাৰ উপন্যাস 'মাটিৰ মানুহ', 'আকবৰ' আদি অনুবাদ কৰে। অসম সাহিত্য সভা পত্ৰিকা'ৰ ষোড়শ সংখ্যা, অষ্টাদশ সংখ্যা আৰু ঊনবিংশ সংখ্যাৰ তেওঁ সম্পাদক আছিল। অসমৰ বিভিন্ন পত্ৰ-পত্ৰিকাত প্ৰবন্ধ পাতি ৰচনা কৰিছে। Journal of the Assam Research Society', Journal of Gauhati University' ত বহুতো গৱেষণামূলক প্ৰবন্ধ, ৰচনা প্ৰকাশ পায়।

**সদানন্দ দাস (জন্ম ঃ ১৯০৮ খ্ৰী. ·, মৃত্যু ঃ ১৯৯৭ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলা। একাধাৰে কবি, গল্পকাৰ আৰু ঔপন্যাসিক। 'আৱাহন' আলোচনীত গল্পকাৰ হিচাপে আত্মপ্ৰকাশ কৰে। প্ৰকাশিত পুথি ঃ 'দৈন্যতাৰ দান' (উপন্যাস), কবিতা পুথি ঃ 'ইণা' আৰু প্ৰবন্ধ, নিবন্ধ পুথি 'কল্পনা'।





**সন্তৰাম চৌধুৰী**

জন্মস্থান পাঠশালা গাঁও। পিতৃৰ নাম আত্মাৰাম দেৱচৌধুৰী আৰু মাতৃ হোমাপ্ৰিয়া দেৱী। ন বছৰ বয়সতে সুখ্যাতিৰে প্ৰাথমিক শিক্ষা সমাপ্ত কৰে। ঘৰতে পঢ়া-শুনা কৰি ছাত্ৰবৃত্তি পৰীক্ষাৰ পাঠ্যক্ৰম তথা মধ্য ইংৰাজী পৰীক্ষাৰ পাঠ্যক্ৰম আয়ত্ত কৰে। পাঠশালা মধ্য ছাত্ৰবৃত্তি বিদ্যালয়ৰ প্ৰধান শিক্ষকৰ পদত নিয়োজিত হৈ নৰ্মাল পাঠ্যক্ৰম পঢ়িবলৈ লয় আৰু সংস্কৃত চৰ্চাত ব্ৰতী হয়। পিছত নৰ্মাল পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হোৱাৰ উপৰিও সংস্কৃততো বুৎপত্তি লাভ কৰে। বৰপেটা লোকেল বৰ্ডৰ অধীনত থকা পাঠ্যশালা মধ্য ছাত্ৰবৃত্তি বিদ্যালয়ত একেৰাহে প্ৰায় বাইশ বছৰকাল শিক্ষকতা কৰে। ইয়াৰ পিছত পাটাছাৰকুছি মধ্য ইংৰাজী বিদ্যালয়ত প্ৰধান শিক্ষক হিচাপে কাৰ্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে।

অৱসৰৰ পাছত বজালী তথা অসমৰ অনেক সামাজিক আৰু সাংস্কৃতিক কামৰ সৈতে জড়িত হয়। এইসমূহ ভিতৰত বলিহীন পূজা, বিধৱা বিবাহ প্ৰচলন, বাল্যবিবাহ বন্ধ ইত্যাদি উল্লেখনীয়। গাঁও সংগঠনৰ এজন সক্ৰিয় কৰ্মী আছিল। জোনাকী যুগৰ সাহিত্যিকসকলৰ দ্বাৰা উদ্বুদ্ধ চৌধুৰীৰ 'সত্য অন্বেষণৰ পথত বজালী' শীৰ্ষক এটি দীঘলীয়া প্ৰবন্ধ 'বাঁহী'ত প্ৰকাশ পায়।

অসমীয়া সমাজক বাংলা নাটৰ প্ৰভাৱৰ পৰা মুক্ত কৰিবলৈ বিশেষ ব্যৱস্থা হাতত লয়। নাট ৰচনাৰ প্ৰথম পদক্ষেপ হিচাপে গায়ন-বায়নৰ নাট ৰচনাত মনোনিৱেশ কৰি বিশেষ কৃতকাৰ্যতা লাভ কৰে। আজৰি সময়ত শিশুৰ উপযোগীকৈ 'লাচিত বীৰ', 'বদন ফুকন', 'মানৰ দিন', 'জয়মতী', 'বেউলা' আদি সৰু সৰু দৃশ্যাংশ অসমীয়া ভাষাত ৰচনা কৰে। ধৰ্মমূলক নাট ঃ ১৯১৮-১৯২৬ খ্ৰীষ্টাব্দৰ ভিতৰত ৰচিত। 'পাৰ্থসাৰথি', 'ধ্ৰুৱচৰিত', 'শ্মশান', 'অনন্ত মাহাত্ম্য', 'ত্ৰিশংকুৰ স্বৰ্গলাভ', 'জয়দেৱ' ইত্যাদি। 'বনবীৰ' বুৰঞ্জীমূলক নাটক।

**সভাৰাম দাস (জন্ম ঃ ১৪ ফাগুন, ১৭৯৩ শক ; মৃত্যু ঃ ফাগুণ মাহ, ১৮৫৮ শক)**

'জোনাকী' আৰু 'আৱাহন' যুগৰ লেখক। 'জোনাকী'ৰ অষ্টম ভাগত প্ৰকাশ পোৱা 'বিবেক' নামৰ প্ৰবন্ধটিত ঈশ্বৰ সৃষ্ট মানুহৰ বিবেক সম্পৰ্কে ব্যাখ্যা আগবঢ়াইছে। ৰচনাখনৰ দ্বিতীয় ভাগত 'টিটা' দিয়াৰ নিয়ম আৱিষ্কাৰ কৰোঁতা ডাক্টৰ জেনাৰ চাহাবৰ কথা প্ৰকাশ কৰিছে। তেওঁৰ 'বিবেক' এটা উচ্চমানৰ প্ৰবন্ধ।

**সমস্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী (জন্ম ঃ ৬ ডিচেম্বৰ, ১৯১৬ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলাৰ বালাগাঁও। বঙাইগাঁও জিলাৰ বাসিন্দা আছিল। প্ৰকাশিত পুথি ঃ 'শ্ৰী শ্ৰী নামঘোষা ভাবামৃত' (১৯৮৩) আৰু 'শ্ৰীমদ্ভাগৱত গীতা' (১৯৫১)।

**সৰোজকুমাৰী পদ্মপতি (জন্ম ঃ ১৯১৭, মৃত্যু ঃ ১৯৮৩ খ্ৰী.)**

জন্মস্থান নগাঁও জিলা। প্ৰকাশিত পুথি ঃ 'সৰোজ' (কবিতা), 'নিৰ্জ্জৰিণী' (কবিতা), 'জাগৰণৰ সুৰ' (উপন্যাস), 'আদি কবি বাল্মীকি' (নাটক)।

**সৰোজবালা দত্ত (জন্ম ঃ ১৮৮৫, মৃত্যু ঃ ১৯৭৩ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড়। পিতৃৰ নাম চন্দ্ৰধৰ ৰাজখোৱা আৰু মাতৃ কনকেশ্বৰী। ডিব্ৰুগড় বালিকা বিদ্যালয়ত পঢ়ি থকা সময়তে নীলাম্বৰ দত্তৰ সৈতে বিবাহপাশত আৱদ্ধ হয়। ১৯৩৩ খ্ৰীষ্টাব্দত 'প্ৰলয় কাহিনী' নামৰ এখন কবিতা পুথি ৰচনা কৰি প্ৰকাশ কৰে। 'শান্তিৰ সন্ধান' উল্লেখযোগ্য ভ্ৰমণ কাহিনী।

**সৰ্বানন্দ ৰাজকুমাৰ (জন্ম ঃ ১৯০৯, মৃত্যু ঃ ১৯৬৮ খ্ৰী.)**

আৱাহন যুগৰ লেখক। তেওঁ প্ৰধানকৈ বুৰঞ্জী ৰচয়িতা। চৰকাৰৰ দায়িত্বপূৰ্ণ কামত ব্ৰতী হৈ থাকিও অসমৰ ইতিহাস আৰু সাংস্কৃতিক দিশত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে।





'ইতিহাসে সোঁৱৰা ছশটা বছৰ' (১৯৮০) তেওঁৰ এক অমৰ কীৰ্তি। ইয়াত আহোমৰ ছশবছৰীয়া ৰাজত্ব কালৰ ৰাজনৈতিক উত্থান-পতনৰ বৰ্ণনাৰ উপৰিও আহোম জাতি আৰু তেওঁলোকৰ শিক্ষা, পৰম্পৰা, চিকিৎসা-পদ্ধতি, গীত-মাত, খেলা-ধূলা ইত্যাদি সকলো দিশৰে এক তথ্যসমৃদ্ধ বৰ্ণনা কৰা হৈছে। গ্ৰন্থখন আৱাহনৰ পাতত খণ্ড খণ্ডকৈ প্ৰকাশ হয়। অন্যান্য গ্ৰন্থ ঃ 'লোকসাধু' (১৯৬০), 'চুটীয়া ভূঞা আৰু মটক ৰাজ্য' (১৯৬৫), 'গড়মা কুঁৱৰী' (১৯৬৬) ইত্যাদি।

**সৰ্বেশ্বৰ কটকী (জন্ম ঃ ১৫ জুন, ১৮৯২, মৃত্যু ঃ ১০ মে', ১৯৪৬ খ্ৰী.)**

জন্মস্থান গুৱাহাটী। অসমীয়া প্ৰাচীন লিপি, বিভিন্ন মূৰ্তি উদ্ধাৰ, আদিকে ধৰি অলেখ প্ৰত্নতাত্ত্বিক প্ৰবন্ধৰ ৰচক। পিতৃৰ নাম যোগেশ্বৰ শৰ্মা কটকী আৰু মাকৰ নাম দ্ৰৌপদী দেৱী।

কটন কলেজিয়েট হাইস্কুলৰ পৰা দ্বিতীয় বিভাগত প্ৰৱেশিকা আৰু ১৯১৬ খ্ৰীষ্টাব্দত আই. এ পৰীক্ষাত উত্তীৰ্ণ হয়। বিভিন্ন ঠাইত চাকৰি কৰাৰ পাছত কটন কলেজিয়েট হাইস্কুলত একুৰি পাঁচ বছৰ শিক্ষকতা কৰে।

তেওঁ ৰচনাসমূহক ঘাইকৈ চাৰিভাগত ভাগ কৰিব পাৰি। পাঠ্যপুথি, কবিতা, ইতিহাসমূলক আৰু লিপি। বি. এ. তৃতীয় বাৰ্ষিকৰ ছাত্ৰ হৈ থাকোঁতে 'এ হেণ্ড বুক অব ট্ৰান্সলেশ্যন' শীৰ্ষক অষ্টম শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ বাবে পাঠ্যপুথি এখন প্ৰণয়ন কৰে। 'মুৰাৰি' (১৯২৫, কবিতাপুথি), 'হেমচন্দ্ৰ বৰুৱাৰ জীৱন' (১৯২৭), 'সত্যনাথ বৰা' (জীৱনীগ্ৰন্থ)। 'ত্ৰিবেণী' (১৯২৫), 'তত্ত্ব আৰু তথ্য' (১৯২৫), 'অসমীয়া সাহিত্যৰ কোষ' (সম্পাদনা, ১৯৩২) আদি অসমীয়া সাহিত্যলৈ উল্লেখনীয় অৱদান। 'ৰাস ক্ৰীড়া' (১৯৩২) একমাত্ৰ নাটক। ঐতিহাসিক আৰু প্ৰত্নতত্ত্ব বিষয়ত এজন অগাধ পাণ্ডিত্যপূৰ্ণ লোক আছিল। অসমীয়া লিপি বিষয়ত বৈজ্ঞানিক সম্পৰীক্ষাৰে ৰচনা কৰিছে 'অসমীয়া প্ৰাচীন লিপি' (১৯৩৬)। অন্যান্য গ্ৰন্থ ঃ 'অসমৰ প্ৰাচীন তত্ত্ব', 'অসমৰ পুৰাতত্ত্ব আৰু স্থাপত্য ধ্বংসাৱশেষ',

'এনচিয়েণ্ট এছামীজ স্ক্রিপ্টছ', 'এণ্টিকুইটীজ অৱ আছাম', 'শিলৰ ফলি', 'অসমীয়া ভাষাৰ সংকেত' ইত্যাদি।

১৯২৪ খ্রীষ্টাব্দৰ অসম সাহিত্য সভাৰ সপ্তম অধিৱেশনৰ যুটীয়া সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰে। ১৯৩৩ খ্রীষ্টাব্দত উত্তৰ লক্ষীমপুৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ বুৰঞ্জী সন্মিলন, ১৯৩০ খ্রীষ্টাব্দত শিৱসাগৰত অনুষ্ঠিত হোৱা চুতীয়া সন্মিলনৰ চতুৰ্থ অধিৱেশনত সভাপতিত্ব কৰে। ১৯১৪ খ্রীষ্টাব্দৰ ২১ ডিচেম্বৰত গুৱাহাটীত অনুষ্ঠিত হোৱা 'ইউনিয়ন ছোচাইটি'ত অসমত পোন প্ৰথমবাৰৰ বাবে ছায়াচিত্ৰৰ সহায়ত অসমৰ পুৰণা কাৰ্যৰ বিষয়ে বক্তৃতা প্ৰদান কৰে। কটকীদেৱৰ সুপ্ৰচেষ্টাতে 'কামৰূপ অনুসন্ধান সমিতি' পুনৰ ঠন ধৰি উঠে। এই সমিতিৰ যোগেদি প্ৰত্নতত্ত্ব সম্পৰ্কীয় পুৰণি পুথি, ধাতু নিৰ্মিত সম্পদ, মুদ্ৰা, প্ৰাচীন যুদ্ধৰ আহিলা আদি সংগ্ৰহ কৰে।

**সৰ্বেশ্বৰ জালভাৰী ফুকন (জন্ম ঃ ১৯১৯ খ্ৰী. ·, মৃত্যু ঃ ১১ জুলাই, ১৯৯৮ খ্ৰী.)**

জন্মস্থান ধেমাজি জিলাৰ লেচাম গাঁৱৰ সোণতলী। পিতৃৰ নাম কণবৰ ফুকন, মাতৃৰ নাম হাইঠা ফুকননী। সাধাৰণ খেতিয়ক পৰিয়ালৰ সন্তান।

১৯৩৫ খ্রীষ্টাব্দত ঢকুৱাখনা চৰকাৰী স্কুলৰ পৰা ছাত্ৰ বৃত্তি পাছ কৰি আৰ্থিক অনাটনৰ বাবে উচ্চ শিক্ষা লোৱাৰ পৰা বঞ্চিত হয়। শিক্ষকতাৰে কৰ্মজীৱন আৰম্ভ কৰি পিছলৈ ডাক ঘৰৰ পিয়নৰ চাকৰিতো যোগদান কৰে। জীৱনৰ পাছৰছোৱা সময় কৃষি কৰ্মত মগ্ন হয়।

শিক্ষকতাৰ লগতে অসমৰ বিভিন্ন কাম কাজতো ওতপ্ৰোতভাৱে জড়িত আছিল। 'চিৰি লুইত প্ৰতিষ্ঠান', 'সোণতলি মইনা পাৰিজাত', 'সোণতলি মহিলা সমিতি' আদি অনুষ্ঠানৰ গুৰি ধৰোঁতা।

যথেষ্ট সংখ্যক কবিতা বেনুধৰ শৰ্মা সম্পাদিত 'তৰুণ অসম'ত প্ৰকাশ পায়। কবিতা পুথি ঃ 'কুঁহিপাতৰ সম্ভাষণ', 'বান্ধৈ টোপোলা', 'প্ৰিয়াৰ স্মৃতি', 'প্ৰেম গংগাৰ জল', 'ৰথৰ চকৰি ঘূৰে', 'সোণৰ পাহাৰ, ৰূপৰ





টিলা', 'মই নাঙলৰ কবি' ইত্যাদি।

সাহিত্য-চৰ্চাৰ স্বীকৃতি স্বৰূপে ১৯৬৮ খ্রীষ্টাব্দত উত্তৰপৰীয়া ছাত্ৰ সন্মিলনত, ১৯৭৫ খ্রীষ্টাব্দৰ ২০ জুন, ৰাভা দিৱসৰ দিনা ধেমাজি সেউজী সমাজে, ১৯৭৯ খ্রীষ্টাব্দৰ ২১ জানুৱাৰীত ধেমাজি শাখা সাহিত্য সভাই, ১৯৮৫ খ্রীষ্টাব্দৰ ২৫ ছেপ্টেম্বৰত পূৰ্বাঞ্চল টাই সাহিত্য সভাই, ১৯৮৪ খ্রীষ্টাব্দত সদৌ অসম নবীন লেখক-লেখিকা আৰু শিল্পী সমিতিয়ে, ১৯৮৫ খ্রীষ্টাব্দত বিহপুৰীয়াত বহা অসম সাহিত্য সভাৰ কবি সন্মিলনে এইজনা কবিক সম্বৰ্ধনা জনায়।

**সাৰদাকান্ত বৰদলৈ (জন্ম ঃ ২২ আগষ্ট, ১৯০২ খ্ৰী. ·, মৃত্যু ঃ ৫ ছেপ্টেম্বৰ, ১৯৮৫ খ্ৰী.)**

জন্মস্থান নগাঁও জিলা। প্ৰাথমিক শিক্ষা লাভ কৰে কামৰূপ জিলাৰ পলাশবাৰী হাইস্কুলৰ পৰা। একাধাৰে নাট্যকাৰ, অভিনেতা আৰু পৰিচালক। 'মগৰীবৰ আজান' (১৯৪৮, যুটীয়াভাৱে) শীৰ্ষক নাটকৰ যোগেদি নাট্যকলাত সফলতা লাভ কৰে। অন্যান্য নাটক ঃ 'পহিলা তাৰিখ' (১৯৫৪), 'সেই বাটেদি' (১৯৫৭), 'চতুৰংগ' (১৯৬৭), 'দিকভ্ৰষ্ট' (১৯৭০), 'অকাল বোধন' (১৯৭১), 'উপহাৰ' (১৯৭২), 'পোহৰৰ জিলিঙনি' (১৯৭৮) ইত্যাদি। তেওঁ অভিনয় কৰা দুখন অসমীয়া বোলছবি — 'বিপ্লৱী' আৰু 'মন আৰু মৰম'। কৃতি নাট্যকাৰজনাৰ নাট্য প্ৰতিভাৰ প্ৰতি সন্মান জনাই নগাঁও কলা মন্দিৰে 'নাট্যপ্ৰবৰ' উপাধি প্ৰদান কৰে।

**সাৰদাবালা দাস (জন্ম ঃ ১৮৯৯, মৃত্যু ঃ ১৯৯০ খ্ৰী.)**

জন্মস্থান গোৱালপাৰা। বৰ্তমান বৰপেটাৰ বাসিন্দা। শিক্ষাৰ মাধ্যম বাংলা আছিল। আজীৱন মহিলাৰ উন্নতিৰ কাৰণে চেষ্টা কৰি নাৰীৰ উন্নয়নত অগ্ৰণী ভূমিকা পালন কৰে। কবিতাৰ পুথি ঃ 'কবিতাৰ হাৰ', 'কলিজাৰ সুৰ' আৰু 'কাকলি'। নাৰী স্বাধীনতা, মানৱতাবাদ, আধ্যাত্মিক

আৰু ধৰ্মীয় অনুভূতিৰে কবিতাসমূহ উদ্বেলিত। 'বৰপেটা মহিলা সমিতি'ৰ প্ৰতিষ্ঠাতা আছিল।

**সিদ্ধেশ্বৰ গোহাঞি (জন্ম : ১২ আগষ্ট, ১৮৯০ খ্ৰী. মৃত্যু : ১৯ আগষ্ট, ১৯৪১ খ্ৰী.)**

জন্মস্থান নগাঁও জিলাৰ ৰহা। পিতৃৰ নাম চন্দ্ৰমল বৰগোহাঞি, মাতৃৰ নাম অম্বি দেৱী। নগাঁও চৰকাৰী হাইস্কুলৰ পৰা এণ্ট্ৰেন্স পৰীক্ষা, কটন কলেজৰ পৰা স্নাতক, কলিকতাৰ পৰা বিজ্ঞান বিষয়ৰ স্নাতকোত্তৰ আৰু আইন পৰীক্ষাত উত্তীৰ্ণ হয়। ইংৰাজ চৰকাৰে অসম প্ৰভিন্সিয়েল চিভিল চাৰ্ভিছত মকৰল কৰি প্ৰথমে গুৱাহাটীতে অতিৰিক্ত সহকাৰী আয়ুক্ত হিচাপে নিযুক্তি দিয়ে। পাছলৈ মহকুমাধিপতি, উপ সচিব, অসম উপত্যকাৰ দুৰলীয়া ছেচন জজ হিচাপে পদোন্নতি লাভ কৰে। শিৱসাগৰ জিলাৰ উপায়ুক্ত হিচাপে কাৰ্যনিৰ্বাহ কৰি থকা সময়ছোৱাত হঠাতে অসুস্থ হৈ ইহলীলা সম্বৰণ কৰে।

তেওঁ ভালে সংখ্যক কবিতা ৰচনা কৰে। কবিতাসমূহ 'ঊষা' আলোচনীত প্ৰকাশ পায়। ৰচিত কবিতাৰ সংকলিত গ্ৰন্থ : 'কবিতা নিজৰা'। অসম সাহিত্য সভাৰ সপ্তচত্বাৰিংশ অধিৱেশনত এই কাব্যগ্ৰন্থখন প্ৰকাশ কৰা হয়।

**সিংহদত্ত দেৱ অধিকাৰী (জন্ম : ১৮৮৯, মৃত্যু : ২ মাৰ্চ, ১৯২৫ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ নহিৰা সত্ৰ। পিতৃৰ নাম মহোদত্ত অধিকাৰী। নহিৰা সত্ৰৰ অধিকাৰ।

শিক্ষা জীৱন সত্ৰৰ বুকুতে আৰম্ভ কৰি ১৯১০ খ্ৰীষ্টাব্দত কলেজিয়েট স্কুলৰ পৰা এণ্ট্ৰেন্স পাছ কৰে। তাৰ পিছত কটন কলেজত নাম ভৰ্তি কৰে। কিন্তু তাত দুবছৰমান পঢ়িয়েই শ্বিলঙৰ আৰক্ষী বিভাগত কৰ্ম জীৱন আৰম্ভ কৰে। ১৯২২ খ্ৰীষ্টাব্দত চাকৰি এৰি গুৱাহাটীলৈ উভতি আহে আৰু ব্যৱসায়ত ধৰে। ১৯২৩ খ্ৰীষ্টাব্দত এটা ছপাশাল আৰু 'অৰুণা'





নামৰ প্ৰকাশন গোষ্ঠী খোলে। সেই সময়তে পদ্মধৰ চলিহাৰ সৈতে লগ হৈ যুটীয়া সম্পাদকৰূপে 'অৰ্ঘ' নামৰ পষেকীয়া আলোচনী এখন উলিয়ায়। ৰচনা—'সাধু চৰিত' (১৯১৬), 'কবিতালহৰী', 'ৰেণু' (১৯১৮), 'গীতিমালিকা' (১৯১৯), 'মণিমালা' (১৯২০), 'অম্বা' (গীতি নাট্য), 'আদৰ্শ পাঠ' (পাঠ পুথি)।

**সীতানাথ ব্ৰহ্মচৌধুৰী (জন্ম : ৮ অক্টোবৰ, ১৮০৮ খ্ৰী.·, মৃত্যু : ২০ নৱেম্বৰ, ১৯৮২ খ্ৰী.)**

জন্মস্থান কোকৰাঝাৰৰ ভালুকমাৰী গাঁও। পিতৃৰ নাম মনবাৰু আৰু মাতৃৰ নাম লক্ষ্মী।

প্ৰাৰম্ভিক শিক্ষা লাভ কৰে ঘিলাগুৰি প্ৰাথমিক বিদ্যালয়, পুঠিমাৰী এম. ভি স্কুল আৰু ধুবুৰীত। পিছত তেজপুৰ আৰু শিৱসাগৰত পঢ়ি ১৯৩০ খ্ৰীষ্টাব্দত প্ৰৱেশিকা আৰু ১৯৩৬ খ্ৰীষ্টাব্দত কটন কলেজৰ পৰা বি. এ. ডিগ্ৰী লয়। তাৰ পিছত গুৱাহাটী আৰ্ল ল' কলেজ আইন পঢ়িবলৈ লয় যদিও অৰ্দ্ধ সমাপ্ত কৰি সমাজ সেৱাত ব্ৰতী হয়।

বীৰঝৰা হাইস্কুল, বিজনী বিদ্যাপীঠ আৰু বঙাইগাঁও কলেজ স্থাপনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰে। ১৯৫২-৫৭ খ্ৰীষ্টাব্দত লোকসভালৈ নিৰ্বাচিত হয়। ১৯৫৫ খ্ৰীষ্টাব্দত ৰাষ্ট্ৰসংঘৰ 'ফুড এণ্ড এগ্ৰিকালচাৰেল অৰ্গেনাইজেচন'ৰ সন্মিলনত ভাৰতক প্ৰতিনিধিত্ব কৰে। ১৯৮১ আৰু ১৯৮২ খ্ৰীষ্টাব্দত ক্ৰমে তিনিচুকীয়া আৰু ডিফুত হোৱা জিলা সাহিত্য সভাৰ অধিৱেশনত পৌৰোহিত্য কৰে। ১৯৫৬ খ্ৰীষ্টাব্দত সাহিত্য সভাৰ ধুবুৰী অধিৱেশনখনো তেৱেঁই উদ্বোধন কৰে। তেওঁ কবি হিচাপে পৰিচিত।

ৰচনাসম্ভাৰ : 'কদমকলি' (১৯২৫), 'আবেগৰ চকুলো' (১৯২৯),'ফুলেশ্বৰী দৈমাৰী', 'গাঁও সংগঠন' (১৯৩৯)।

**সুধা বৰুৱা (জন্ম : ১০ ছেপ্টেম্বৰ, ১৯০৭ খ্ৰী.)**

জন্মস্থান হ'ল শিৱসাগৰ জিলা। প্ৰথম মহিলা আলোচনী

'ঘৰজেউতি'ত বহুতো গল্প প্ৰকাশ পাইছে। একমাত্ৰ গল্প পুথি ঃ 'জীৱনৰ প্ৰথম পুৱাত' (১৯৮৩)।

**সুপ্ৰভা গোস্বামী (জন্ম ঃ ১৯১৭ খ্ৰী.)**

জন্মস্থান যোৰহাট জিলা। পিতৃ প্ৰখ্যাত গল্পকাৰ শৰৎচন্দ্ৰ গোস্বামী। 'আৱাহন' যুগৰ গল্প লেখিকা হিচাপে প্ৰতিষ্ঠিত। গল্পৰ উপৰিও মহাকাব্যৰ আধাৰতো গ্ৰন্থ ৰচনা কৰিছে। ৰচনা কৰা 'ৰামায়ণ মহাভাৰতৰ কথা' (১৯৩৯) 'অসম জনশিক্ষা অভিযান'ৰ সপক্ষে ৰচনা কৰা হৈছে। উক্ত পুথিখন ন শিকাৰু আৰু শিশুৰ সমাজত যথেষ্ট জনপ্ৰিয়। দহবছৰ বয়সতে সাহিত্য জগতত প্ৰৱেশ কৰি 'উষা' নামৰ কবিতা এটিৰ ৰচনাৰে পাঠকৰ সমাদৰ লাভ কৰে। চতুৰ্থ দশকত ৰচনা কৰা 'লুইতৰ মোহ' নামৰ গল্পৰ জৰিয়তে লেখিকাৰূপে প্ৰখ্যাত হয়। গল্প সংকলন 'লুইতৰ মোহ' ১৯৮৯ খ্ৰীষ্টাব্দত প্ৰকাশ হয়। ইয়াত একুৰি তিনিটা গল্প সন্নিৱিষ্ট কৰা হৈছে।

অনুবাদ সাহিত্যত তেওঁৰ দক্ষতা অপৰিসীম। 'কণিকা', 'অৰিহণা', 'ৰামায়ণ আৰু মহাভাৰতৰ কথা' (শিশু পুথি), 'লুইতৰ মোহ' আদি উল্লেখনীয় অনুবাদ গ্ৰন্থ।

**সুপ্ৰভা দত্ত (জন্ম ঃ ১৯০৬ খ্ৰী.·, মৃত্যু ঃ ৬ ডিচেম্বৰ, ১৯৭৯ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড়ৰ দক্ষিণ আমোলাপট্টি। পিতৃৰ নাম মাণিকচন্দ্ৰ দত্ত আৰু মাকৰ নাম তিলোত্তমা দত্ত হাজৰিকা।

সৰুৰেপৰাই পঢ়া-শুনাৰ প্ৰতি বৰ আগ্ৰহী আছিল যদিও এম. ভি. স্কুলৰ সপ্তম মানলৈ পঢ়িয়ে পঢ়া-শুনা সামৰিবলগীয়া হয়।

গ্ৰন্থ ঃ 'সাধাৰণ জ্ঞান', 'কৃষি বিধান', 'ৰঙিলী আৰু বগী খুড়ীৰ কথোপকথন'।

নাট ঃ 'মাধৱ মালতীৰ দ্বন্দ্ব', 'লক্ষ্মণৰ শক্তিশেল', 'মালতীৰ দান', 'বৰঘৰ', 'এমুঠি মানুহ, এখন দেশ', 'জয় আমাৰ গাঁও', 'ভোট বিপৰ্যয়', 'লক্ষণা', 'ভুৰুকি', 'সৈনিকৰ প্ৰাণ', 'মালাৱতী', 'খেলি-মেলি', 'দুষ্ট





ল'ৰা', 'ৰাম বনবাস' (অসমাপ্ত)।

১৯৪২ ৰ গণ আন্দোলনৰ পটভূমিত ৰচিত 'এমুঠি মানুহ এখন দেশ' আৰু সামাজিক নাট 'মালাৱতী' প্ৰকাশ হৈ ওলাইছে।

**সুৰেন্দ্ৰনাথ শইকীয়া (জন্ম ঃ ১৯০৪, মৃত্যু ঃ ১৯৭৮ খ্ৰী.)**

জন্মস্থান গোলাঘাট জিলা। কটন কলেজ আৰু কলিকতাৰ স্কটিচ চাৰ্চ কলেজৰ পৰা উচ্চ শিক্ষা লাভ কৰে। কৰ্মসূত্ৰে এগৰাকী হোমিঅ'পেথিক চিকিৎসক আছিল। এগৰাকী নাট্যকাৰ আৰু অভিনেতা হিচাপে সুপৰিচিত। তেওঁ বহুকেইখন নাট ৰচনা কৰিছে। প্ৰকাশ পোৱা কিতাপৰ সংখ্যা নিচেই তাকৰ। প্ৰকাশিত গ্ৰন্থ ঃ 'ঘোকোচ', 'আপোচ', 'প্ৰেতাত্মাৰ পৰিদৰ্শন'। পৌৰাণিক নাটক ঃ 'কৰ্ণ', 'লক্ষ্মণ' । বুৰঞ্জীমূলক নাটক ঃ 'কুশল কোঁৱৰ'।

**সুৰেশ গোস্বামী (জন্ম-১৯১৪)**

জন্মস্থান যোৰহাট। নৃত্য-গীত বিশাৰদ আৰু খ্যাতনামা কলাসেৱীৰূপে পৰিচিত। ৰচিত নাটক ঃ 'ৰুণুমী' (১৯৪৬) আৰু 'শ্ৰীমন্ত শংকৰ-মাধৱ' (১৯৫৯)। নাট্যকাৰ ইবছেনৰ অনুকৰণত জনজাতীয় পটভূমিত ৰচিত 'ৰুণুমী' এখন করুণ ৰসাত্মক নাটক। এইখন ১৯৪৮ খ্ৰীষ্টাব্দত কথাছবিৰ ৰূপ দিয়া হয়। শ্ৰীশ্ৰীশংকৰ-মাধৱদেৱৰ জীৱন-ভিত্তিত ৰচিত চাৰি অংকীয়া নাটক ঃ 'শ্ৰীমন্ত শংকৰ-মাধৱ'। প্ৰকাশিত নাটক ঃ 'ভঙাগড়া' (১৯৫৯) আৰু 'নতুন জীৱন' (১৯৬৩), দ্বিতীয় বিশ্বযুদ্ধৰ পৰৱৰ্তী সময়ত ৰচিত উপন্যাস ঃ 'সাত ৰঙৰ নতুন কাৰেং' (১৯৪৯) আৰু 'ৰশ্মিৰ কাৰেং' (১৯৬৫)। 'ভ্ৰাম্যমাণ প্ৰাচীন কামৰূপী' নৃত্য সংঘৰ সৈতে জড়িত হৈ ভাৰতৰ বিভিন্ন ঠাইত নৃত্য প্ৰদৰ্শন কৰি, 'গীতা-নৃত্যাভিনয়'ত অৰ্জুনৰ ভাও লৈ ৰাইজৰ ভূয়সী প্ৰশংসা লাভ কৰে।

**সূৰ্যকুমাৰ ভূঞা (জন্ম ঃ ২৭ জানুৱাৰী, ১৮৯২ খ্ৰী.·, মৃত্যু ঃ ৫ জুলাই, ১৯৬৪ খ্ৰী.)**

জন্মস্থান নগাঁও জিলাৰ ফৌজদাৰীপট্টি। পিতৃৰ নাম ৰবিলাল ভূঞা। নগাঁও মধ্য অসমীয়া স্কুল আৰু নগাঁও চৰকাৰী হাইস্কুলত স্কুলীয়া শিক্ষা গ্ৰহণ কৰে। ১৯০৪ খ্ৰীষ্টাব্দত এন্ট্ৰেন্স পাছ আৰু কটন কলেজৰ পৰা ১৯১১ খ্ৰীষ্টাব্দত আই. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পিছত যথাক্ৰমে কলিকতাৰ প্ৰেছিডেন্সী কলেজৰ পৰা অনাৰ্চসহ বি. এ. (১৯১৩), প্ৰেছিডেন্সী কলেজৰ পৰা এম. এ. (১৯১৬), কলিকতা বিশ্ববিদ্যালয়ৰ ল কলেজৰ পৰা আইন (১৯২৪), লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি. (১৯৩৮) আৰু একেখন বিশ্ববিদ্যালয়ৰ পৰা ডি. লিট (১৯৫১) উপাধিৰে বিভূষিত হয়।

তেওঁ কটন কলেজৰ ইংৰাজী বিভাগত অধ্যাপনা কৰা প্ৰথমজন অসমীয়া। শ্বিলঙত অনুষ্ঠিত অসম সাহিত্য সভাৰ দ্বাবিংশ (১৯৫৩) অধিৱেশনত সভাপতিত্ব কৰে। তেওঁ অসম সাহিত্য সভাৰ নৱম অধিৱেশনৰ (ধুবুৰী, ১৯২৬) বুৰঞ্জী শাখাৰ সভাপতি আৰু লণ্ডন স্কুল অব অৰিয়েণ্টেল ষ্টাডিজৰ অসমীয়া অতিৰিক্ত লেকচাৰাৰ (১৯৩৬-৩৮) পদত অধিষ্ঠিত হোৱাৰ সৌভাগ্য লাভ কৰে।

ৰচনা ঃ 'গোপাল কৃষ্ণ গোখলে' (১৯১৬), 'নিৰ্মালি' (১৯১৮), 'আহোমৰ দিন' (ৰচনা ১৯০৯, প্ৰকাশ ১৯১৮), 'ভানুনন্দনৰ জয়মতী উপাখ্যান', 'আনন্দৰাম বৰুৱা', 'ৰবীন্দ্ৰনাথ ঠাকুৰ' (১৯২০), 'পঞ্চমী', 'জোনাকী', 'চানেকি', 'অসম জীয়াৰী', 'কোঁৱৰ বিদ্ৰোহ', 'ৰমনী গাভৰু', 'বুৰঞ্জীৰ বাণী', 'বুৰঞ্জীমূলক প্ৰবন্ধাৱলীৰ তালিকা', 'মীৰজুমলাৰ অসম আক্ৰমণ', 'দেওধাই অসম বুৰঞ্জী', 'হৰকান্ত বৰুৱাৰ অসম বুৰঞ্জী', 'কছাৰী বুৰঞ্জী', 'সাতসৰী অসম বুৰঞ্জী' ইত্যাদি। ইংৰাজী ভাষাতো ভালেখিনি গ্ৰন্থ প্ৰণয়ন কৰি গৈছে। তাৰ ভিতৰত 'British relations with Assam' (১৯২৮), 'Preliminary Report on the old records of the Assam Government' (১৯৩০), 'Tungkhugia Buranji' (১৯৩৩), 'Assamese literature Ancient & Modern'(১৯৩৬), 'Studies in the literature of Assam'





(১৯৫৬),'Studies in the History of Assam (১৯৬২) আদি উল্লেখনীয়।

কটন কলেজৰ প্ৰথম ভাৰপ্ৰাপ্ত অসমীয়া অধ্যক্ষ, অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পূৰ্ণ পৰ্যায়ৰ সঞ্চালক (১৯৪৭) আৰু অসমৰ শিক্ষাধিকাৰ হিচাপে (১৯৪৮) কাৰ্যনিবাহ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্যৰ দায়িত্ব পালন কৰাৰ লগতে দুবছৰৰ বাবে অসম উপত্যকাৰ ভাৰপ্ৰাপ্ত স্কুল পৰিদৰ্শকৰূপে কাৰ্যনিৰ্বাহ কৰে। বৃটিছ চৰকাৰৰ 'ৰায়বাহাদুৰ' আৰু ভাৰত চৰকাৰৰ 'পদ্মশ্ৰী' উপাধিৰে সন্মানিত।

**সোণাপতি দেৱশৰ্মা (জন্ম ঃ ১৮৯১ খ্ৰী. , মৃত্যু ঃ ১৯৭৬ খ্ৰী.)**

জন্মস্থান বজালী অঞ্চলৰ মুগুৰিয়া গাঁও। পিছলৈ বৰপেটাত স্থায়ীভাৱে থাকিবলৈ লয়। বৰপেটাতে উকীল হিচাপে কৰ্ম জীৱনৰ পাতনি মেলে।

একে সময়তে তেওঁ সাহিত্য-চৰ্চাতো মনোনিৱেশ কৰে। ছাত্ৰাৱস্থাতে (১৯২১ খ্ৰীষ্টাব্দ) তেওঁ 'সাহিত্যৰ সাজ' নামৰ এখন নন্দনতত্ত্ব বিষয়ক গ্ৰন্থ আৰু 'দামোদৰদেৱ' নামৰ পুথি ৰচনা কৰে। 'দামোদৰদেৱ'ৰ বাবে অসম ছাত্ৰ সন্মিলনৰ পৰা পুৰস্কাৰ লাভ কৰে। গ্ৰন্থৰাজি ঃ 'বন্ধু বিয়োগত', 'কণ্টি' আৰু 'বিননি', 'বেউলা', 'চন্দ্ৰহাস', 'শিয়াল পণ্ডিত', 'দানমালা' ইত্যাদি। জীৱনৰ শেষ বয়সত 'দেৱ দামোদৰ গুৰু' নামৰ এখন মূল্যবান গ্ৰন্থ ৰচনা কৰে।

**সোণাৰাম চুতীয়া (জন্ম ঃ ১৯১৫ খ্ৰী.)**

১৯৩৯ খ্ৰীষ্টাব্দত কটন কলেজৰ পৰা বিজ্ঞান স্নাতক ডিগ্ৰী লাভ কৰে।। শিক্ষকতা কৰাৰ লগতে গ্ৰাম্য উন্নয়ন, পঞ্চায়ত আৰু খণ্ড উন্নয়ন বিষয়া পদত নিযুক্ত হৈ ১৯৭০ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে। তেওঁৰ সাহিত্য ৰাজি—'নাম-ধৰ্ম প্ৰকাশ', 'অসমৰ বৈষ্ণৱ দৰ্শনৰ স্বৰ্ণৰেখা', 'মহাপুৰুষীয়া ধৰ্ম আৰু কৰ্মকাণ্ড', 'ভাগৱত মাহাত্ম্য', 'মহাপুৰুষীয়া ধৰ্ম

জিজ্ঞাসা', 'বেদ আৰু মহাপুৰুষীয়া ধৰ্ম' ইত্যাদি। ২০০০ খ্ৰীষ্টাব্দত অসম চৰকাৰৰ দ্বাৰা শংকৰদেৱ বঁটাৰে সন্মানিত।

**সোণাৰাম চৌধুৰী (জন্ম ঃ ৯ জানুৱাৰী, ১৮৭০ খ্ৰী., মৃত্যু ঃ ২ ডিচেম্বৰ, ১৯৪২ খ্ৰী.)**

জন্মস্থান উত্তৰ গুৱাহাটী। ১৮৯২ খ্ৰীষ্টাব্দত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ মেট্ৰপলিটান কলেজত উচ্চ শিক্ষা লাভৰ বাবে ভৰ্তি হয়। কিন্তু সফলতা লাভ কৰিব নোৱাৰি কলিকতাৰ পৰা উভতি আহে আৰু চৰকাৰী চাকৰিত নিযুক্ত হয়। অৱসৰৰ সময় নৌ হওঁতেই শাৰীৰিক অসুস্থতাৰ কাৰণে স্বেচ্ছামূলক অৱসৰ গ্ৰহণ কৰে।

তেওঁৰ উল্লেখযোগ্য গ্ৰন্থ পোৱা নাযায়। ৰচনা কৰা বহুতো মূল্যৱান প্ৰবন্ধ 'জোনাকী', 'বাঁহী', 'ঊষা', 'জয়ন্তী' আদি আলোচনীৰ পৃষ্ঠা শুৱনি কৰি থৈ গৈছে। স্কুলীয়া কালতে 'জোনাকী'ত কবিতা প্ৰকাশ পাইছে। প্ৰবন্ধসমূহত স্বদেশপ্ৰেম আৰু অতীত গৌৰৱ বিশেষভাৱে লক্ষ্য কৰা যায়। হেম দাশৰথি চৌধুৰী ছদ্মনামতো প্ৰবন্ধ ৰচনা কৰিছে।

১৯৩১ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ শিৱসাগৰত অনুষ্ঠিত বুৰঞ্জী অধিৱেশনত সভাপতিত্ব কৰে। ৰচনা কৰা প্ৰত্নতত্ত্বমূলক আৰু পুৰণি পুথিৰ পৰিচয়জ্ঞাপক প্ৰবন্ধবোৰ অসমীয়া সাহিত্য-সংস্কৃতিৰ অমূল্য সম্পদ।

**সোমেশ্বৰ কাকতি (জন্ম ঃ ১৩ ফেব্ৰুৱাৰী, ১৯১৮ খ্ৰী.)**

জন্মস্থান শিৱসাগৰ জিলাৰ বলিয়াঘাট। মেট্ৰিক পাছ। বৃত্তিত তেওঁ শিক্ষক আছিল। প্ৰকাশিত পুথি 'জগন্নাথ তিৰু কাকতিৰ বংশাৱলী' (২০০৬)।

**স্নেহ দেৱী (জন্ম ঃ আগষ্ট, ১৯১৯, মৃত্যু ঃ অক্টোবৰ, ১৯৯০ খ্ৰী.)**

জন্মস্থান যোৰহাট। যোৰহাট চৰকাৰী বালিকা বিদ্যালয়ত পঞ্চম শ্ৰেণীলৈকে পঢ়ে। তাৰ পিছতে অতি কম বয়সতে বিবাহ পাশত আবদ্ধ হয়।





এগৰাকী সাৰ্থক গল্পকাৰ হিচাপে অসমীয়া সাহিত্য জগতত সু-পৰিচিত। বিবাহৰ পিছত প্ৰচুৰ পৰিমাণে অসমীয়া আৰু বাংলা সাহিত্য অধ্যয়ন কৰে আৰু সেয়াই আছিল তেওঁৰ সাহিত্য কৰ্মৰ মূল প্ৰেৰণা। ঘাইকৈ হলীৰাম ডেকা, শৰৎচন্দ্ৰ চট্টোপাধ্যায় আৰু আশাপূৰ্ণা দেৱীৰ গল্পৰ দ্বাৰা প্ৰভাৱান্বিত হয় বুলি জনা যায়। আৱাহন যুগতে তেওঁ গল্প লিখিবলৈ আৰম্ভ কৰে। 'সৌমাৰজ্যোতি', 'ৰামধেনু', 'প্ৰতিনিধি', 'মণিদীপ' আদি আলোচনীত গল্প প্ৰকাশ পায়। 'কৃষ্ণা দ্বিতীয়াৰ জোনাক' (১৯৫৮), 'স্নেহ দেৱীৰ গল্প' (১৯৬৪), 'স্নেহ দেৱীৰ শ্ৰেষ্ঠ গল্প' (১৯৮১) আৰু 'স্নেহ দেৱীৰ একুঁকি গল্প' (১৯৮৮) প্ৰকাশিত গল্প সংকলন। গল্পসমূহত নাৰী চৰিত্ৰৰ অপূৰ্ব চিত্ৰণৰ লগতে মধ্যবিত্ত আৰু নিম্ন মধ্যবিত্ত শ্ৰেণীৰ জীৱনৰ চিত্ৰ প্ৰতিফলিত হৈছে।

১৯৮৮ খ্ৰীষ্টাব্দত অনুষ্ঠিত সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ বৰপেটা অধিৱেশনৰ সভানেত্ৰী হয়। ১৯৮৭ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাই 'বাসন্তী বৰদলৈ বঁটা' আগবঢ়ায়। 'স্নেহ দেৱীৰ একুঁকি গল্প'ৰ বাবে ১৯৯০ খ্ৰীষ্টাব্দত মৰণোত্তৰভাৱে সাহিত্য অকাডেমি বঁটা প্ৰদান কৰা হয়।

**স্নেহলতা ভট্টাচাৰ্য**

এগৰাকী ঔপন্যাসিকা। ৰচিত উপন্যাস ঃ 'বীণা' (১৯২৬)।

**স্নেহলতা দেৱী (জন্ম ঃ ১৯১২, মৃত্যু ঃ ১৯৭১ খ্ৰী.)**

অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য আৰু সুমিত্ৰা দেৱীৰ কন্যা। বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ পৰা আই. এ. পৰীক্ষাত উত্তীৰ্ণ হয়। কলিকতাৰ অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ সদস্যা। সমসাময়িক আলোচনীত গল্প, প্ৰবন্ধ আদি প্ৰকাশিত হৈছে। ৰচিত গ্ৰন্থ ঃ

উপন্যাস ঃ 'বীণা' (১৯২৬), 'বেমেজালি' (১৯৩৪)। অন্যান্য গ্ৰন্থ ঃ 'আমাৰ বিহু', 'সাঁথৰ'। 'সাঁথৰ'ত কবিগুৰু ৰবীন্দ্ৰনাথৰ শান্তি নিকেতনৰ মনোৰম বৰ্ণনা পঢ়িবলৈ পোৱা যায়।

# হ

**হংসনাথ ভট্টাচাৰ্য (জন্ম ঃ ১৯১২ খ্ৰী.)**

জন্মস্থান টিঙ্‌গ মৌজাৰ অন্তৰ্গত মাখিবাহা গাঁও। 'পাঠ সোপানম্' আৰু 'সংস্কৃত বাক্য ৰচনা অনুবাদ শিক্ষা' নামৰ সংস্কৃত পাঠ্যপুথি প্ৰণয়ন কৰাৰ উপৰিও কেইবাখনো অনুবাদমূলক পুথি প্ৰণয়ন কৰে। ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'গল্পগুচ্ছ' আৰু বংকিম চন্দ্ৰৰ 'কৃষ্ণ কান্তৰ উইল' অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰে।

**হৰমোহন দাস**

জন্মস্থান গুৱালকুছি। পিতৃৰ নাম ললিতমোহন দাস। প্ৰাথমিক শিক্ষা গুৱালকুছিত আৰম্ভ কৰি গুৱাহাটীৰ কটন মহাবিদ্যালয়ৰ পৰা বি. এ. পাছ কৰে। ঢাকাৰ প্ৰশিক্ষণ মহাবিদ্যালয়ৰ পৰা শিক্ষক প্ৰশিক্ষণ পৰীক্ষাত উত্তীৰ্ণ হৈ শিক্ষক পদত অধিষ্ঠিত হয়। পিছত ডিব্ৰুগড়, তেজপুৰ, গুৱাহাটী আদিকে ধৰি অসমৰ বহু ঠাইত চাকৰি কৰি গুৱাহাটীৰ ডনবস্কো স্কুলত প্ৰধান শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰে। ১৯৫৩ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে।

বহু সামাজিক অনুষ্ঠানৰ সৈতে জড়িত আছিল। গ্ৰন্থ প্ৰণয়নতো হাত দিয়ে। গ্ৰন্থৰ সংখ্যা ডেৰ কুৰিৰো অধিক। উল্লেখযোগ্য ৰচনাসমূহ হ'ল— 'শ্ৰীকৃষ্ণ', 'মহাপুৰুষ শ্ৰীমন্ত শংকৰ', 'শ্ৰীমন্ত শংকৰৰ অৱদান', 'নামঘোষা'ৰ হিন্দী, ইংৰাজী আৰু অসমীয়াৰ ৰূপান্তৰ আৰু সম্পাদনা। ইংৰাজী গ্ৰন্থ 'Contribution of Srimanta Sankardeva' আৰু 'Sankardeva : A Study' এই দুয়োখনেই অসমীয়া সাহিত্যলৈ অমূল্য অৱদান।





**হৰিচৰণ তালুকদাৰ (জন্ম ঃ ২২ ডিচেম্বৰ, ১৯০২ খ্ৰী., মৃত্যু ঃ ১ আগষ্ট, ১৯৮৯ খ্ৰী.)**

জন্মস্থান সৰ্থেবাৰী। পিতৃৰ নাম কামেশ্বৰ তালুকদাৰ আৰু মাতৃৰ নাম গন্ধেশ্বৰী তালুকদাৰ।

প্ৰাথমিক শিক্ষা লাভ কৰে সৰ্থেবাৰীত। ১৯২১ খ্ৰীষ্টাব্দৰ পৰা ১৯২৩ খ্ৰীষ্টাব্দলৈ যোৰহাট নৰ্মাল স্কুলত শিক্ষা গ্ৰহণ কৰে। শিক্ষা সাং কৰি জালাহ এম. ই স্কুলত শিক্ষকতা আৰু তাৰ পিছৰ সময়ছোৱাত সৰ্থেবাৰী চেন্ট্ৰেল বয়জ এম. ভি স্কুলৰ হে'ড পণ্ডিতৰূপে গুৰু দায়িত্ব বহন কৰে।

এগৰাকী অধ্যয়ন প্ৰিয় ব্যক্তি। ভালে সংখ্যক প্ৰবন্ধ-পাতি ৰচনা কৰিছিল। সেইবোৰ 'প্ৰভাত', 'অসমীয়া বাতৰি', 'জয়ন্তী' আদিত প্ৰকাশ পাইছিল।

ৰচনাৰাজি ঃ 'চানেকী ধাৰাপাত', 'গীতা পৰিচয়', 'হেৰোৱা জীৱন' (আত্মজীৱনী) ইত্যাদি। বয়সীয়াল নিৰক্ষৰ লোকসকলক শিক্ষাদান দিবলৈ 'আশুবোধ' নামৰ এখন অনুশীলন গ্ৰন্থও ৰচনা কৰে।

**হৰিনাৰায়ণ দত্তবৰুৱা (জন্ম ঃ ১৮৮৭, মৃত্যু ঃ১৯৫৯ খ্ৰী.)**

'সাহিত্য ৰত্ন' উপাধিৰে অলংকৃত। বৃত্তিত শিক্ষক আছিল। পুৰণি পুথিৰ সন্ধান, সংগ্ৰহ আৰু প্ৰকাশৰ জৰিয়তে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি গৈছে । অমূল্য বৰঙণিসমূহৰ ভিতৰত—'ভাগৱত-পুৰাণ', 'সপ্তকাণ্ড ৰামায়ণ', 'শ্ৰীশ্ৰীশংকৰ বাক্যামৃত' (১ম, ২য়. খণ্ড), 'কীৰ্তন আৰু নামঘোষা', 'গুৰুচৰিত' (ৰামচৰণ ঠাকুৰ), 'কথাগুৰু চৰিত', 'চিত্ৰ ভাগৱত', 'সটীক নামঘোষা', 'অষ্টাদশ পৰ্ব অসমীয়া মহাভাৰত' (দুই খণ্ড), 'শ্ৰীমদ্ভাগৱতগীতা' বা 'কৃষ্ণগীতা' প্ৰধান।

ধৰ্ম আৰু তত্ত্বমূলক প্ৰবন্ধ ৰচক হিচাপে পৰিচিত। বৈষ্ণৱ সাহিত্য সম্পৰ্কীয় প্ৰবন্ধাৱলী আৰু 'কায়স্থ সমাজৰ ইতিবৃত্ত' অসমীয়া সাহিত্যলৈ তেওঁৰ বিশিষ্ট অৱদান।

ৰামসিংহৰ অসম আক্ৰমণ আৰু শৰাইঘাটৰ যুদ্ধৰ ঐতিহাসিক পটভূমিত 'চিত্ৰ দৰ্শন' (১৯৪০) নামৰ এখন ঐতিহাসিক উপন্যাসখন ৰচনা কৰিছে।

শিশু সাহিত্যও ৰচনা কৰে। 'শিশু মহাভাৰত' লেখকৰ উল্লেখনীয় সাহিত্য কৰ্ম। "কানাই ধেমালি' (১৯২৫) নামৰ অলৌকিক দৃশ্য সম্বলিত এখনি ভক্তিমূলক গদ্য একাংকিকা। 'প্ৰভাত' (১৮৪৭ শক) আলোচনীত প্ৰকাশ হয়।

**হৰিপ্ৰসন্ন তামুলীফুকন (জন্ম ঃ ১৯০০ খ্ৰী.)**

জন্মস্থান চাপৰমুখ। 'শ্ৰীগুৰুৰ চৰণত' 'ভাৰত সমাজ পূজ্য', 'তেওঁৰ নামত', 'মহাপুৰুষৰ একশৰণীয়া ভাগৱত ধৰ্ম', 'স্কাউটিং' নামৰ পাঁচখন পুথি ৰচয়িতা। 'শ্ৰীগুৰুৰ চৰণত' অনূদিত পুথি। ইয়াৰ মূল লিখক শ্ৰীমৎ কৃষ্ণমূৰ্তি। 'তেওঁৰ নামত' আধ্যাত্মিক তত্বমূলক পুথি। 'স্কাউটিং' পুথিৰ বাবে পুৰস্কাৰ লাভ কৰিছে।

**হৰিপ্ৰসাদ বৰুৱা**

এজন শিশু সাহিত্যিকৰূপে পৰিচিত। 'মইনা' আৰু 'বিৰচতীয়াৰ দেশ' তেওঁ ৰচিত দুখন সাধু কথাৰ পুথি।

**হৰিপ্ৰসাদ গোৰ্খাৰায় (জন্ম ঃ ১৫ জুলাই, ১৯১৫, খ্ৰী.)**

জন্মস্থান নগালেণ্ডৰ কহিমা। পিতৃৰ নাম ধনৰাজ ৰায়। তেওঁ নেপালী সম্প্ৰদায়ৰ লোক। সৈন্য বাহিনীত চাকৰি কৰিছিল। কৰ্মৰত অৱস্থাতে সুখ্যাতিৰে প্ৰৱেশিকা পৰীক্ষা, প্ৰাইভেটকৈ আই. এ. আৰু বি. এ. পৰীক্ষা দি উত্তীৰ্ণ হয়। হিন্দীৰ বিশাৰদ গোৰ্খাৰয়ে স্কুলীয়া দিনৰ পৰাই সাহিত্য ৰচনাত হাত দিয়ে। 'বাঁহী', 'আৱাহন', 'সৌমাৰজ্যোতি', 'মণিদীপ', ৰামধেনু' আদি আলোচনীত নানান গল্প, কবিতা-প্ৰবন্ধ আদি ৰচনা কৰিছে। 'আৱাহন'ৰ এজন প্ৰখ্যাত গল্পকাৰ। 'প্ৰতিজ্ঞা পালন' নামৰ গল্পটি 'আৱাহন'ৰ সপ্তম বছৰ ষষ্ঠ সংখ্যাত প্ৰকাশ পায়। ভালেমান অসমীয়া





গল্প, কবিতাৰ অনুবাদ নেপালী ভাষাৰ আলোচনী 'গোৰ্খা', 'ভাৰতী', 'কথা ভাৰতী' আদিত প্ৰকাশ হৈছে। ভালেকেইটা ভাষাত বুৎপত্তি লাভ কৰিছে। তাৰ ভিতৰত অসমীয়া, বাংলা, উৰিয়া, হিন্দী, ইংৰাজী ভাষা উল্লেখযোগ্য। প্ৰথমে ড্ৰয়িং মাষ্টৰ, বি. এ. পাছ কৰাৰ পিছত চৰকাৰী এম. ই স্কুল আৰু চৰকাৰী হাইস্কুলত শিক্ষকতা কৰে। এগৰাকী দোভাষীৰূপে চাকৰি কৰে বুলিও জনা যায়। ১৯৫৫ খ্ৰীষ্টাব্দত গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত এচিষ্টেণ্ট ষ্টেচন ডাইৰেক্টৰ পদত নিযুক্ত হয়। অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য আৰু অসম সাহিত্য সভাৰ ধুবুৰী অধিৱেশনৰ (১৯৫৬) প্ৰদৰ্শনীৰ দ্বাৰ উন্মোচক আছিল।

**হৰিপ্ৰসাদ ব্ৰহ্মচাৰী (জন্ম ঃ ১৮৮৫, মৃত্যু ঃ ১৯৪৩ খ্ৰী.)**

জন্মস্থান বৰপেটা জিলা। পিতৃৰ নাম মহীকান্ত দাস। বৰপেটা আৰু গুৱাহাটীত শিক্ষকতা কৰে। জাতীয়তাবাদী চিন্তা-চেতনাৰে উদ্বুদ্ধ আধ্যাত্মিক ধ্যান-ধাৰণাৰ পোষকতা কৰা ব্যক্তি। ৰচনা কৰা গ্ৰন্থ ঃ 'জাতি উন্নতি' আৰু 'পৰমাত্মা স্বৰূপ'।

**হলিৰাম নাথ চহৰীয়া (জন্ম ঃ ১৮৮৬ খ্ৰী.)**

জন্মস্থান ছিপাঝাৰ মাজচুবুৰী গাঁও। সমাজ সংস্কাৰকৰূপে প্ৰসিদ্ধ আছিল। ছাত্ৰ-ছাত্ৰীৰ প্ৰয়োজনাৰ্থে কেইবাখনো পাঠ্যপুথি ৰচনা কৰে। ৰচনা কৰা বুৰঞ্জীমূলক একমাত্ৰ পুথি ঃ 'যোগী জাতিৰ ইতিহাস'। ১৯২৬ খ্ৰীষ্টাব্দত সদ্য গঠিত ছিপাঝাৰ সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰে।

**হলীৰাম ডেকা (জন্ম ঃ ১৯ জুন, ১৯০১, মৃত্যু ঃ ২০ ডিচেম্বৰ, ১৯৬২ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ প্ৰাচীন ঐতিহ্যপূৰ্ণ সৰ্থেবাৰী। পিতৃৰ নাম জয়ৰাম ডেকা আৰু মাতৃ মাইপ্ৰিয়া ডেকা। কটন কলেজৰ পৰা ১৯২২

খ্ৰীষ্টাব্দত গণিত বিষয়ত সন্মানসহ বি. এছ. ছি. পাছ কৰি ১৯২৬ খ্ৰীষ্টাব্দত কলিকতাৰ আইন কলেজৰ পৰা বি. এল. ডিগ্ৰী লাভ কৰে। বাংলা ভাষাৰ প্ৰধান শাখা 'মৰ্ডান ভাৰ্নেকুলাছ' বিষয়ত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম শ্ৰেণীৰ পঞ্চম স্থান লৈ সন্মান অৰ্জন কৰে। শিৱপুৰ ইঞ্জিনীয়াৰিং কলেজতো কেইমাহমান অধ্যয়ন কৰে। ১৯২৭ খ্ৰীষ্টাব্দত ওকালতিৰে কৰ্ম জীৱন আৰম্ভ কৰি লিকতাৰ উচ্চ ন্যায়ালয়তো কিছুদিন ওকালতি কৰিলে। তাৰ পাছত ক্ৰমে গুৱাহাটী উচ্চ ন্যায়ালয়ৰ পঞ্জীয়ক (১৯৪৮), শিৱসাগৰ জিলা বিচাৰপতি (১৯৪৯) আৰু গুৱাহাটীৰ উচ্চ ন্যায়ালয়ৰ বিচাৰপতি হৈ ১৯৫০ ৰ পৰা ১৯৬১ খ্ৰীষ্টাব্দলৈকে মুঠ এঘাৰ বছৰকাল সুখ্যাতিৰে কাৰ্যনিৰ্বাহ কৰে। শেষত মুখ্য ন্যায়াধীশৰূপে অৱসৰ গ্ৰহণ কৰে। তেওঁ উচ্চ ন্যায়ালয়ৰ প্ৰথমজন অসমীয়া মুখ্য ন্যায়াধীশ। কলিকতাত পঢ়ি থকা অৱস্থাত 'ছাৰ্ভেণ্ট' নামৰ কাকত এখন সম্পাদনা কৰে।

অসমীয়া সাহিত্যত বুদ্ধিযুক্ত হাস্যৰসৰ অন্যতম প্ৰৱৰ্তক। ১৯২৯ খ্ৰীষ্টাব্দৰ পৰা ১৯৩৯ খ্ৰীষ্টাব্দ পৰ্যন্ত দহ বছৰকাল একেৰাহে 'আৱাহন'ত গল্প লিখে। 'মিলন', 'চেতনা', 'আৱাহন', 'সুৰভি', 'পছোৱা' আদি আলোচনীত গল্প, প্ৰবন্ধ ৰচনা কৰিছে। 'অলকালৈ চিঠি' (১৯৪৯) আৰু 'অৰুণালৈ চিঠি' (১৯৬৭) তেওঁৰ পত্ৰোপন্যাস। 'চিত্ৰ সেন যখৰীয়া' ছদ্মনামত 'যৎকিঞ্চিৎ' (১৯৬১) নামৰ এখন ব্যংগাত্মক পুথি ৰচনা কৰিছে। ঘাইকৈ আৱাহনৰ গল্পকাৰ হিচাপে পৰিচিত। ৰচনাসমূহত গভীৰ জীৱনবোধ, মানৱীয়তা আৰু বিচিত্ৰ অভিজ্ঞতাৰ স্ফুৰণ ঘটিছে।

অসম সাহিত্য সভাৰ চতুৰ্বিংশ অধিৱেশনৰ (১৯৫৫, গুৱাহাটী) অভ্যৰ্থনা সমিতিৰ সভাপতি হিচাপে 'বিহুৱান' নামৰ আলোচনী (১৯৪৪-৪৬) খনৰ কেইবাটাও সংখ্যা সম্পাদনা কৰে। কিছুকাল কলিকতা এছ. এল. ক্লাৱৰো সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰে।

**হৰেকৃষ্ণ মিশ্ৰ (জন্ম ঃ ১৯০৭; মৃত্যু ঃ ১৯৯৪ খ্ৰী.)**





জন্মস্থান বৰপেটা জিলা। সৃষ্টিৰাজি—'সংস্কৃত সাহিত্যত অসম প্ৰসংগ আৰু অন্যান্য ৰচনা', 'একশৰণ হৰিনাম ধৰ্ম', 'মহাপুৰুষীয়া ধৰ্ম' ইত্যাদি উল্লেখনীয়। ভালেসংখ্যক প্ৰবন্ধ ৰচনা কৰিছে।

**হৰেন্দ্ৰনাথ কলিতা (জন্ম ঃ ১৯০৮, মৃত্যু ঃ ১ জানুৱাৰী, ১৯৭৩ খ্ৰী.)**

অসমীয়া সাহিত্যৰ এগৰাকী একনিষ্ঠ সাধক। কটন কলেজিয়েটৰ পৰা প্ৰৱেশিকা আৰু কলিকতাৰ পৰা উচ্চ শিক্ষা লাভ কৰে। গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ অন্যতম উদ্যোগী। ইংৰাজী সাহিত্যৰ বিশিষ্ট সাহিত্যিক চাৰ্লছ ডিকেন্সৰ 'টেল অব টু চিটিজ' গ্ৰন্থখন অনুবাদ কৰে। এই অনুবাদ গ্ৰন্থখন 'আৱাহন'ত ছোৱা ছোৱাকৈ প্ৰকাশ হয়। অন্যান্য গ্ৰন্থ ঃ 'আকাশৰ কথা', 'পৃথিৱীৰ হাঁহি', 'চন্দ্ৰ অভিযান', 'বৈজ্ঞানিক আৱিষ্কাৰৰ কাহিনী', 'অকণিৰ বেজবৰুৱা', 'গুৱাহাটী বিশ্ববিদ্যালয়ৰ আদি কথা', 'অতীতৰ স্মৃতি' ইত্যাদি।

**হৰেন্দ্ৰনাথ শৰ্মা (জন্ম ঃ ১৯০৫ খ্ৰী., মৃত্যু ঃ ১৯৭৩ খ্ৰী.)**

জন্মস্থান বজালী। কলেজীয়া ছাত্ৰাৱস্থাৰ পৰাই সাহিত্য-চৰ্চাত মনোনিৱেশ কৰে। 'শিৱাজী', 'অশোক', 'কামালপাছা', 'জোৱানডাৰ্ক', 'সময় বালিৰ খোজবোৰ' উল্লেখযোগ্য গ্ৰন্থ। 'অশোক' আৰু 'সময় বালিৰ খোজবোৰ' গ্ৰন্থ দুখনে তেওঁলৈ কঢ়িয়াই আনিছে ৰাষ্ট্ৰীয় সন্মান। অসমীয়া খণ্ডবাক্য বিষয়ক 'অসমীয়া বচন-ভংগী' অনুপম সাহিত্যকৃতি। ১৯৩৩ খ্ৰীষ্টাব্দত কলিকতাৰ পৰা 'পখিলা' নামৰ এখন চেমনীয়াৰ আলোচনী প্ৰকাশ কৰি উলিয়ায়। পাটাছাৰকুছি বিদ্যাপীঠ হাইস্কুলৰ প্ৰধান শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰি সেই পদৰ পৰাই অৱসৰ গ্ৰহণ কৰে।

**প্ৰয়াত চৈয়দ হাছান আলী (জন্ম ঃ ১৯১০ খ্ৰী.; মৃত্যু ঃ ১৯৭৩ খ্ৰী.)**

জন্মস্থান কামৰূপ জিলাৰ গুয়া গাঁও। পোনতে টংলাৰ ছাটগাড়ী এম. ভি. স্কুলৰ শিক্ষক হয় আৰু পিছলৈ প্ৰধান শিক্ষক হিচাপে অৱসৰ গ্ৰহণ কৰে। 'বাঁহী' আলোচনীত কবিতা, গল্প আদি ৰচনাৰে সাহিত্য চৰ্চা কৰে।

**হাজী মহম্মদ ছাহ (জন্ম ঃ ১৮৮৩, মৃত্যু ঃ ৯ আগষ্ট, ১৯৩৭ খ্রী.)**

গুৱাহাটীৰ প্ৰখ্যাত আব্দুল জোল জালান জোলকছ চুফী বংশৰ সন্তান। পিতৃৰ নাম মহৰম চিমৰজ আলী।

কামৰূপ জিলাৰ বকো, লুকি আৰু বেকেলি মৌজাৰ মৌজাদাৰ আছিল। এজন দানবীৰ আৰু সমাজ সেৱক ৰূপে প্ৰখ্যাত।

সাহিত্য ক্ষেত্ৰলৈ তেওঁৰ বৰঙণি অপৰিসীম। হিন্দু-মুছলমানৰ সমন্বয়ক কেন্দ্ৰ কৰি কেবাটিও কবিতা ৰচনা কৰিছে। ১৯২২ খ্ৰীষ্টাব্দত 'লুকিৰ বুৰঞ্জী' ৰচনা কৰে। ইয়াত তিনিটা প্ৰধান অধ্যায় আৰু ১০৬ টা প্ৰবন্ধ আছে। উক্ত প্ৰবন্ধবোৰত লুকিৰ জনগাঁথনি, জাতি-বিভাগ, নদ-নদী, পৰ্বতৰ বিৱৰণ, হাতীৰ উপদ্ৰৱ, হৰ্ষ-বেজাৰ আদিৰ বিষয়ে আভাস কথা পঢ়িবলৈ পোৱা যায়।

ইংৰাজ চৰকাৰে তেওঁক Ex-offices Settlement officer ৰ ক্ষমতা অৰ্পণ কৰি মাটি পট্টন, নামজাৰি আদি কৰিব পৰা পদপীৰে সন্মানিত কৰে।

**হিতেশ্বৰ বৰবৰুৱা (জন্ম ঃ ৪ জানুৱাৰী, ১৮৭৬ খ্ৰী.·, মৃত্যু ঃ ৪ ফেব্ৰুৱাৰী, ১৯৬১ খ্ৰী.)**

জন্মস্থান যোৰহাটৰ ওচৰৰ সৰুচৰাই গাঁও। সাতঘৰীয়া আহোমৰ সন্দিকৈৰ ভদ্ৰচন্দ্ৰ বা ভদৰি বৰবৰুৱা বংশৰ সন্তান। পিতৃৰ নাম চিলৌ গগৈ ওৰফে ঘনশ্যাম বৰবৰুৱা। মাতৃৰ নাম ঊষা আইদেউ। ঘৰুৱা অসুবিধাৰ বাবে শিক্ষা জীৱন দশমমান শ্ৰেণীতে সামৰিবলগীয়া হয়। টিফুক চাহ বাগিছাত কেৰাণী হিচাপে কৰ্ম জীৱন আৰম্ভ কৰাৰ সময়তে পৰিয়ালৰ কেইবাজনকো এটি এটিকৈ হেৰুৱাই মানসিকভাৱে অতিশয় দুৰ্বল হৈ পৰে। ম'হবন্ধা আৰু বিশেষকৈ চকলাটিং চাহ বাগিচাত থাকোঁতে দুখৰ বোজা পাতল কৰিবলৈ চাহ বাগিছাৰ চাকৰি এৰি নগাঁৱত থকা জী-জোঁৱাইৰ গৃহত থাকিবলৈ লয় আৰু তাতেই মৃত্যুক আঁকোৱালি লয়।

প্ৰথম ছপা পুথি 'ঢোপাকলি' (১৯০২)। 'কমতাপুৰ ধ্বংস' (১৯১২), 'বিৰহিনীৰ বিলাপ' (১৮৯৬), 'তিৰোতাৰ আত্মদান' (১৯১৩), 'আভাস'





(১৯১৪), 'মালিতা' (১৯১৪), 'যুদ্ধক্ষেত্ৰত আহোম ৰমনী' (১৯১৫), 'ডেচডিমোনা কাব্য আৰু আংগিলা' (১৯১৭), 'মালচ' (১৯১৮), 'বৈদেহীৰ নিৰ্বাসন আৰু আজলি', 'চকুলো' (১৯২২) ইত্যাদি তেওঁৰ উল্লেখযোগ্য ৰচনা। ৰচনা কৰা 'মালচ' অসমীয়া ভাষাৰ প্ৰথম ছনেটৰ পুথি। লেখকৰ 'আহোমৰ দিন' লেখক জীৱনৰ কীৰ্তিস্তম্ভস্বৰূপ।

১৯২৫ খ্ৰীষ্টাব্দত পোন প্ৰথমবাৰৰ বাবে অনুষ্ঠিত অসম সাহিত্য সভাৰ বুৰঞ্জী অধিৱেশনত সভাপতিত্ব কৰে।

**হিমলা বৰুৱানী (জন্ম ঃ ১৮৭৭, মৃত্যু ঃ১৯৪৮ খ্ৰী.)**

জন্মস্থান যোৰহাটৰ পকামুৱা। পিতৃ যোৰহাটৰ চাহ খেতিয়ক তহচিলদাৰ বিষ্ণুৰাম বৰুৱা আৰু মাতৃৰ নাম চন্দ্ৰাৱতী বৰুৱা। প্ৰখ্যাত ভগৱতীপ্ৰসাদ বৰুৱা আৰু পাৰ্বতিপ্ৰসাদ বৰুৱা ক্ৰমে তেওঁৰ বৰপুত্ৰ আৰু মাজু পুত্ৰ।

বাংলা ভাষাৰ জৰিয়তে বিদ্যা আৰম্ভ কৰে। সৰুৰে পৰাই এটা সাহিত্যানুৰাগী স্বভাৱৰ বাবে বাংলা ভাষাৰ গল্প, উপন্যাস, ধৰ্মপুথি, আলোচনী আদি প্ৰচুৰ পৰিমাণে অধ্যয়ন কৰে। পিতৃকুলৰ ৰাধিকাপ্ৰসাদ বৰুৱাৰ পৰা পোৱা উৎসাহ-উদ্দীপনাৰ ফলত সাহিত্যচৰ্চাত মনোনিৱেশ কৰে।

'বিননি' তেওঁৰ উল্লেখযোগ্য কবিতাপুথি। এই পুথিখনত বৰপুত্ৰৰ পৰিয়ালটিৰ সলিল সমাধিত মাতৃ হৃদয়ত বাজি উঠা শোকৰ বিননিশুনিবলৈ পোৱা যায়। 'ঘৰ-জেউতী' নামৰ আলোচনী প্ৰকাশত বিশেষভাৱে জড়িত আছিল।

**ড° হিৰণ্যচন্দ্ৰ ভূঞা (জন্ম ঃ ১৯০৫, মৃত্যু ঃ ১৯৭৩ খ্ৰী.)**

জন্মস্থান ৰহা। কটন কলেজত শিক্ষকতা কৰি থকাৰ সময়ছোৱাত অসমত বিজ্ঞান শিক্ষা আৰু পদাৰ্থ বিজ্ঞান বিষয়টো ৰসাল কৰি তোলাত বিশিষ্ট ভূমিকা পালন কৰে। ভূঞাৰ 'গৱেষণা গ্ৰন্থ'খন অসমৰ বিজ্ঞান

সাহিত্যলৈ এক অমূল্য অৱদান। বিজ্ঞান বিষয়ক যথেষ্ট উচ্চমানৰ প্ৰবন্ধ লিখিছে।

অসমৰ গুৱাহাটীত বিজ্ঞান সমিতি স্থাপনৰ (১৯৫৩) অন্যতম গুৰিয়াল। অসম বিজ্ঞান সমিতিৰ আলোচনী 'বিজ্ঞান জেউতি'ৰ (প্ৰথম প্ৰকাশ ১৯৬১) এগৰাকী বিশিষ্ট প্ৰবন্ধকাৰ।

**হীৰাপ্ৰভা বৰুৱা (জন্ম ঃ ১৮৯৮ খ্ৰী.)**

জন্মস্থান গোলাঘাট জিলাৰ খুমটাই। ৰচনা কৰা গ্ৰন্থ ঃ 'নাম মন্দাকিনী' (১৯৭২) আৰু 'নামসুধা' (১৯৮১)।

**হীৰাৱতী গোহাঞিবৰুৱানী (জন্ম ঃ ১৮৯০, মৃত্যু ঃ ১৯৬৭ খ্ৰী.)**

জন্মস্থান তেজপুৰৰ কলিবাৰী। পিতৃৰ নাম লক্ষ্মীকান্ত দাস আৰু মাতৃ কেশৱতী দাস। গৃহ শিক্ষকৰ জৰিয়তে বৰ্ণমালা শিকি প্ৰাথমিক স্তৰৰ শিক্ষা সম্পূৰ্ণ কৰে। ১৯৩৭ খ্ৰীষ্টাব্দত 'ফুলকলি' (কবিতা সংগ্ৰহ) প্ৰকাশ পায়। শ্ৰেষ্ঠ কবিতা 'কুলি'।

**হেমচন্দ্ৰ গোস্বামী (জন্ম ঃ ১৮৭২, মৃত্যু ঃ ১৯২৮ খ্ৰী.)**

জন্মস্থান গোলাঘাট জিলাৰ ঢেকীয়াল মৌজাৰ গৌৰাংগ সত্ৰ। পিতৃৰ নাম ডম্বৰুধৰ গোস্বামী আৰু মাতৃৰ নাম ঘনকান্তি দেৱী। ১৮৮৮ খ্ৰীষ্টাব্দত নগাঁৱৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যায়। কলিকতাৰ প্ৰেছিডেন্সি কলেজত বি. এ. লৈকে পঢ়ি 'জোনাকী' কাকতৰ সৈতে জড়িত হৈ পৰে। শিক্ষাৰো তাতেই সমাপ্তি ঘটে।

কৰ্ম জীৱন আৰম্ভ কৰে গুৱাহাটীৰ সোণাৰাম হাইস্কুলত। তাৰ পিছত ১৮৯৭ খ্ৰীষ্টাব্দত শ্বিলং ছেক্ৰেটেৰিয়েট ডেপুটি কলেক্টৰ আৰু ১৯০৫ খ্ৰীষ্টাব্দত এক্সট্ৰা এচিষ্টেণ্ট কমিছনাৰ হয়। ১৯২৫ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰে।





'ফুলৰ চাকি' (১৯০৭), 'Descriptive Catalague of Assamese Manuscripts' (১৯০৩), 'কথা গীতা' (১৯১৮), 'পুৰণি অসম বুৰঞ্জী' (১৯২২), 'কামৰত্নতন্ত্ৰ' (১৯২৮), 'অসমীয়া সাহিত্যৰ চানেকি' (১৯২৯) ইত্যাদি লেখকৰ অলেখ গ্ৰন্থ অসমীয়া সাহিত্য জগতলৈ উল্লেখযোগ্য অৱদান। বহু মূল্যবান গৱেষণামূলক প্ৰবন্ধ-পাতি পুৰণি আলোচনীৰ পাতত সিঁচৰতি হৈ আছে। অসমীয়া সাহিত্য, অসমীয়া সংস্কৃত পুথি, আহোম বুৰঞ্জী, শিলালিপি উদ্ধাৰ আদিৰ পথ প্ৰদৰ্শক। তেওঁ ৰচনা কৰা 'প্ৰিয়তমাৰ চিঠি' প্ৰথম অসমীয়া ছনেট কবিতা। ১৯২০ খ্ৰীষ্টাব্দত তেজপুৰত হোৱা অসম সাহিত্য সভাৰ সভাপতি পদ অলংকৃত কৰে।

**হেমচন্দ্ৰ বৰুৱা (জন্ম ঃ ১৮৩৫, মৃত্যু ঃ ১৮৯৬ খ্ৰী.)**

জন্মস্থান শিৱসাগৰৰ ৰজাবাহৰ গাঁও। পিতৃৰ নাম মুক্তাৰাম বৰুৱা। সৰুতে পিতাকৰ দেহাৱসান হোৱাত খুড়াক লক্ষীৰাম বৰুৱাৰ লগত থাকি সংস্কৃত পঢ়ে আৰু কেই বছৰমানৰ পিছতে মাহে চাৰি টকা বেতনত নকল নবীচৰ কামত সোমায়। অনানুষ্ঠানিকভাৱে ইংৰাজী শিক্ষাও লাভ কৰে। ইংৰাজী ভাষাত বুৎপত্তি থকাৰ বাবে পিছলৈ দোপতদোপে উন্নতি লাভ কৰে আৰু অসমৰ জুডিচিয়েল কমিচনাৰৰ অফিচাৰ চুপাৰিটেণ্ডেণ্টৰ পদত অধিষ্ঠিত হয়। ১৯৮১ খ্ৰীষ্টাব্দত অৱসৰ লৈ গুৱাহাটীত নিগাজীকৈ থাকিবলৈ লয়।

অসমীয়া সাহিত্যলৈ অৱদান অতুলনীয়। ৰচিত গ্ৰন্থ ঃ 'অসমীয়া ভাষাৰ ব্যাকৰণ' (১৮৫৯), 'অসমীয়া ব্যাকৰণ' (১৮৭৩), 'অসমীয়া ল'ৰাৰ ব্যাকৰণ' (১৮৮২), 'পঢ়াশলীয়া অভিধান' (১৮৯২), 'সংক্ষিপ্ত হেমকোষ' (১৮৯৪), 'হেমকোষ' (১৯০০), ছাত্ৰৰ উপযোগীকৈ ৰচনা কৰা 'আদিপাঠ', 'পাঠমালা'। 'ৱে টু হেলথ' পুথিখন 'স্বাস্থ্য ৰক্ষাৰ নিয়ম' শিৰোনামেৰে ভাঙনি কৰে।

অত্যন্ত আধুনিক মনৰ মানুহ। তদানীন্তন সমাজ ব্যৱস্থাৰ ভণ্ডামি,

কু-সংস্কাৰবোৰে তেওঁক বাৰুকৈয়ে মনোকষ্ট দিয়ে। তাৰেই আধাৰত কাণি বৰবিহে ছানি ধৰা অসমীয়া সমাজক ব্যংগ কৰি ৰচনা কৰে 'কানীয়াৰ কীৰ্তন' (১৮৬১)। তেওঁৰ 'বাহিৰে ৰং চং ভিতৰে কোৱাভাতুৰী' শীৰ্ষক উপন্যাসধৰ্মী পুথিখনৰ মাধ্যমেৰে অসমীয়া সমাজ জীৱনৰ ভণ্ডামি প্ৰতিফলিত হৈছে।

'সোণৰ চাঁদ' ছদ্মনামেৰে 'অৰুনোদই'ত প্ৰবন্ধ ৰচনা কৰে। তেওঁৰ প্ৰচেষ্টাতেই ১৮৪৬ খ্ৰীষ্টাব্দৰ পৰা প্ৰকাশিত 'অৰুনোদই'ৰ নাম ১৮৬১ খ্ৰীষ্টাব্দৰ পৰা 'অৰুণোদয়' হয়। ১৮৮২-১৮৮৫ খ্ৰীষ্টাব্দলৈ আসাম নিউচ নামৰ ইংৰাজী অসমীয়া দ্বিভাষিক বাতৰি কাকতখন সম্পাদনা কৰে। 'ভাষাৰ ওজা' নামে তেওঁ প্ৰখ্যাত।

**হেম দাশৰথী চৌধুৰী**

'জোনাকী' আৰু 'আৱাহন' যুগৰ লেখক।

'জোনাকী'ৰ ষষ্ঠ সংখ্যাৰ প্ৰথম ভাগত 'বামুণৰ ল'ৰা' আৰু 'টকাৰ কলহ' নামৰ এলানি তত্ত্বমূলক সাধু ধাৰাবাহিক ভাৱে প্ৰকাশ পাইছে। ইয়াত জীৱন-মৃত্যু সম্পৰ্কে কিছু ব্যাখ্যা আগবঢ়োৱা হৈছে আৰু মানুহৰ মৃত্যু যে ঈশ্বৰৰ নিৰ্দেশানুযায়ী হয় তাকো মুকলিকৈ প্ৰকাশ কৰিছে। উক্ত সাধুটো 'জোনাকী'ৰ পঞ্চম, ষষ্ঠ আৰু সপ্তম সংখ্যাত (প্ৰথম ভাগৰ) ধাৰাবাহিকভাৱে প্ৰকাশ হয়।

'মৃগাৱতী চৰিত' বা 'চহাপৰীৰ উপাখ্যান' (জোনাকী, তৃতীয় ভাগ, প্ৰথম সংখ্যা) লেখকৰ কাহিনী বিষয়ক ৰচনা।

**হেমপ্ৰভা দাস (জন্ম ঃ ১৮৮৬, মৃত্যু ঃ ১৯৪৫ খ্ৰী.)**

বৰপেটা জিলাৰ এগৰাকী শিক্ষাব্ৰতী মহিলা আছিল। সমসাময়িক 'আসাম বান্ধৱ' আলোচনীৰ পাতত নাৰীকেন্দ্ৰিক বহুতো প্ৰবন্ধ-পাতি ৰচনা কৰে। অনুবাদৰ উপৰিও বুৰঞ্জীমূলক, ধৰ্মমূলক, নীতিশিক্ষামূলক আদি বিষয়ৰ ৰচনা লিখিছে। তেওঁ শ্বেক্সপীয়েৰৰ তেৰটা গল্পৰ অনুবাদ কৰে।





গ্ৰন্থ ঃ 'শ্বেক্সপীয়েৰৰ গল্প' (অনুবাদ), 'সজ কথা' ইত্যাদি।

**হেমলতা দত্ত (জন্ম ঃ ১৯০৮, মৃত্যু ঃ ১৯ ফেব্ৰুৱাৰী, ১৯৯১ খ্ৰী.)**

জন্মস্থান গোলাঘাট। ৰচিত গ্ৰন্থ ঃ 'আৰ্যাবৰ্তৰ সতী', 'অলকানন্দাৰ পৰা সাগৰ তীৰলৈ', 'বিদেশীৰ বাটে পথে', 'পঞ্চপাণ্ডৱৰ সাধু' (শিশু পুথি), 'অতীতক সোঁৱৰোঁ', 'অপূৰ্ব আশীৰ্বাদ বিয়ানাম'।

**হেৰম্বকান্ত বৰপূজাৰী (জন্ম ঃ ৩১ আগষ্ট, ১৯০২ খ্ৰী., মৃত্যু ঃ ২০০২ খ্ৰী.)**

জন্মস্থান ডিব্ৰুগড় জিলা। উচ্চ শিক্ষা লাভ কৰে গুৱাহাটীৰ কটন কলেজত। এগৰাকী অধ্যাপক হিচাপে কৰ্ম জীৱনৰ পাতনি মেলে আৰু শেষত গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগৰপৰা মুখ্য অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰে।

ইতিহাসবিদ হিচাপে পৰিচিত। বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগতো ওতপ্ৰোতভাৱে জড়িত আছিল। অগাধ পাণ্ডিত্যৰ বাবে অসম সাহিত্য সভাৰ দ্বাৰা 'ইতিহাস আচাৰ্য' (১৯৯৭) সন্মান আৰু আনন্দৰাম বৰুৱা ভাষা কলা সংস্কৃতি সংস্থাৰ পৰা আনন্দৰাম বৰুৱা বঁটা (১৯৯৭) লাভ কৰে। ৰচনা কৰা গ্ৰন্থ ঃ 'আছাম ইন দি ডে'জ অব্ দি কম্পেনি' (১৮২৬-১৮৫৮), 'প্ৰব্লেম্ অব্ দি হিল ট্ৰাইবছ ঃ নৰ্থ ইষ্ট ফ্ৰন্টিয়াৰ' (তিনিটা খণ্ড), 'দি এমেৰিকান মিছনেৰিজ এণ্ড নৰ্থ ইষ্ট ইণ্ডিয়া' (১৮৩৬-১৯০০), 'এন একাউণ্ট অব্ আছাম এণ্ড হাৰ এডমিনিষ্ট্ৰেন' (১৬০৩-১৮৪২), 'নৰ্থ ইষ্ট ইণ্ডিয়া ঃ প্ৰব্লেমছ পলিচিজ এণ্ড প্ৰছপেক্টছ ছিনছ ইণ্ডিপেণ্ডেন্স', 'গল্ডেন জুবিলি ভলিউম ঃ কটন কলেজ, পলিটিকেল হিষ্টৰি অব আছাম' (প্ৰথম খণ্ড), 'কম্প্ৰিহেন্‌ছিভ হিষ্টৰি অব আছাম' (পঞ্চম খণ্ডত), 'আমেৰিকান মিছনেৰীসকল আৰু ঊনবিংশ শতিকাৰ অসম', 'অসমৰ নৱজাগৰণ ঃ অনা অসমীয়াৰ ভূমিকা', 'ইতিহাস ঃ ৰচনাবিধি আৰু ক্ৰমবিকাশ', 'উত্তৰ পূৰ্বাঞ্চলৰ সমস্যা আৰু ৰাজনীতি'।

# ক্ষ

**ক্ষীৰদা নেওগ (জন্ম ঃ ৩ ফেব্ৰুৱাৰী, ১৯১৬ খ্ৰী.)**

জন্মস্থান মৰাণ। বৃত্তিত শিক্ষয়িত্ৰী। সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ (গুৱাহাটী শাখা) প্ৰাক্তন সভানেত্ৰী আৰু উপদেষ্টাৰূপে কাৰ্যনিৰ্বাহ কৰে। সাহিত্যৰাজি এতিয়াও অপ্ৰকাশিত অৱস্থাত আছে।

**ক্ষেত্ৰধৰ বৰগোহাঁই (জন্ম ঃ ১৮৯২ খ্ৰী.; মৃত্যু ঃ ১৯৫১)**

জন্মস্থান শিৱসাগৰৰ মেচাগড়। পিতৃৰ নাম ত্ৰিশূল্লধৰ। কটন কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰি এগৰাকী উপপতি সমাহৰ্তা হিচাপে কৰ্ম জীৱনৰ পাতনি মেলে।

ক্ষেত্ৰধৰ বৰগোহাঁইৰ বিভিন্ন লেখনী 'বাঁহী', 'আৱাহন', 'মিলন' আদি আলোচনীত প্ৰকাশ হয়। ১৯৮৪ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাই এই প্ৰবন্ধবোৰ থুপাই 'ক্ষেত্ৰধৰ বৰগোহাঁইৰ প্ৰবন্ধ সংকলন' নাম দি গ্ৰন্থাকাৰে প্ৰকাশ কৰে। প্ৰবন্ধসমূহ বিশেষকৈ অসমৰ বুৰঞ্জী, ইতিহাস আদি বিষয়ৰ অনুসন্ধান ভিত্তিক আৰু গৱেষণামূলক ।





# পৰিশিষ্ট

## আলোচনী আৰু পত্ৰিকা

**(১৮৮৯ খ্ৰীষ্টাব্দৰ পৰা ১৯২০ খ্ৰীষ্টাব্দলৈ)**

### জোনাকী

১৮৮৮ খ্ৰীষ্টাব্দত কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰসকলে প্ৰতিষ্ঠা কৰা 'অসমীয়া ভাষা উন্নতি সাধিনী' সভাৰ মুখপত্ৰ স্বৰূপে ১৮৮৯ খ্ৰীষ্টাব্দৰ ৯ ফেব্ৰুৱাৰীত 'জোনাকী'ৰ জন্ম হয়। 'জোনাকী' আছিল মাহেকীয়া আলোচনী। ইয়াৰ প্ৰথম সম্পাদক আছিল চন্দ্ৰকুমাৰ গুপ্ত (আগৰৱালা)। 'জোনাকী' অসমীয়া ভাষাৰ দ্বিতীয় সাহিত্য পত্ৰিকা। জাতীয়তাবোধ আছিল 'জোনাকী'ৰ ঘাই চালিকা শক্তি। 'জোনাকী'ৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যাত 'জোনাকী'ৰ সৃষ্টিৰ উদ্দেশ্য প্ৰকাশ কৰিছে এনেদৰে—"আমি যুঁজিবলৈ ওলাইছোঁ আন্ধাৰৰ বিপক্ষে ঃ উদ্দেশ্য দেশৰ উন্নতি, জোনাক।" ৰমন্যাসবাদ, মানৱতাবাদ আৰু আদৰ্শবাদ প্ৰতিষ্ঠা কৰাই আছিল 'জোনাকী'ৰ মূল লক্ষ্য। চন্দ্ৰকুমাৰ আগৰৱালাই 'জোনাকী'ৰ পাততে ৰচনা কৰা 'বনকুঁৱৰী' অসমীয়া ৰোমাণ্টিক কবিতাৰ প্ৰথম নিদৰ্শন। সেইদৰে বেজবৰুৱাৰ চুটি গল্প 'সেউতী', প্ৰহসন 'লিটিকাই' 'জোনাকী'ৰে অৱদান। ১৮৮৮ খ্ৰীষ্টাব্দৰ পৰা ১৮৯৮ খ্ৰীষ্টাব্দলৈ প্ৰকাশিত হোৱা 'জোনাকী'য়ে অসমীয়া সাহিত্যলৈ ৰমন্যাসিক ধাৰা বোৱাই আনি এক নিৰ্দিষ্ট ৰূপ প্ৰদান কৰি যাবলৈ সক্ষম হ'ল।

### আসাম বন্ধু

১৮০৬ শকৰ মাঘ মাহত, ১৮৮৫ খ্ৰীষ্টাব্দত গুণাভিৰাম বৰুৱাৰ সম্পাদনাত 'আসাম বন্ধু' কলিকতাৰ ১০০ নং বৌবাজাৰ ষ্ট্ৰীটৰ পৰা প্ৰকাশ পাইছিল। 'আসাম বন্ধু' অসমীয়া ভাষাৰ প্ৰথম মাহেকীয়া সাহিত্য আলোচনী। অসমৰ সৰ্বাংগীন উন্নয়নৰ লক্ষ্যৰে সৃষ্টি হোৱা 'আসাম বন্ধু'ৰ আদৰ্শ আছিল 'ন চ জ্ঞানাত্ পৰং বলম্'। প্ৰায় ডেৰ বছৰকাল ধৰি প্ৰকাশ হোৱা চৈধ্যটা

সংখ্যাই সচেতন লেখকক সাহিত্য ৰচনাৰ বাবে ঠাই উলিয়াই দি অসমীয়া ভাষা-সাহিত্যক এক বিশেষ মৰ্যাদা প্ৰদান কৰিলে। বিষয়বস্তু, প্ৰকাশভংগী, ভাষা আদিৰ ক্ষেত্ৰত এই আলোচনীখনৰ বিশেষ বৈশিষ্ট্য লক্ষ্য কৰা যায়।

'জোনাকী'ত প্ৰতিষ্ঠা হোৱা অসমীয়া ৰোমাণ্টিক কবিতাই 'আসাম বন্ধু'তেই প্ৰথম খোজ পেলোৱাৰ প্ৰয়াস কৰে। ইয়াত প্ৰকাশ পোৱা গুণাভিৰাম বৰুৱাৰ 'আগৰ দিন এতিয়াৰ দিন', লম্বোদৰ বৰাৰ 'সদানন্দৰ কলাঘুমটি', 'সদানন্দৰ সানমিহলি টোকা', 'সদানন্দৰ সমাচাৰ' আদিকে প্ৰমুখ্য কৰি বিভিন্ন গদ্য ৰচনাৰ অসমীয়া সাহিত্যত যথেষ্ট মূল্য আছে। সাহিত্য-সমালোচনাৰ আৰ্হি প্ৰতিষ্ঠা কৰাত আসাম বন্ধুৰ অসীম কৃতিত্ব আছে। করুণাভিৰাম বৰুৱা, কমলাকান্ত ভট্টাচাৰ্য, ভোলানাথ দাস, ৰত্নেশ্বৰ মহন্ত, রুদ্ৰৰাম বৰদলৈ, লক্ষ্মীনাথ বেজবৰুৱা, সত্যনাথ বৰা, হেমচন্দ্ৰ গোস্বামী আদি বৰেণ্য লেখকসকলে আসাম বন্ধুৰ পৃষ্ঠা শুৱনি কৰিছিল।

## বিজুলী

১৮৯০ খ্ৰীষ্টাব্দত ক্ৰমে কৃষ্ণপ্ৰসাদ দুৱৰা, পদ্মনাথ গোহাঞিবৰুৱা আৰু বেণুধৰ ৰাজখোৱাৰ দ্বাৰা 'বিজুলী' সম্পাদিত হৈ প্ৰকাশ পাইছিল। সেই সময়ত 'বিজুলী' আলোচনীৰ বিশেষ ভূমিকা আছিল। পদ্মনাথ গোহাঞিবৰুৱাৰ 'ভানুমতী' এই কাকতেতে পোনপ্ৰথম ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। ৰত্নেশ্বৰ মহন্ত ৰচিত বুৰঞ্জীমূলক আৰু অন্যান্য বিষয়ক প্ৰবন্ধসমূহ 'বিজুলী'ৰ অমূল্য সম্পদ।

## ঊষা

১৮২৯ শকত, ১৯০৭ খ্ৰীষ্টাব্দত পদ্মনাথ বৰুৱাৰ (পদ্মনাথ গোহাঞিবৰুৱা) সম্পাদনাত তেজপুৰৰ পৰা প্ৰকাশিত 'ঊষা' সাহিত্য, বিজ্ঞান, শিক্ষা, কৃষি, শিল্প, বাণিজ্য, সমাজ, ইতিহাস আদি বিষয় সম্বলিত এখন মাহেকীয়া আলোচনী। ৰাজনীতি আৰু ধৰ্ম বিষয়ক ইয়াত স্থান দিয়া নহৈছিল। আৰ্থিক অনাটনৰ মাজত 'ঊষা' জীয়াই আছিল। প্ৰতিখন "ঊষা"ৰ মূল্য আছিল দুটকা। প্ৰথমাৱস্থাত মাহেকীয়া 'ঊষা'ৰ প্ৰকাশ





নিয়মীয়া আছিল যদিও পিছলৈ অনিয়মীয়া হ'বলৈ ধৰে। অৱশেষত ১৯১২ খ্ৰীষ্টাব্দত আলোচনীখনৰ প্ৰকাশ বন্ধ হৈ যায়।

'ঊষা'ই সেই সময়ৰ ইংৰাজ চৰকাৰৰ প্ৰশাসনৰ বিৰোধিতামূলক কোনো লেখা প্ৰকাশ নকৰিছিল। অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ ক্ষেত্ৰত 'ঊষা'ই যথেষ্ট অৰিহণা আগবঢ়াইছিল। 'ঊষা'ই এচাম সাহিত্যিকক সৃষ্টিও কৰিছে। লক্ষ্মীনাথ বেজবৰুৱা, সত্যনাথ বৰা, নীলমণি ফুকন, ৰজনীকান্ত বৰদলৈ, বেণুধৰ ৰাজখোৱা, হৰিনাৰায়ণ দত্তবৰুৱা, হেমচন্দ্ৰ গোস্বামী, শৰৎচন্দ্ৰ গোস্বামী, অম্বিকানাথ বৰা, পদ্মনাথ বৰুৱা, আনন্দচন্দ্ৰ গুপ্ত (আগৰৱালা), লক্ষ্মীকান্ত মিশ্ৰ ভাগৱতী, দেৱেশ্বৰ চলিহা, ৰাধানাথ ফুকন, দুৰ্গেশ্বৰ শৰ্মা আদি 'ঊষা'ৰ লেখক আছিল। ন-লেখকক 'ঊষা'ই আগস্থান দিছিল।

মাধৱচন্দ্ৰ বেজবৰুৱাই ১৯৪০ খ্ৰীষ্টাব্দত পদ্মনাথ গোহাঞিবৰুৱাক 'বাঁহী'ৰ প্ৰতিষ্ঠাতা হিচাপে ৰাখি পৰিপূৰিকা হিচাপে 'ঊষা' প্ৰকাশ কৰিছিল। সূৰ্যকুমাৰ ভূঞা, মহীচন্দ্ৰ বৰা, পদ্মধৰ চলিহা, জলতিৰাম লহকৰ, ৰত্নকান্ত বৰকাকতী, জ্ঞাননাথ বৰা, যতীন্দ্ৰনাথ দুৱৰা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আদি লেখকৰ সাহিত্যিক জীৱনৰ অংকুৰণ ঘটে 'ঊষা'ৰ বুকুতে।

## বাঁহী

১৯০৯ খ্ৰীষ্টাব্দত, ১৮৩১ শকৰ আঘোণ মাহত 'নহি জ্ঞানেন সদৃশং পৰিপ্ৰমিহ বিদ্যতে' গীতাৰ বাণী শিৰত লৈ লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদনাত ৩২ পৃষ্ঠাযুক্ত 'বাঁহী' আলোচনী পোনপ্ৰথম প্ৰকাশ পায়। প্ৰকাশক আছিল হৰিনাথ বেজবৰুৱা। 'বাঁহী' মাহেকীয়া আলোচনী আছিল। আসাম বেংগল ষ্টোৰ্চ, ২নং লালবাজাৰ ষ্ট্ৰীট, কলিকতাৰ পৰা 'বাঁহী' প্ৰকাশ হৈ ওলাইছিল। নৱম বছৰলৈকে 'বাঁহী' ১৪ ছেণ্টিমিটাৰ × ২২ ছেণ্টিমিটাৰ ডিমাই আকাৰৰ আছিল। 'বাঁহী' আৰু লক্ষ্মীনাথ বেজবৰুৱা যেন ইটো সিটোৰ পৰিপূৰক আছিল। অসমীয়া সাহিত্যৰ

ইতিহাসত 'বাঁহী'য়ে এটা যুগৰ সৃষ্টি কৰি থৈ গৈছে, যিটো বাঁহীৰ যুগ হিচাপে পৰিচিত।

লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদনাত চতুৰ্বিংশ বছৰলৈকে 'বাঁহী' প্ৰকাশ পাইছিল। পিছলৈ অমিয়কুমাৰ দাস আৰু মাধৱচন্দ্ৰ বেজবৰুৱাৰ সম্পাদনাত 'বাঁহী' প্ৰকাশ পাইছিল। 'বাঁহী'ৰ বুকুতেই পোনপ্ৰথম মুক্তক ছন্দৰ কবিতা প্ৰকাশ পায়। কবিতাটো হ'ল মহেশ্বৰ নেওগৰ 'অন্ত্যজা'। 'বাঁহী' আলোচনীত লক্ষ্মীনাথ বেজবৰুৱাৰ কেবাটাও তত্ত্বমূলক প্ৰবন্ধ ছপা হৈছিল।

## আলোচনী

১৯১০ খ্ৰীষ্টাব্দত ডিব্ৰুগড়ৰ 'আলোচনী ক্লাবে' প্ৰকাশ কৰা 'আলোচনী' সাহিত্য-সংস্কৃতিৰ এখন মাহেকীয়া আলোচনী। ক্ৰমে দুৰ্গানাথ চাংকাকতী, প্ৰসন্নকুমাৰ বৰুৱা আৰু বাগ্মীবৰ নীলমণি ফুকনে 'আলোচনী' সম্পাদনা কৰিছিল। 'জাতীয় সাহিত্যৰ উন্নতিয়েই জাতীয় সাহিত্যৰ লক্ষণ'—এই আদৰ্শকে শিৰোধাৰ্য কৰি 'আলোচনী' প্ৰকাশিত হৈছিল। ১৯১৭ খ্ৰীষ্টাব্দত 'আলোচনী'ৰ প্ৰকাশ বন্ধ হয়।

হেমচন্দ্ৰ গোস্বামী, পদ্মধৰ চলিহা, কৃষ্ণকান্ত সন্দিকৈ, সূৰ্যকুমাৰ ভূঞা, বাণীকান্ত কাকতি, লক্ষ্মীনাথ ফুকন প্ৰভৃতি বৰেণ্য লেখকসকলে 'আলোচনী'ত লিখিছিল। হেমচন্দ্ৰ গোস্বামীৰ দ্বাৰা উদ্ধাৰ হোৱা অসমৰ প্ৰাচীন শিলৰ ফলিবোৰৰ সম্পূৰ্ণ পাঠ 'আলোচনী'ত প্ৰকাশ হৈছিল। অসমীয়া সাহিত্য-সংস্কৃতিৰ ইতিহাসত 'আলোচনী'ৰ বিশেষ অৱদান আছে।

## চেতনা

১৯১৯ খ্ৰীষ্টাব্দত, ১৮৪১ শকৰ ভাদ মাহত সাহিত্য-সংস্কৃতি সম্পৰ্কীয় মাহেকীয়া আলোচনী 'চেতনা' প্ৰকাশ পায়। ইয়াৰ উদ্ভাৱক আৰু সম্পাদক আছিল কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা আৰু অম্বিকাগিৰি ৰায়চৌধুৰী।





গুৱাহাটীৰ পাণবজাৰত স্থাপিত অৰুণা প্ৰেছৰ পৰা প্ৰকাশ পোৱা 'চেতনা'ৰ আদৰ্শবাণী আছিল 'উত্তিষ্ঠিত জাগ্ৰত প্ৰাপ্যবৰান্ নিবোধত'। দ্বিতীয় বছৰ পঞ্চম সংখ্যাৰ পৰা ৰায়চৌধুৰীয়ে আঠ বছৰ অকলে 'চেতনা' সম্পাদনা কৰিছিল। তেওঁ ১৯২১ খ্ৰীষ্টাব্দত অসহযোগ আন্দোলনত যোগ দি কাৰাবৰণ খাটিবলগীয়া হোৱাত গৰ্গনাৰায়ণ চৌধুৰীয়ে 'চেতনা' সম্পাদনা কৰিছিল। উগ্ৰ জাতীয়তাবাদ আৰু স্বদেশপ্ৰেম 'চেতনা'ৰ মূল সুৰ আছিল। ১৯২৭ খ্ৰীষ্টাব্দত 'চেতনা'ৰ প্ৰকাশ বন্ধ হয়।

## আৱাহন

১৯২৯ খ্ৰীষ্টাব্দ, (১৮৫১ শক) কাতি মাহত কলিকতাৰ পৰা এই আলোচনীখন প্ৰকাশ পায়। আৱাহনৰ আজীৱন সম্পাদক আছিল ডাঃ দীননাথ শৰ্মা। গোৱালপাৰাৰ মেচপাৰাৰ জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ অৰ্থ সাহায্যত প্ৰথম বছৰ 'আৱাহন' প্ৰকাশ পায়। দ্বিতীয় বছৰৰ পৰা আৱাহনৰ সম্পূৰ্ণ স্বত্ব দীননাথ শৰ্মালৈ হস্তান্তৰিত হয়।

'আৱাহন'ৰ সম্পাদকীয়বোৰৰ এক বিশেষ গুৰুত্ব আছে। 'আৱাহন'ত প্ৰকাশিত গল্পসমূহে অসমীয়া গল্প-সাহিত্যৰ ভঁৰাল চহকী হোৱাত সহায় কৰিছে। সেইদৰে এচাম গল্প লেখকৰ সৃষ্টি 'আৱাহন'ৰ এক বিশেষ কৃতিত্ব। গল্পৰ উপৰিও তত্ত্বমূলক প্ৰবন্ধ, পুৰাতত্ত্ব আৰু ভাস্কৰ্য বিষয়ক আলোচনা, ভ্ৰমণ কাহিনী, জীৱন বৃত্তান্ত, চিত্ৰকলা, চিকিৎসা বিজ্ঞান, সংগীত, নাট্য সাহিত্য, বিশ্ব সাহিত্য আদি সম্পৰ্কীয় আলোচনা 'আৱাহন'ত প্ৰকাশ পাইছিল। ফলস্বৰূপে অসমীয়া সাহিত্য জগত, সংস্কৃতি জগত আলোকময় হৈ পৰিছিল।

'আৱাহন'ৰ প্ৰকাশে অসমীয়া সাহিত্যত এটা যুগৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছিল। 'আৱাহন'তে গল্প লিখি প্ৰতিষ্ঠা লাভ কৰা গল্পকাৰসকলৰ ভিতৰত নগেন্দ্ৰনাৰায়ণ চৌধুৰী, ৰমা দাশ, গোবিন্দচন্দ্ৰ পৈৰা, কৃষ্ণ ভূঞা, চৈয়দ আব্দুল মালিক, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ১৯৭৬ খ্ৰীষ্টাব্দত ডাঃ দীননাথ শৰ্মাৰ মৃত্যু হোৱাত 'আৱাহন'ৰ প্ৰকাশ বন্ধ হয়। পিছত দুমহীয়াকৈ পুনৰ প্ৰকাশৰ প্ৰচেষ্টা

চলিছিল যদিও স্থায়ী নহ'ল।

### ৰামধেনু

১৯৪৮ খ্ৰীষ্টাব্দত বিৰিঞ্চিকুমাৰ বৰুৱাৰ সম্পাদনাত প্ৰকাশ পোৱা 'ৰংঘৰ' নামৰ শিশু আলোচনীখনৰ ঠাইত 'ৰামধেনু' নাম দি প্ৰকাশ কৰা হয়। প্ৰথম বছৰৰ পৰা তৃতীয় বছৰলৈ 'ৰামধেনু'ৰ যুটীয়া সম্পাদক আছিল ইন্দ্ৰকমল বেজবৰুৱা আৰু মহেশ্বৰ নেওগ। চতুৰ্থ বছৰত নেওগৰ সম্পাদনাত 'ৰামধেনু' প্ৰকাশ পায়। পঞ্চম বছৰৰ পৰা ১৬ শ বছৰৰ তৃতীয় সংখ্যালৈ 'ৰামধেনু'ৰ সম্পাদকৰ দায়িত্বত আছিল বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য। ১৯৬৭ খ্ৰীষ্টাব্দত ইন্দ্ৰকমল বেজবৰুৱাৰ মৃত্যু হোৱাত 'ৰামধেনু'ৰ প্ৰকাশ কিছু বছৰ বন্ধ থাকে। কিছু বছৰ পাছত ১৯৭১ খ্ৰীষ্টাব্দত ৰাধিকামোহন ভাগৱতীৰ সম্পাদনাত পুনৰ 'ৰামধেনু' প্ৰকাশৰ প্ৰচেষ্টা চলে যদিও দুবছৰ পিছতে প্ৰকাশ বন্ধ হয়।

প্ৰায় কুৰি বছৰ কাল জুৰি প্ৰকাশ পোৱা 'ৰামধেনু'ৱে অসমীয়া ভাষা-সাহিত্যলৈ এক বিশেষ বৰঙণি আগবঢ়াই থৈ গৈছে। ৰামধেনুৱে অসমীয়া কবিতা, গল্প, প্ৰবন্ধ, ৰম্য ৰচনা আদিক বিশেষ মাত্ৰা প্ৰদান কৰাৰ লগতে এচাম লেখক-লেখিকা প্ৰতিষ্ঠিত কৰি থৈ গৈছে।

### মণিদীপ

১৯৬০ খ্ৰীষ্টাব্দত 'ৰামধেনু'ৰ পিছতে অসমীয়া আলোচনীৰ ইতিহাসত বিশেষ স্থান লাভ কৰা আলোচনীখন হ'ল—'মণিদীপ'। ১৯৬০ খ্ৰীষ্টাব্দৰ নৱেম্বৰ মাহত মহেন্দ্ৰ বৰাৰ সম্পাদনাত 'মণিদীপ'ৰ প্ৰথম সংখ্যা প্ৰকাশ পায়। প্ৰথম ছয় বছৰ বৰাৰ সম্পাদনাতে 'মণিদীপ' প্ৰকাশ পায় যদিও পিছত চন্দ্ৰপ্ৰসাদ শইকীয়া, নীলমণি ফুকন আৰু চাৰু মহন্তই সম্পাদনাৰ দায়িত্ব বহন কৰে। অসমীয়া সাহিত্য জগতলৈ 'মণিদীপ'ৰ বৰঙণি চিৰস্মৰণীয়। 'মণিদীপ'ৰ পাততে নৱকান্ত বৰুৱাৰ 'ককাদেউতাৰ





হাড়', লক্ষ্যহীৰা দাস অনূদিত 'ডৰিয়ান গ্ৰে', চন্দ্ৰপ্ৰসাদ শইকীয়াৰ 'উত্তৰকাল', উপগুপ্তৰ 'বাইচাহেবা' আদি প্ৰসিদ্ধ সাহিত্যৰাজি পোনতে প্ৰকাশ পাইছিল। সেইদৰে হেম বৰুৱা, নৱকান্ত বৰুৱা, কেশৱ মহন্ত, নলিনীধৰ ভট্টাচাৰ্য, বীৰেন বৰকটকী, বীৰেশ্বৰ বৰুৱা, নীলিমা দত্ত, নিৰ্মলপ্ৰভা বৰদলৈ, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, চৈয়দ আব্দুল মালিক প্ৰভৃতি কবিসকলৰ কবিতা 'মণিদীপ'ত প্ৰকাশ পাইছিল। মুঠতে কবিতা, গল্প, প্ৰবন্ধ, উপন্যাস আদি সকলো বিভাগতে 'মণিদীপ'ৰ অৱদান চিৰস্মৰণীয়। ১৯৬৮ খ্ৰীষ্টাব্দত 'মণিদীপ'ৰ প্ৰকাশ বন্ধ হয়।

### ঘৰজেউতি

১৯২৭ খ্ৰীষ্টাব্দত শিৱসাগৰৰ পৰা প্ৰকাশিত 'ঘৰজেউতি' অসমৰ সৰ্বপ্ৰথম মহিলাৰ আলোচনী। আলোচনীখনৰ কাৰ্যালয় শিৱসাগৰৰ মেলা চকত আছিল। যোৰহাটৰ যোগমায়া প্ৰিণ্টিং ৱৰ্কছত আলোচনীখন ছপা হৈছিল। আলোচনীখনৰ সম্পাদকদ্বয় আছিল কনকলতা চলিহা আৰু কমলালয়া কাকতি। কনকলতাৰ স্বামী আৰু কমলালয়াৰ ভাতৃ, শিৱসাগৰৰ বেৰিষ্টাৰ তাৰাপ্ৰসাদ চলিহা আলোচনীখনৰ সৈতে ওতঃপ্ৰোতভাৱে জড়িত আছিল। পৃথিৱীৰ সমসাময়িক ঘটনা প্ৰবাহ, গ্ৰন্থ প্ৰকাশৰ বাতৰি, কংগ্ৰেছৰ বাতৰি, নাৰী জাগৰণ, স্ত্ৰী শিক্ষা, স্বদেশ প্ৰেম, শিল্প উদ্যোগ, ভ্ৰমণ কাহিনী, কবিতা-গীত, ৰন্ধা-বঢ়া আদি ঘৰজেউতিৰ মূল বিষয়বস্তু আছিল। চণ্ডীৰ শ্লোকৰ উদ্ধৃতি আলোচনীখনৰ এক বিশেষ বৈশিষ্ট্য আছিল।

### বৰদৈচিলা

১৯৩১ খ্ৰীষ্টাব্দত কমলচন্দ্ৰ বৰুৱাৰ সম্পাদনাত বৰদৈচিলা প্ৰকাশ পায়। আলোচনীখনৰ প্ৰকাশৰ সময়ৰে পৰা মৃত্যুৰ আগলৈকে তেওঁৰ পুত্ৰ শিৱপ্ৰসাদ বৰুৱা জড়িত হৈ আছিল। আলোচনীখনত কবিতা, গল্প, প্ৰবন্ধ আদি প্ৰকাশ পাইছিল।

# নিৰ্ঘণ্ট ঃ

## লেখক-সূচী

কামাখ্যানাথ ঠাকুৰ
কামেশ্বৰ দাস
কালিদাস খাটনিয়াৰ
কালিৰাম মেধি
কাশীনাথ বৰ্মন
কীৰ্তিনাথ বৰদলৈ
কুঞ্জলতা দেৱী
কুমুদচন্দ্ৰ বৰুৱা
কুমুদেশ্বৰ বৰঠাকুৰ
কুশপ্ৰবা বৰুৱা
কুসুমকুমাৰী বৰুৱানী
কৃপানাথ ভাগৱতী
কৃষ্ণ ভূঞা
কৃষ্ণকান্ত শৰ্মা
কৃষ্ণকান্ত সন্দিকৈ
কৃষ্ণপ্ৰসাদ আগৰৱালা
কেদাৰনাথ গোস্বামী
কেশৱ নাৰায়ণ দত্ত
কোহিৰাম দাস

খ

খনীন্দ্ৰচন্দ্ৰ বৰুৱা

গ

গংগাৰাম কলিতা
গজেননাথ চহৰীয়া
গনেশচন্দ্ৰ গগৈ
গিৰিধৰ শৰ্মা
গুণাভিৰাম বৰুৱা





গুণাভিৰাম শৰ্মা
গুণেশ্বৰ কলিতা
গোপালচন্দ্ৰ বৰা
গোবিন্দচন্দ্ৰ পৈৰা
গোলোকচন্দ্ৰ শৰ্মা
গৌৰীকান্ত তালুকদাৰ
গৌৰীদত্ত মিশ্ৰ
গৌৰীশংকৰ ভট্টাচাৰ্য

ঘ

ঘনকান্ত গগৈ
ঘনশ্যাম বৰুৱা

চ

চক্ৰেশ্বৰ ভট্টাচাৰ্য
চন্দ্ৰকান্ত বৰকাকতী
চন্দ্ৰকুমাৰ আগৰৱালা
চন্দ্ৰধৰ বৰুৱা
চন্দ্ৰনাথ বৰা
চন্দ্ৰনাথ শৰ্মা
চন্দ্ৰপ্ৰভা ভূঞা
চন্দ্ৰপ্ৰভা শইকীয়ানী
চন্দ্ৰবালা বৰুৱা
চন্দ্ৰাৱতী দেৱী কটকী
চশ্‌মে নূৰজাহান বেগম
চাইফুদ্দিন আহমদ
চালেহ হাজৰিকা
চিন্তাহৰণ পাটগিৰী
চিৰাজুদ্দিন আহমেদ

ধনাই বৰা
ধনীৰাম দত্ত
ধনেশ্বৰ শৰ্মা
ধৰণীধৰ ডেকা
ধৰ্মকান্ত গোঁহাই
ধৰ্মলতা বৰুৱা
ধৰ্মেশ্বৰ ডেকা
ধৰ্মেশ্বৰী দেৱী বৰুৱানী
ধীজেন্দ্ৰনাৰায়ণ দাস
ধীৰেন্দ্ৰনাথ দত্ত

ন

নকুলচন্দ্ৰ ভূঞা
নগেন্দ্ৰনাৰায়ণ চৌধুৰী
নজৰ আলি পণ্ডিত
নন্দনাথ গোস্বামী
নন্দেশ্বৰ চক্ৰৱৰ্তী
নন্দেশ্বৰ শইকীয়া
নবীনচন্দ্ৰ বৰদলৈ
নবীনচন্দ্ৰ ভট্টাচাৰ্য
নবীনচন্দ্ৰ শৰ্মা
নলিনীকান্ত বৰুৱা
নলিনীবালা দেৱী
নাৰায়ণচন্দ্ৰ মহন্ত
নিকুঞ্জলতা মহন্ত
নিৰ্মলা বৰা
নিহাৰবালা বৰুৱা





নীলমণি ফুকন

প

পজিৰুদ্দিন আহমদ
পদ্মকুমাৰী বৰগোহাঁই
পদ্মধৰ চলিহা
পদ্মনাথ গোহাঞিবৰুৱা
পদ্মনাথ শৰ্মা
পদ্মেশ্বৰ গগৈ
পৰমানন্দ ওজা
ড° পৱনচন্দ্ৰ মহন্ত
পানীন্দ্ৰনাথ গগৈ
পাৰ্বতীপ্ৰসাদ বৰুৱা
পীতৰাম নাথ
পীতাম্বৰ দেৱগোস্বামী
পুৱাৰাম দাস
পুণ্যপ্ৰভা দাস
পুষ্পলতা দাস
পুষ্পলাল উপাধ্যায়
পূৰ্ণকান্ত শৰ্মা
পূৰ্ণানন্দ শৰ্মা পাঠক
প্ৰণীতা দেৱী
প্ৰতাপচন্দ্ৰ চৌধুৰী
প্ৰতিভা দেৱী
প্ৰফুল্লদত্ত গোস্বামী
প্ৰবীণ ফুকন
প্ৰভাত শৰ্মা
প্ৰভাতচন্দ্ৰ অধিকাৰী

প্ৰসন্নলাল চৌধুৰী
প্ৰিয়দাস তালুকদাৰ
প্ৰেমধৰ দত্ত
প্ৰেমধৰ ৰাজখোৱা

ফ

ফণী শৰ্মা
ফণীধৰ চলিহা
ফাইজুদ্দিন আহমেদ
ফুলেশ্বৰী দত্ত

ব

বটুনাথ চক্ৰৱৰ্তী
বলৰাম পাঠক
বাণীকান্ত কাকতি
বাবাৰাম হাজৰিকা
বিজয়চন্দ্ৰ ভাগৱতী
বিনন্দচন্দ্ৰ পাঠক
বিনন্দচন্দ্ৰ বৰুৱা
বিপিনচন্দ্ৰ গোস্বামী
বিপিনচন্দ্ৰ বৰুৱা
বিৰিঞ্চিকুমাৰ বৰুৱা
বিশ্বনাথ শৰ্মা
বিশ্বনাৰায়ণ শাস্ত্ৰী
বিষয়চন্দ্ৰ বিশ্বাসী
বিষয়ৰাম দাস
বিষ্ণুপ্ৰসাদ ৰাভা
বিষ্ণুপ্ৰিয়া দত্ত বৰুৱা
বিষ্ণুৰাম দাস





বিষ্ণুৰাম শৰ্মা বৰুৱা
বীৰেন্দ্ৰনাথ দত্ত
বীৰেশ্বৰ শৰ্মা
বুদ্ধীন্দ্ৰনাথ দিলিহিয়াল ভট্টাচাৰ্য
বৃন্দাবন গোস্বামী
বেণুধৰ ৰাজখোৱা
বেণুধৰ শৰ্মা
বৈকুণ্ঠনাথ চক্ৰৱৰ্তী
বোধনাথ পটংগীয়া
ব্ৰজনাথ শৰ্মা
ব্ৰজবালা দেৱী

ভ

ভকতৰাম দত্তচৌধুৰী
ভগৱতীপ্ৰসাদ বৰুৱা
ভগৱানচন্দ্ৰ পাঠক
ভৱদেৱ ভাগৱতী
ভৱনাথ হাজৰিকা
ভৱপ্ৰসাদ ৰাজখোৱা
ভৱানন্দ দত্ত
ভবানন্দ ৰাজখোৱা
ভবেন্দ্ৰচন্দ্ৰ নাথ
ভাৰত দাস
ভুৱনচন্দ্ৰ ফুকন
ভৈৰৱচন্দ্ৰ খাটনিয়াৰ
ভোগীৰাম দাস
ভোগনাৰায়ণ বৰুৱা
ভোলানাথ কাকতি

ম

মধুসুদন দাস
মনোৰঞ্জন শাস্ত্ৰী
মনোৰঞ্জন দাস
মনোৰমা ভট্টাচাৰ্য
মফিজুদ্দিন আহমদ হাজৰিকা
ময়িদুল ইছলাম বৰা
মৰহুম মফিজুদ্দিন আহমদ
মলিন বৰা
মহাদেৱ শৰ্মা
মহীচন্দ্ৰ বৰা
মহেশচন্দ্ৰ দেৱগোস্বামী
মহেন্দ্ৰনাথ ডেকাফুকন
মহেন্দ্ৰনাথ শইকীয়া
মহেশচন্দ্ৰ বৰকটকী
মহেশ্বৰ নেওগ
মাটিৰাম দাস
মাণিকচন্দ্ৰ দাস
ড° মাধৱচন্দ্ৰ দাস
মাধৱচন্দ্ৰ বেজবৰুৱা
মানেশ্বৰ বৰা
মিত্ৰদেৱ মহন্ত
মিনি এমঞ্জ
মীনধৰ হাজৰিকা
মুক্তানাথ বৰুৱা
মুক্তিনাথ বৰদলৈ
মুজাৰাম মহন্ত





মুন্সী কেয়াফৎ উল্লা
মুনীন বৰকটকী
মোছলেহউদ্দিন আহমদ
মোহনচন্দ্ৰ মহন্ত
মোক্ষদা দেৱী বৰুৱানী
মৌলানা তৈয়বউল্লা

য

যজ্ঞেশ্বৰ শৰ্মা
যতীন্দ্ৰনাথ দুৱৰা
যমুনেশ্বৰী খাটনিয়াৰ
যাজ্ঞসেনী বৰা
যাদৱচন্দ্ৰ দাস
যাদৱ দেৱশৰ্মা
যামিনীকান্ত দাস
যুগল দাস
যোগকান্ত বেজবৰুৱা
যোগেশ তামুলী
যোগেশ শৰ্মা

ৰ

ৰঘুনাথ চৌধাৰী
ৰঘুনাথ দেৱচৌধুৰী
ৰজনীকান্ত দেৱশৰ্মা
ৰজনীকান্ত বৰদলৈ
ৰজনীকান্ত বৰুৱা
ৰজনীকুমাৰ পদ্মপতি
ৰণজিৎ চন্দ্ৰ ভট্টাচাৰ্য
ৰত্নকান্ত বৰকাকতী

ৰত্নেশ্বৰ মহন্ত
ৰবীন কাকতি
ৰমণীকান্ত শৰ্মা
ৰমা দাশ
ৰমাকান্ত বৰুৱা
ৰমাকান্ত বৰকাকতি
ৰাজবালা দাস
ৰাজমোহন নাথ
ৰাজশেখৰ চক্ৰৱৰ্তী
ৰাজেন্দ্ৰনাথ উজীৰ
ৰাধাকান্ত সন্দিকৈ
ৰাধানাথ নেওগ
ৰাধানাথ ফুকন
ৰাধিকামোহন গোস্বামী
ৰামচন্দ্ৰ দাস
ৰামপ্ৰসাদ দাস
ৰায়হান শ্বাহ
ৰাৱণ নাথ
ৰাসেশ্বৰী খাটনিয়াৰ
ৰোহিণীকান্ত বৰুৱা
ৰোহিতাশ্ব দত্ত

ল

লম্বোদৰ বৰা
ললিতকুমাৰ বৰুৱা
লক্ষেশ্বৰ শৰ্মা
লক্ষেশ্বৰী ভূঞা
লক্ষেশ্বৰ হাজৰিকা





লক্ষ্যধৰ চৌধুৰী
লক্ষ্মীধৰ শৰ্মা
লক্ষ্মীনাথ ফুকন
লক্ষ্মীনাথ বেজবৰুৱা
লক্ষ্মীনাৰায়ণ দাস
লক্ষ্মীৰাম বৰুৱা
লীলাধৰ হাতী শইকীয়া
লোহিতচন্দ্ৰ নায়ক

শ

শৰৎচন্দ্ৰ গোস্বামী
শৰৎচন্দ্ৰ গোস্বামী
শৰৎচন্দ্ৰ শৰ্মা
শশীকান্ত গগৈ
শশীপ্ৰভা দত্ত
শশীভূষণ ফৌজদাৰ
শান্তিৰাম দাস
শিৱনাথ বুজৰবৰুৱা
শিৱপ্ৰসাদ বৰুৱা
শিৱপ্ৰসাদ বৰুৱা
শিৱৰাম দাস
শুকদেৱ গোস্বামী
শৈলধৰ ৰাজখোৱা

স

সতীশচন্দ্ৰ কাকতী
সত্যনাথ বৰা
সত্যপ্ৰসাদ বৰুৱা
সত্যেন্দ্ৰনাথ বৰকটকী
সত্যেন্দ্ৰনাথ শৰ্মা

সদানন্দ দাস
সন্তৰাম চৌধুৰী
সভাৰাম দাস
সমস্বামী কৃষ্ণানন্দ ব্ৰহ্মাচাৰী
সৰোজ কুমাৰী পদ্মপতি
সৰোজবালা দত্ত
সৰ্বানন্দ ৰাজকুমাৰ
সৰ্বেশ্বৰ কটকী
সৰ্বেশ্বৰ জালভাৰী ফুকন
সাৰদাকান্ত বৰদলৈ
সাৰদাবালা দাস
সিংহদত্ত দেৱ অধিকাৰী
সিদ্ধেশ্বৰ গোহাঞি
সীতানাথ ব্ৰহ্মচৌধুৰী
সুধা বৰুৱা
সুপ্ৰভা গোস্বামী
সুপ্ৰভা দত্ত
সুৰেন্দ্ৰনাথ শইকীয়া
সুৰেশ গোস্বামী
সূৰ্য কুমাৰ ভূঞা
সোণাপতি দেৱশৰ্মা
সোণাৰাম চুতীয়া
সোণাৰাম চৌধুৰী
সোমেশ্বৰ কাকতি
স্নেহ দেৱী
স্নেহলতা দেৱী
স্নেহলতা ভট্টাচাৰ্য

হ





হংসনাথ ভট্টাচাৰ্য
হৰমোহন দাস
হৰিচৰণ তালুকদাৰ
হৰিনাৰায়ণ দত্তবৰুৱা
হৰিপ্ৰসন্ন তামুলীফুকন
হৰিপ্ৰসাদ গোৰ্খাৰায়
হৰিপ্ৰসাদ বৰুৱা
হৰিপ্ৰসাদ ব্ৰহ্মচাৰী
হৰেকৃষ্ণ মিশ্ৰ
হৰেন্দ্ৰনাথ কলিতা
হৰেন্দ্ৰনাথ শৰ্মা
হলিৰাম নাথ চহৰীয়া
হলীৰাম ডেকা
হাছান আলী
হাজী মহম্মদ ছাহ
হিতেশ্বৰ বৰবৰুৱা
হিমলা বৰুৱানী
হিৰণ্যচন্দ্ৰ ভূঞা
হীৰাপ্ৰভা বৰুৱা
হীৰাৱতী গোহাঞিবৰুৱানী
হেম দাশৰথী চৌধুৰী
হেমচন্দ্ৰ গোস্বামী
হেমচন্দ্ৰ বৰুৱা
হেমপ্ৰভা দাস
হেমলতা দত্ত
হেৰম্বকান্ত বৰপূজাৰী

ক্ষ

ক্ষীৰদা নেওগ
ক্ষেত্ৰধৰ বৰগোহাঁই

# গ্ৰন্থ সূচী

অ

আ









ই



উ



এ

ও



ক

ছ









জ

ম

য



ৰ

## গ্ৰন্থপঞ্জী

(ক) প্ৰবন্ধ পুথি
(খ) আলোচনী, স্মৃতিগ্ৰন্থ
(গ) সম্পাদিত পুথি
(ঘ) জীৱনী পুথি

অ

অসম সাহিত্য সভা ঃ বিশ্বকোষ (৪ৰ্থ খণ্ড)
জোনাকী
১০০ গৰাকী মনীষী, বিষ্ণুৰাভা'
বাগ্মীবৰ নীলমণি ফুকন
বিশ্বনাথ দীপিকা
চয়নিকা (স্মৃতিগ্ৰন্থ)
শুৱালকুছি জ্যোতি (স্মৃতিগ্ৰন্থ)
পাৰ্বতিপ্ৰসাদ বৰুৱাৰ জীৱন দৰ্শন আৰু সাহিত্য

আ

আহমেদ, গৌৰিকা বৰুৱা ঃ মালিক —অনন্য মালিক
আলি, তফজ্জুল (সম্পা.) ঃ মধ্যবিংশ শতিকাৰ অসমীয়া সাহিত্য

ক

কামৰূপ সাহিত্য পৰিষদ, কামৰূপ ৰত্নমালা

গ

গোস্বামী, মালিনী ঃ অধ্যাপক বাণীকান্ত কাকতি

গোস্বামী, ৰঞ্জিতদেৱ ঃ (সম্প.) কথা গুৱাহাটী

চ

চলিহা, হৰিপ্ৰসাদ ঃ অসমৰ সাহিত্য সংস্কৃতিৰ সমৃদ্ধিত প্ৰশাসক আৰু আৰক্ষী
চেতিয়া, উমেশ ঃ সাহিত্যৰত্ন এশ একুৰি সাহিত্যিকৰ জীৱনী
চৌধুৰী, নগেন ঃ সৰ্বেশ্বৰ কটকী আৰু অসমৰ প্ৰত্নতত্ত্ব
চৌধুৰী, সতীশচন্দ্ৰ (সম্পা.) ঃ বজালী বিচিত্ৰা (স্মৃতিগ্ৰন্থ)
চৌধুৰী, নিশিপদ (সম্পা.)

ছ

ছিপাঝাৰ সাহিত্য সভা ঃ জীৱন আৰু কৃতি (১ম খণ্ড)

ঠ

ঠাকুৰ, নগেন (সম্পা.) ঃ এশ বছৰৰ অসমীয়া উপন্যাস

ড

ডেকা, নমিতা ঃ কবি আৰু কবিতা (মধ্যযুগৰ পৰা সাম্প্ৰতিকলৈ)
ঃ বৰণীয়
যতীন্দ্ৰনাথ দুৱৰা
ডেকা, ব্ৰজেন্দ্ৰনাথ (সম্পা.) ঃ মাহেকীয়া বাৰ্তাপখিলী
তালুকদাৰ, নন্দ ঃ কবি আৰু কবিতা
তালুকদাৰ, নন্দ ঃ (সম্পা.) লম্বোদৰ বৰা ৰচনাৱলী
তামুলী, প্ৰফুল্ল ঃ (সম্পা.) ভোৰতাল (স্মৃতিগ্ৰন্থ)
ডেকা, দক্ষেশ্বৰ ঃ (সম্পা.) ভোৰতাল (স্মৃতিগ্ৰন্থ)





দ

দত্ত, কৰুণা (সম্পা.) ঃ জীৱনীমালা (বৰপেটা সাহিত্য সভা)
দাস, প্ৰবীণচন্দ্ৰ ঃ অসমীয়া ভাষা আৰু সাহিত্যৰ কথা
দত্ত, বিভূ ঃ (সম্পা.) ৰংগমঞ্চত (অসম নাট্য সন্মিলন)
ভট্টাচাৰ্য, প্ৰহাস কুমাৰ ঃ (সম্পা.) ৰংগমঞ্চত (অসম নাট্য সন্মিলন)
দত্ত, যোগেন্দ্ৰনাথ ঃ মহৎ লোকৰ চমু পৰিচয়

ন

নেওগ, মহেশ্বৰ ঃ অসমীয়া সাহিত্যৰ ৰূপৰেখা
ঃ সঞ্চয়ন

প

পাটগিৰি, নৱদ্বীপৰঞ্জন ঃ শৰৎচন্দ্ৰ গোস্বামী
পাটোৱাৰী, অচ্যুৎ কুমাৰ ঃ (সম্পা.) বিল্বশ্ৰী (স্মৃতিগ্ৰন্থ)

ফ

ফুকন, লক্ষ্মীকান্ত ঃ অসমীয়া সাহিত্য অধ্যয়ন

ব

বৰ্মন, শিৱনাথ ঃ অসমীয়া জীৱনী অভিধান
বৰঠাকুৰ, শীলা ঃ লেখিকাৰ জীৱনী (১ম, ২য় খণ্ড)
বৰপেটা সাহিত্য সভা ঃ জীৱনীমালা
বৰা, অৱনী (সম্পা.) ঃ সতীৰ্থ
বৰুৱা, কাঞ্চন ঃ সুৰ দেউলৰে পূজাৰী
বৰুৱা, প্ৰদীপ (সম্পা.) ঃ প্ৰান্তিক (২৯ শ বছৰ, ৪ৰ্থ সংখ্যা)
বৰুৱা প্ৰদীপা ঃ ১০০ গৰাকী মনীষী
ঃ মহৎ লোকৰ চমু পৰিচয় (১ম খণ্ড)

বৰুৱা, মুনীন্দ্ৰনাথ : ৰমা দাশৰ গল্প সমগ্ৰ
বৰুৱা, হেম : অসমীয়া সাহিত্যলৈ মহিলা লেখকৰ অৱদান
বৰুৱা, ক্ষীৰধৰ (সম্পা.) : বিশ্বনাথ দীপিকা (স্মৃতিগ্ৰন্থ)

ভ

ভট্টাচাৰ্য, হৰিশ্চন্দ্ৰ : অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি
ভাগৱতী, ৰাধিকামোহন : (সম্পা.) দৈনিক অসম (৩ ছেপ্টেম্বৰ, ২০১০)
ভূঞা, নকুলচন্দ্ৰ : ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া
ভূঞা, গোগেন্দ্ৰনাৰায়ণ : হীৰক স্মৃতি (নগাঁও সাহিত্য সভা)
: যজ্ঞেশ্বৰ শৰ্মা : জীৱন আৰু প্ৰতিভা
: (সম্পা.) ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী

ম

মহন্ত, পৰমানন্দ : বিজ্ঞান আৰু সাহিত্য
ৰাজবংশী, পৰমানন্দ : (সম্পা.) অসম সাহিত্য সভা পত্ৰিকা (পঞ্চাশশতম বৰ্ষ, ২য় সংখ্যা)

শ

শইকীয়া, চন্দ্ৰপ্ৰসাদ : (সম্পা.) গৰীয়সী (১২ বছৰ, ১০ম সংখ্যা)
: (সম্পা.) বাঁহী
শইকীয়া, নগেন : আধুনিক অসমীয়া সাহিত্যৰ অবিলেখ
শৰ্মা, দীননাথ (সম্পা.) : আৱাহন (৭ ম বছৰ, পঞ্চম সংখ্যা)
শৰ্মা, দুৰ্গেশ্বৰ : ভাষাবিদ বাণীকান্ত কাকতি
শৰ্মা, বেণুধৰ : অৰ্ঘাৱলী
শৰ্মা, যজ্ঞেশ্বৰ : সাহিত্য সংস্কৃতিৰ প্ৰবাহ
শৰ্মা, সত্যেন্দ্ৰনাথ : অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত
অসমীয়া উপন্যাসৰ ভূমিকা





অসমীয়া উপন্যাসৰ গতিধাৰা
অসমীয়া নাট্য সাহিত্য
শৰ্মা, হেমন্তকুমাৰ : অসমীয়া সাহিত্যৰ দৃষ্টিপাত
শৰ্মা দলৈ, হৰিনাথ : অসমীয়া সাহিত্যৰ পূৰ্ণ ইতিহাস

হ

হাজৰিকা, অতুলচন্দ্ৰ : মঞ্চলেখা
(সম্পা.) অসম সাহিত্য সভাৰ ভাষণাৱলী (১ম ভাগ)
হাজৰিকা, অতুলচন্দ্ৰ : কামৰূপ ৰত্নমালা (১ম খণ্ড)
শৰ্মা, হেমন্ত কুমাৰ : কামৰূপ ৰত্নমালা (১ম খণ্ড)

**লেখক, সম্পাদকৰ উল্লেখ থকা কেইখনমান কিতাপ আলোচনীৰ নাম পোৱা গৈছে। সেইকেইখন হ'ল—**

পুবালী, /৭৬/ ডুমডুমা অধিৱেশন, ১৯৮১
মণিকূট (স্মৃতিগ্ৰন্থ)
সপ্ততিতম ধেমাজি অধিৱেশন, ২০০৯/পৃ.৩৮৬
অসম সাহিত্য সভাৰ চত্বাৰিংশা টিহু অধিৱেশন (স্মৃতিগ্ৰন্থ)
শৰৎ চন্দ্ৰিকা : শৰৎচন্দ্ৰ শৰ্মা স্মাৰক গ্ৰন্থ
লক্ষ্মীনাথ ফুকন সোঁৱৰণী গ্ৰন্থ
অসমীয়া সাহিত্যলৈ বৰপেটা জিলাৰ অৱদান
কপিলী
শুৱালকুছি জ্যোতি/অসম সাহিত্য সভা ষটচত্বাৰিংশ শুৱালকুছি অধিৱেশন
গোহাঞিবৰুৱাৰ প্ৰতিভা

অসমৰ জাতীয় জীৱনলৈ

# অসম সাহিত্য সভাৰ

# এক দৃঢ় বৌদ্ধিক পদক্ষেপ

অসমীয়া ভাষাত

# বিশ্বকোষ

ইতিমধ্যে প্ৰকাশিত দহটা খণ্ডৰ পুনৰ্মুদ্ৰণৰ লগতে
স্বাস্থ্য আৰু চিকিৎসা খণ্ডৰ দুটা নতুন সংযোজন।

লগতে শ্ৰীমন্ত শংকৰদেৱ কোষ, অসম কাব্য-কোষ,
অসমৰ জনজাতি-কোষ, অসমৰ নাট্য-কোষ,
অসমৰ চাহ জনগোষ্ঠীয়-কোষ আদিৰ প্ৰস্তুতি।

প্ৰচ্ছদ সজ্জা ঃ মনজিৎ ৰাজখোৱা